# কালিৰাম মেধি স্মৃতিমাল্য

সম্পাদক
শ্ৰীৰামচৰণ ঠাকুৰীয়া

সহযোগী সম্পাদক
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী






১৯৭৮
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

KĀLIRĀM
MEDHI
SMRITIMĀLYA

A memorial volume, edited by Ram Charan Thakuria, assisted by Satish Chandra Chaudhuri and Bhabaniprasad Adhikari, and published on the occassion of the birth centenary of Kaliram Medhi by Lila Gogoi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, October, 1978. Price : Rupees Twelve only.

॥ প্ৰকাশক : **শ্ৰীলীলা গগৈ** ● প্ৰধান সম্পাদক ● অসম সাহিত্য সভা ●
চন্দ্ৰকান্ত সন্দিকৈ ভৱন ● যোৰহাট ॥

॥ প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৭৮ ॥

॥ বেটুপাতৰ শিল্পী : **শ্ৰীনীলপৱন বৰুৱা** ॥

॥ ছপাশাল : **শ্ৰীসৰস্বতী** প্ৰেছ ● গুৱাহাটী ॥

॥ মূল্য : **বাৰ টকা মা'থোন** ॥

# প্ৰধান সম্পাদকৰ একাষাৰ

অসমীয়া ভাষা আৰু পুৰণি অসমীয়া সাহিত্যৰ বিজ্ঞানসম্মত চৰ্চা আৰু সম্পাদনাৰ ক্ষেত্ৰত এটি স্মৰণীয় নাম হ'ল পণ্ডিত কালিৰাম মেধি। চৰকাৰী চাকৰিৰ দায়িত্বৰ মাজতো অসমীয়া ভাষা আৰু ভাষাতত্ত্বৰ অধ্যয়নৰ বাবে আৰু পুৰণি অসমীয়া সাহিত্য, বিশেষকৈ অসমৰ বৈষ্ণৱ সাহিত্যৰ অধ্যয়নৰ বাবে স্বৰ্গীয় মেধিয়ে নিজকে নিয়োজিত কৰিছিল। আজিকালি অনেকৰ চিনাকি 'পাঠ-সমীক্ষা' পদ্ধতিৰে প্ৰায় তিনি দশকৰ আগতে তেখেতে শ্ৰীশংকৰদেৱ, মাধৱদেৱ আৰু আন কেইবাগৰাকীৰো অংকীয়া নাট্যাৱলী সংগ্ৰহ আৰু সম্পাদনা কৰি উলিয়াইছিল। প্ৰাক্-শংকৰী কবি হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত্ৰ' পুথিৰ সম্পাদনাৰ কথাও প্ৰসঙ্গতঃ স্মৰণীয়। তদুপৰি পুথিবিজ্ঞান ( Manuscriptology ) সম্পৰ্কেও স্বৰ্গীয় মেধিয়েই অসমীয়া ভাষাত প্ৰথম পৰিচয়জ্ঞাপক প্ৰবন্ধ ৰচনা কৰি গৈছে।

এই গৰাকী ব্যক্তিৰ অসমীয়া ভাষা-সাহিত্যৰ চৰ্চালৈ আগবঢ়োৱা অৱদানৰ কথা আৰু পাণ্ডিত্যৰ কথা মনত ৰাখিয়েই, অসম সাহিত্য সভাই সভাৰ তৃতীয় বৰপেটা অধিৱেশনৰ সভাপতিৰ আসনত তেখেতক বহুৱাই যথাযোগ্য সন্মান দেখুৱাইছিল।

১৮৭৮ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা স্বৰ্গীয় মেধিৰ জন্মৰ এশ বছৰ পূৰ্ণ হোৱাৰ উপলক্ষে অসম সাহিত্য সভাই সভাৰ শাখাসমূহৰ যোগে সমগ্ৰ ৰাজহুৱাৰি আৰু কেন্দ্ৰীয় ভাৱে গুৱাহাটীত ১৯৭৮ খ্ৰীষ্টাব্দৰ ১৬, ১৭, ১৮ তাৰিখে জন্ম-শতবাৰ্ষিকী উছৱ উদ্‌যাপন কৰিবলৈ আয়োজন কৰিছে। তদুপলক্ষে সভাই স্বৰ্গীয় মেধিৰ ৰচনা-সমগ্ৰ প্ৰকাশৰ ( 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' গ্ৰন্থখনিৰ বাহিৰে, সেইখনি গ্ৰন্থ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিবলৈ লৈছে ) দিহা কৰে। তদুপৰি জন্ম-শতবাৰ্ষিকীৰ লগত সংগতি ৰাখি, মেধিৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পৰিচয়জ্ঞাপক এখনি স্মৃতিগ্ৰন্থ প্ৰকাশৰ বাবেও সিদ্ধান্ত লয়। এই নিমিত্তে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু প্ৰাক্তন প্ৰধান সম্পাদক ড° হেমন্তকুমাৰ শৰ্মাক উপদেষ্টা হিচাপে, অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়াক সম্পাদক হিচাপে আৰু শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী আৰু শ্ৰীসতীশচন্দ্ৰ চৌধুৰীক সহযোগী সম্পাদক হিচাপে

লৈ এখনি সম্পাদনা সমিতি গঠন কৰি দিয়ে। সভাৰ অনুৰোধ ৰক্ষা কৰি দায়িত্ব নিৰ্বাহ কৰা বাবে আমি আটাইকেওগৰাকী ব্যক্তিলৈকে, বিশেষকৈ সম্পাদক শ্ৰীৰামচৰণ ঠাকুৰীয়ালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কম সময়ৰ ভিতৰতে 'কালিৰাম মেধি স্মৃতিমাল্য' ছপাই উলিয়াই দিয়াৰ বাবে গুৱাহাটীৰ শ্ৰীসৰস্বতী ছপাশালৰ শলাগ লওঁ।

১২ অক্টোবৰ ১৯৭৮
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

**লীলা গগৈ**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# আমাৰ ক'বলগীয়া

কালিৰাম মেধি অসমৰ এটি অবিস্মৰণীয় নাম। এই নামটি মনলৈ অহাৰ লগে লগেই আমাৰ মনত পৰে—অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু পুৰণি অসমীয়া সাহিত্যৰ ধাৰাবাহিক চৰ্চাৰ ক্ষেত্ৰত তেখেতে আগবঢ়োৱা বৰঙণিৰ কথা, আৰু মনত পৰে—পাঠ-সমীক্ষামূলক বিচাৰ-পদ্ধতিৰে পুৰণি অসমীয়া পুথি সম্পাদনাৰ ক্ষেত্ৰত দাঙি ধৰা নতুন আদৰ্শটিৰ কথা। হেমচন্দ্ৰ বৰুৱাই নিৰ্দিষ্ট কৰি দিয়া আজিৰ অসমীয়া ব্যাকৰণৰ নিয়ম মানি হেম সৰস্বতী, মাধৱ কন্দলি, শঙ্কৰ-মাধৱ আদি মধ্যযুগৰ কবি-সাহিত্যিকসকলেযে অসমীয়া ভাষাত কাব্য ৰচনা কৰা নাছিল—আমাৰ পূৰ্বসূৰীসকলৰ বৰ্ণাৱলীক 'শুধৰাই' নতুন কৰাটোযে পুৰণি পুথি সম্পাদনাৰ নিয়ম নহয়, বৰং তাৰ ব্যতিক্ৰমটোহে ৰীতি—আজিৰ যুগৰ লেখকসকলৰ বহুতৰ বাবেই অপৰিচিত অথচ পণ্ডিতসকলৰ বাবে বিশেষভাৱে গ্ৰহণীয়—এনেবোৰ নতুন কথা কালিৰাম মেধিদেৱেই পোনপ্ৰথমে আমাৰ মাজত সাহসেৰে ঘোষণা কৰে। চৰকাৰী কামৰ গধুৰ দায়িত্বৰ মাজত থাকিও অকলেই বাটকুৰি বাই, পুৰণি পুথি গোটাই, প্ৰায় আঠেকুৰি সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিৰ পাঠ-সমুচ্চয় লৈ পাঠান্তৰসহ তেখেতে প্ৰকাশ কৰা 'অঙ্কাৱলী' প্ৰথমভাগ ( ১৯৫০ ) আৰু অসমীয়া ভাষাৰ পাণ্ডিত্যপূৰ্ণ বিচাৰ-বিশ্লেষণেৰে লেখি উলিওৱা 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' ( ১৯৩৬ ) সঁচাকৈয়ে তেখেতৰ দুটা অবিস্মৰণীয় কীৰ্তি। এই কথা অপ্ৰিয় হলেও ক'ব লাগিব যে কালিৰাম মেধি দৰে ওৰে জীৱন এইদৰে কঠোৰ সাধনা আৰু একান্ত নিষ্ঠাৰে অসমীয়া ভাষা-সাহিত্যৰ সেৱাত নিজকে উছৰ্গা কৰা লোকৰ সংখ্যা আমাৰ সমাজত আছিল আগতেও তাকৰ আৰু এতিয়াও বিৰল।

অসম সাহিত্য সভাৰ তৃতীয় বৰপেটা অধিবেশনত ( ১৯১৯ ) সভাপতিৰ আসন অলংকৃত কৰা এইগৰাকী প্ৰাতঃস্মৰণীয় ব্যক্তিৰ ১৯৭৮ চনৰ অক্টোবৰ মাহত

জন্ম-শতবর্ষ-পূৰ্তি উপলক্ষে প্ৰায় সপ্তাহজোৰা কাৰ্যসূচীৰে শতবাৰ্ষিকী উছপ উদ্‌যাপন আৰু ৰচনা-সমগ্ৰ প্ৰকাশৰ উপৰিও তেখেতৰ সাহিত্য-কৰ্ম আৰু ব্যক্তিত্বৰ সকলোকেইটা দিশ প্ৰকাশ পোৱাকৈ সাহিত্য সভাই স্মৃতিগ্ৰন্থ এখনি প্ৰকাশ কৰিবৰ সিদ্ধান্ত গ্ৰহণ কৰে, আৰু সেইখনিৰ সংকলন আৰু সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰে আমাৰ ওপৰত। কিমানখিনি নিয়াৰিকৈ এই দায়িত্ব পালন কৰিব পাৰিছোঁ, সেইটো সুধী সমাজে বিচাৰ কৰিব। মাথোন সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ যিসকলে আস্থাৰে আমাৰ ওপৰত এই দায়িত্ব ন্যস্ত কৰিছিল, সেইসকলৰ ওচৰত আৰু বিশেষকৈ, যিসকলৰ অৰিহণাৰে এই গ্ৰন্থখনি সুসমৃদ্ধ হৈছে—সেইসকল মহানুভৱ ব্যক্তিলৈ এই ছেগতে আমাৰ আন্তৰিক কৃতজ্ঞতা জনাই ৰাখিছোঁ।।

স্মৃতিগ্ৰন্থ সম্পাদনা সমিতিৰ উপদেষ্টা অসম, সাহিত্য সভাৰ পৰম সম্মানিত প্ৰাক্তন সভাপতি অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু প্ৰাক্তন সম্পাদক ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ উপৰিও সাহিত্য সভাৰ আন দুজনা শ্ৰদ্ধাভাজন প্ৰাক্তন সভাপতি ডক্টৰ মহেশ্বৰ নেওগ আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে নানা দিহা-পৰামৰ্শেৰে আমাক এই কামত অনুপ্ৰেৰণা দিছে। তদুপৰি অসম সাহিত্য সভাৰ মাননীয় প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ, উপ সভাপতি শ্ৰীযোগেশ দাস, প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়া, কেন্দ্ৰীয় উছপ সমিতিৰ সম্পাদক শ্ৰীদুৰ্গেশ্বৰ শৰ্মা, সাহিত্য সভাৰ সহকাৰী সম্পাদক ডক্টৰ নিশিপদ চৌধুৰী প্ৰাক্তন কোষাধ্যক্ষ শ্ৰীবড়নাকান্ত দেৱশৰ্মা, মেধিদেৱৰ সুযোগ্য পুত্ৰদ্বয় শ্ৰীৰামভদ্ৰ মেধি আৰু শ্ৰীসুৰেন্দ্ৰনাথ মেধি, মেধি ডাঙৰীয়াৰ ভতিজা শ্ৰীক্ষিতীশচন্দ্ৰ মেধি আৰু নাতি ডক্টৰ শ্যামভদ্ৰ মেধি, ডক্টৰ কালীচৰণ দাস, শ্ৰীভগবান মৰল আৰু বেটুপাতৰ শিল্পী শ্ৰীনীলপৱন বৰুৱাই প্ৰয়োজনীয় বিষয়ত নানা পৰামৰ্শ দি গ্ৰন্থখনি সমৃদ্ধ কৰাত আমাক সহায় কৰিছে। এই আটাইসকল সম্মানিত ব্যক্তিলৈ অসম সাহিত্য সভাৰফালে আৰু আমাৰ নিজৰ ফালৰ পৰা আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

ছপাশালৰ উপযোগীকৈ প্ৰবন্ধবোৰৰ পাণ্ডুলিপি সজাই দিছে শ্ৰীঅনন্ত তালুকদাৰ, শ্ৰীমতী অৰ্পণা হাজৰীয় আৰু শ্ৰীদুলালচন্দ্ৰ ডেকাই, অতি কম সময়ৰ ভিতৰত গ্ৰন্থখনি ছপাই দিছে শ্ৰীসৰস্বতী প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীদেবেন দত্তই। সেইসকলৰ বিশেষকৈ, শ্ৰীদত্তৰ কাষত আমি অশেষ কৃতজ্ঞ। সৰ্বশেষত সহযোগী বন্ধুবৰ শ্ৰীসতীশচন্দ্ৰ চৌধুৰী

আৰু শ্ৰীভবানীপ্ৰসাদ অধিকাৰীৰ পৰা পোৱা সকলো প্ৰকাৰৰ সহায়-সহযোগৰ বাবে তেওঁলোক দুজনলৈও আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

'স্মৃতিমাল্য'খনি দিন-লেখেৰে মাত্ৰ চৈধ্য দিনৰ ভিতৰত ছপা কৰি উলিওৱা হৈছে। গতিকে ছপাত দুই এটি আসোঁৱাহ ৰৈ যোৱাটো অস্বাভৱিক নহয়। তাৰ বাবে সহৃদয় ৰাইজৰ ওচৰত আগতীয়াকৈ কৰযোৰে ক্ষমা-প্ৰাৰ্থনা বিচাৰিছোঁ।

ৰামচৰণ ঠাকুৰীয়া
সম্পাদক
গ্ৰন্থ সম্পাদনা সমিতি

১২ অক্টোবৰ ১৯৭৮
কটন কলেজ, গুৱাহাটী

# সূচীপাত

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড

## পৰিশিষ্ট



পৰিয়ালৰ একাংশৰ লগত মেৰি

# কালিরামমেধিপ্রশস্তিঃ

## আচার্য মনোরঞ্জন শাস্ত্রী

যো মেধিবংশজলধৌ সুগৃহীতজন্মা
সন্মার্গদর্শকশশীব কলাকলাপৈঃ ।
আঢ্যোঽথবেহসমভুবোঽভ্যুদিতঃ স্বকালে
প্রাপ্তোঽস্তমেব কিল জীবতি কালিরামঃ ॥১॥

ব্যাকৃত্য সম্যগসমীয়বচঃ সমূলং
তত্ত্বং বিবৃত্য চ মহাপুরুষীয়বাচাম্ ।
অঙ্কাবলীং সুকবিভীরচিতাং প্রকাশ্য
যোঽসেবতাসমভুবং বহুধা বুধোঽসৌ ॥২॥

লোকপ্রশাসনবিধানবিদগ্রগণ্যো
ধন্যো য একশরণোঽপি চ বিষ্ণুভক্তঃ ।
শক্তোঽথ কর্মনিরতোঽপি ফলেষসক্তো
যুক্তঃ স জীবতি চিরং স্বযশঃপ্রকাশৈঃ ॥৩॥

প্রণীতবান্ হেমসরস্বতী যৎ
প্রহ্লাদসম্বন্ধি মহচ্চরিত্রম্ ।
তৎকাব্যসম্পাদনলব্ধকীর্তিঃ
জনৈঃ স্মৃতোঽস্তাপি স বৈ মহাত্মা ॥৪॥

যো জন্মনা মেধিকুলপ্রদীপঃ
সৎকর্মণা জন্মভুবো ললামঃ ।
ধীমান্ গুণাঢ্যো জনতাভিরামঃ
স্মৃতোঽস্ত ভক্ত্যা কৃতিকালিরামঃ ॥৫॥

# কালিৰাম মেধিৰ পুণ্যস্মৃতিত

## বাগ্মীবৰ নীলমণি ফুকন

চৰকাৰী বিষয়-বাব লৈ সেই কামত ব্যস্ত থাকিও আজন্ম চিৰ চেনেহী ভাষা-জননীৰ সেৱাত একান্তভাৱে লাগি থকা পুণ্যশ্লোক কালিৰাম মেধি ডাঙৰীয়া এজন অসম জননীৰ সুযোগ্য সন্তান আছিল। যি কালত পশ্চিম দেশৰ সভ্যতাৰ পছোৱাই উপ-মহাদেশ ভাৰতৰ বিশেষকৈ উত্তৰ-পূৱ-পশ্চিম অঞ্চল ঢৌৱাই নিছিল, সেই সময়ত পশ্চিম দেশৰ এই নবোন্মেষৰ যুগত বঙ্গদেশত যিদৰে ৰাজা ৰামমোহন ৰায় ওলাইছিল, অসমতো আনন্দৰাম ঢেকিয়াল ফুকন আদি এই নবোন্মেষ আদৰ্শৰ ঘাই পূজাৰী আছিল বুলি কব লাগিব। সেই সময়ত এটা কথা বিশেষভাৱে মন কৰিবলগীয়া যে যিসকলে ব্ৰিটিশ গৱৰ্ণমেণ্টৰ ডাঙৰ ডাঙৰ বিষয়-বাব পাইছিল, তেওঁলোকেই এই নবোন্মেষৰ যুগত নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰো নৱ-সংস্কাৰক আছিল। ভাৰতৰ 'ঔপন্যাসিক স্কট" বঙ্কিম চট্টোপাধ্যায় ব্ৰিটিশ গৱৰ্ণমেণ্টৰ এজন মেজিষ্ট্ৰেট আছিল, আৰু পেস্কাৰ কাম কৰা ৰাজা ৰামমোহন ৰায়ে বেদান্ত-উপনিষদৰ শাস্ত্ৰীয় ভাৱৰাশিৰপৰা 'ব্ৰহ্ম-সমাজ' স্থাপন কৰিছিল। ভাৰতত আকৌ অন্ধ বিশ্বাস, পৌত্তলিকতা আদি নানা বিধ ক্ৰিয়া-কাণ্ডৰ মাজত চলি থকা অন্ধ বিশ্বাসৰ উপাসক ৰক্ষণশীল হিন্দু সমাজত ধৰ্ম বস্তুটো ভাটৌৰে 'ৰাধা-কৃষ্ণ' বোলাৰ দৰে নিত্য-নৈমিত্তিক মুখেৰে উচ্চাৰণ কৰা ক্ৰিয়া-কাণ্ড বহুল ধৰ্মাচৰণত পৰিণত হৈছিল। তেনে অন্ধযুগত ৰাজা ৰামমোহন প্ৰভৃতি মণীষীসকলে যিভাৱে আধ্যাত্মিক জগতত পোহৰ দিবলৈ ধৰিলে সেই কথা বিশেষভাৱে স্মৰণ কৰিবলগীয়া। এই মণীষীসকলে ইংৰাজ গৱৰ্ণমেণ্টৰ স্বভাৱতে উচ্চ পদস্থ বিষয়-বাব লৈয়ে নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বাণী-মন্দিৰতো প্ৰধান প্ৰধান পুৰোহিতৰ আসন অলঙ্কৃত কৰিছিল। আৰু তাৰ দ্বাৰাই প্ৰাচ্য-প্ৰতীচ্য দেশৰ সভ্যতাৰ যে এক অপূৰ্ব্ব সংমিশ্ৰণ ঘটাই সেই অন্ধকাৰ যুগত একৰকম হিৰণগৰ্ভ জ্যোতিৰে চতুৰ্দিশ পোহৰাই তুলিছিল, সেইটো ভাৰতৰ পক্ষে অতিশয় কামৰ বস্তু আছিল। ইংৰাজ গৱৰ্ণমেণ্টৰ তলতীয়া বিষয়-বাব খোৱা এই-সকলে যে ভাৰতীয় আদৰ্শত দৃঢ়ভাৱে এই নতুন কাব্যামৃত ৰসেৰে ভৰপূৰ বিৰিখ ৰোপন কৰিব পাৰিছিল, সেই কথা ভাৰতৰ ইতিহাসত সদায় অবিস্মৰণীয় হৈ থাকিব। এইদৰে ৰাজা ৰামমোহন ৰায়ে ইছলাম্, খ্ৰীষ্টধৰ্ম, বেদান্ত-উপনিষদ ধৰ্মৰ উপাসিত

একেজন সৰ্ব-শক্তিমান পৰমেশ্বৰেই যে উপনিষদৰ 'একমেবাদ্বিতীয়ম্', কোৰানৰ 'আল্লাহ আকবৰ', বাইবেলৰ 'স্বৰ্গীয় পিতা' তাক স্পষ্ট ভাবাত প্ৰচাৰ কৰে। গতিকে সেয়ে মানুহে খোৱা সময়ৰ হাতত অন্ধ বিশ্বাসত নিত্য নৈমিত্তিক ক্ৰিয়া-কাণ্ডত পৰিণত হোৱাৰ পৰা আকৌ প্ৰাণৱন্ত ধৰ্মোশ্বাসত দেশ প্লাবিত কৰি নিব পাৰিছিল। এই নবোন্মেষৰ যুগ ভাৰতৰ পক্ষে নিশ্চয় অতুলনীয় অৱৰ্ণনীয় আছিল।

অসমতো সেই সময়ত আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, তেজপুৰৰ বৰকাকতী পৰিয়াল, ভীষ্ম পিতামহ স্বৰূপ স্বনামধন্য হৰিবিলাস আগৰৱালাৰ পৰিয়াল, 'চিন্তানলত' পুৰি ডেই থকা মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য আদিৰ কেইবাটা পৰিয়ালেও এই নবোন্মেষৰ যুগ আগবঢ়াই আনিছিল। আজিও এইবিলাক পৰিয়াল অসমীয়া ভাষা-জননীৰ পুৰুষানুক্ৰমে সেৱক হিচাপে পৰিগণিত হৈ আছে। 'হেম-মাজু-বেজ' অসমীয়া জোনাকীযুগৰ এই ত্ৰিবেণী সঙ্গম অসমৰ পুণ্যতীৰ্থ হৈ পৰিছে। এটা বিদেশী গৱৰ্ণমেণ্টৰ তলত 'জীৱিকা নিৰ্বাহক বিষয়বোৰ লৈও এই বিলাক পৰিয়াল এই নবোন্মেষৰ যুগৰ অগ্ৰদূত আছিল বুলি আজিও পৰিচিত। পুণ্যশ্লোক কালিৰাম মেধি ডাঙৰীয়ায়ো এইসকলৰ পদানুসৰণকাৰী লোক আছিল। তেওঁ গোটেই জীৱন দায়িত্বপূৰ্ণ চৰকাৰী চাকৰিয়ালৰ ব্যস্ততাৰ মাজতো যে নিজৰ আশ্ৰম সুলভ পৰিবেশ এটি সৃষ্টি কৰি নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ দেহেকেহে আজন্ম সেৱা কৰি সুদীৰ্ঘ জীৱন কটাই অমৰত্ব লাভ কৰি জাতিৰ প্ৰাণত এতিয়াও সঞ্জীৱিত হৈ আছে, সেই কথা পাহৰণিয়েও পাহৰিব নোৱাৰে। অসম মাতৃৰ তেনেজন আশ্ৰমী-ঋষিবদৰে লোকৰ সাহিত্যই আছিল তপস্যা সাধনাৰ মহাবস্তু, এই কথাকেই আমি আজিও স্মৰণ কৰিব লাগিব।

গুৱাহাটীৰ পাণবজাৰত থকা তেওঁৰ বিশেষভাৱে চকুত নপৰা আশ্ৰমৰ কুটীৰ সদৃশ বাসভৱনটি যে আৰণ্যক কোনো এজন ঋষিৰ কুটীৰহে আছিল, তাত সোমা-লেই মনলৈ তেনে এটি ভাৱ স্বভাৱতে আহে। আমি নিজে এবাৰ তেওঁ পেঞ্চন পোৱাৰ পাছত, যথেষ্ট বৃদ্ধ বয়সত তেওঁৰ কুটীৰৰ নিচেই ঠেক খোটালি এটাত চাৰিওফালে আলমাৰিত কিতাপেৰে দো-থাই থকা খোটালিটোত সোমাই দেখোঁ যে তেওঁ এটা আলমাৰিৰ ওচৰত মাটিত বহি কিতাপৰ টোপোলাৰ দৰে টোপোলা এটা লৈ কিছুমান কিতাপৰপৰা টোকা লবলৈ ধৰিছে। সেই অৱস্থাত কিতাপৰ দ'মৰ মাজত তেওঁ একৰকম পোত গৈ কিবা কিবি টোকা (note) লিখিছিল। চকুৰে তেতিয়া ভালকৈ নেদেখা অৱস্থা। আমাক দেখি তেওঁ ভালদৰে চিনি নাপাই সোধাত, আমাৰ নাম ক'লত, উঠি গৰা মাৰি ধৰি সেই কিতাপৰ দ'মৰ

মাজত চলী এখনও বহুবালে। তাৰ পাছত আমাৰ লগত যি আলাপ কৰিলে সেই সকলোখিনি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভবিষ্যত লৈ আলোচনা কৰিছিল। তেওঁ যেতিয়া ডিব্ৰুগড়ত হাকিম পদত অধিষ্ঠিত আছিল, তেতিয়া ডিব্ৰুগড়ত নাট্য-মন্দিৰ, সাহিত্য সভা আদি অনুষ্ঠান বিলাক সজীৱ কৰি তুলিছিল। নাট্যাভিনয় চাই তেওঁ বৰ আনন্দ উপভোগ কৰিছিল। তেৱেঁই আমোলাপট্টিৰ নাট্য-মন্দিৰটো সজীৱ কৰি তোলে। মুঠতে কব লাগিব ডিব্ৰুগড়ত তেওঁ সাহিত্য-সেৱীসকলক এটা নতুন প্ৰেৰণা দিয়ে, যাৰ ফল স্বৰূপে ডিব্ৰুগড় অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ এটি নুতন কেন্দ্ৰস্থল হৈ উঠে।

সাহিত্য যে সাধনাৰ বস্তু আৰু সত্য-শিৱ-সুন্দৰৰ উপাসনা কৰাই ঈশ্বৰোপাসনা কৰাৰ সমতুল্য আৰু অসম দেশখন যে এটি গৱেষণাগাৰ স্বৰূপ তাক তেওঁৰ অনুসন্ধিৎসু প্ৰাণে প্ৰমাণ দি থৈ গৈছে। তেনেজন অসম জননীৰ কৃতী সন্তানক ওপৰে ওপৰে চালে আমি একৰকম পাহৰিলোঁ। যদিও আমাৰ স্মৃতি শক্তিয়ে তেওঁক পাহৰিবলৈ দিয়া নাই। মানুহে যি দৰে নিজৰ আত্মাৰ চাক্ষুষ দৰ্শন কোনো দিনে নাপালেও অন্তৰত সেই আত্মাই অফুৰন্ত পোহৰ দি আছে যাৰ পোহৰত মৰণশীল মানুহে মৰিও অমৰাত্মালৈ পৰমানন্দ সুখে বিচৰণ কৰিব পাৰে, সেইদৰে অসম জননীৰ এই কৃতী সন্তান এই মৰ্ত্যলোকৰপৰা আঁতৰিলেও আমাৰ জাতীয় অধ্যাত্মলোকত আজিও ধ্ৰুৱতৰাৰ দৰে ট-টকৈ জ্বলি আছে। আমি অন্তৰ্দৃষ্টিত সদায় সেই পোহৰ পাই আছোঁ যেন—এনে এটি ভাব-মূৰ্তি চকুৰ আগতে দেখি আছোঁ।

আমাৰ এই ৯৮ বছৰ বয়সত ৰোগ শয্যাত শেষ নিশ্বাস পেলাবলৈ মাত্ৰ বাকী থকা সময়ত যে এইজন অসম-জননীৰ কৃতী-সন্তানৰ জন্ম-শতবাৰ্ষিকীত অন্তৰৰ হিয়া ভৰা এচলু তৰ্পণ আজি দেশবাসীৰ লগতে যাচিব পাৰিছোঁ, সেয়ে আমাৰ শেষ মুহূৰ্তত এটি অফুৰন্ত আনন্দ দিছে, সেয়ে বোধকৰোঁ, আমাকো পৰমানন্দলোকত যেন তেওঁৰ সান্নিধ্য লাভ কৰিবলৈ প্ৰস্তুত কৰিছে-এনে এটি ভাবে আমাক উদ্বেলিত কৰি তুলিছে।

জয়তু অসম জননীৰ কৃতীসন্তান মেধি ডাঙৰীয়া।

জয়তু অসমা সুষমা কামৰূপা কামদা অসম জননী ॥

এই পুন্য তিথিত সমবেত সতীৰ্থসকলৈ আমাৰ শেষ নমস্কাৰ।*

---

* আমাৰ বিশেষ অনুৰোধক্ৰমে ফুকন ডাঙৰীয়াই মৃত্যুৰ কিছুদিন আগতে এই প্ৰবন্ধটো লিখি পঠিয়াইছিল। গ্ৰন্থখনি ছপাৰ আকাৰত তেখেতে দেখা নোপোৱাৰ বাবে আমি দুঃখিত। তেখেতৰ স্মৃতিতো শ্ৰদ্ধাঞ্জলি। —সম্পাদক

# দেউতাৰ সোঁৱৰণত

## ।। এক ।।

### শ্ৰীৰামভদ্ৰ মেধি

পিতা স্বৰ্গঃ পিতা ধৰ্ম্মঃ
পিতাহি পৰমং তপঃ।
পিতৰি প্ৰীতিমাপন্নে
প্ৰীয়ন্তে সৰ্ব্বদেৱতাঃ॥

পিতাৰ প্ৰতি ওপৰোক্ত ভাব এই অভাজন পুত্ৰৰ কিমান আছে বা থাকিব পাৰে আৰু পিতাৰ সন্তুষ্টিৰ মাধ্যমে সৰ্ব্বদেৱতাৰ প্ৰীতি কিবা লাভ হৈছে নে নাই সেইটো এক মাত্ৰ নেদেখাজনেহে জানে।

আমাৰ পৰম পূজনীয় দেউতা স্বৰ্গীয় কালিৰাম মেধিৰ পবিত্ৰ স্মৃতিত প্ৰথমেই পৰিয়ালৰ সকলোৰে হৈ তেখেতৰ জন্ম-শতবাৰ্ষিকী উছৱৰ পুৰ্ণ্য তিথিত তেখেতৰ শ্ৰীচৰণত শত সহস্ৰ কোটি প্ৰণাম জনাই নতজানু হৈ নতশিৰে আন্তৰিক শ্ৰদ্ধাভক্তি নিবেদন কৰি তেখেতৰ বিদেহী আত্মাৰ মঙ্গল কামনা কৰিছোঁ।

আমি জানিব পৰা মতে ১৮৭৮ চনৰ অক্টোবৰ মাহত কামৰূপ জিলাৰ ৰামদিয়া গাওঁত দেউতাৰ জন্ম হৈছিল। ১৯৩৬ চনৰ এপ্ৰিল মাহত অৱসৰ গ্ৰহণ কৰাৰ পাছত গুৱাহাটীৰ পাণবজাৰস্থিত বৰপেটীয়া পাৰাৰ নিজা বাসভবনত ১৯৫৪ চনৰ জানুৱাৰী মাহৰ ২৪ তাৰিখ দেওবাৰে ৰাতি ১০ মান বজাত তেখেতৰ মৃত্যু হৈছিল।

প্ৰাথমিক শিক্ষা গাওঁতে হোৱাৰ পাছত গুৱাহাটী গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়ি দেউতাই ইং ১৮৯৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স পৰীক্ষাত সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত প্ৰথম হোৱা বাবে হেমচন্দ্ৰ বৰুৱা আৰু হেমধৰ বৰুৱা সোঁৱৰণী ৰৌপ্য পদক দুটা লাভ কৰিছিল। তাৰ পাছত কলিকতাৰ চিটি কলেজৰপৰা পদাৰ্থ বিজ্ঞান আৰু ৰসায়ণ বিজ্ঞানত অনাৰ্চ পাই বি, এ পাছ কৰি ১৯০৩ চনত পদাৰ্থ বিজ্ঞানৰ এম, এ মহলাত উৰ্ত্তীৰ্ণ হয় আৰু লগে লগে ১৯০৪ চনত চৰকাৰী কামত চব্ ডেপুটি কলেক্টৰ হিচাপে নিযুক্ত হয়। নগাওঁ-ডিব্ৰুগড়ত ছেটেলমেণ্টৰ কাম

কৰি পাছত তুৰাত ই, এ, চি হিচাপে কাম কৰি গোলাঘাটলৈ বদলি হয়। তাৰ পাছত ১৯১৫ চন মানত গোৱালপাৰালৈ বদলি হৈ টাউন ছেটেলমেণ্টৰ কাম কৰে। ১৯১৯ চনত মেছপাৰা কোর্ট অব্ ওৱার্ডছ্ৰ কামত (গোৱালপাৰা) লক্ষীপুৰৰ জৰীপৰ কাম কৰে। সেই সময়ত লক্ষীপুৰত হাইস্কুল নথকা বাবে শ্বিলঙত মোক ৺চেনীৰাম মেধি খুৰাইদেউৰ লগত থাকি পঢ়িবলৈ পঠাইছিল।

আকৌ ১৯২১ চনত গোৱালপাৰালৈ অহাত মোকো সেই বছৰতে গোৱাল-পাৰালৈ অনাই তাতে পঢ়িবলৈ দিয়ে। আৰু গোৱালপাৰা হাইস্কুলৰপৰাই মই মেট্রিকুলেচন পৰীক্ষা পাছ কৰোঁ।

১৯১৯ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ বৰপেটাত বহা তৃতীয় অধি-বেশনত সভাপতি হবলৈ যাওঁতে দেউতাই মোক শ্বিলঙৰপৰা বন্ধত আহোঁতে লগত লৈ গৈছিল। সৰুপেটা ৰেল ষ্টেচনৰপৰা আমি (মই আৰু বাকি চাপ্ৰাছি) গৰু-গাড়ীৰে গৈছিলোঁ। দেউতা আৰু মেছপাৰাৰ এচিষ্টেণ্ট মেনেজাৰ ৺বেণাৰাম শৰ্মা দুয়ো ঘোঁৰাত গৈছিল। ঘোঁৰা আৰু গৰুগাড়ী ষ্টেচনত ৰৈ আছিল। তেওঁলোক দুয়ো আমাতকৈ উদ্বিগ্নভাবে বহু আগে গৈ পাই আমি গৈ নোপোৱালৈকে অপেক্ষা কৰি আছিল।

১৯২৪ চনত দেউতা আকৌ ডিব্ৰুগড়লৈ মুন্সিফ-মেজিষ্ট্ৰেটৰ কামত যাব লগা হয় আৰু তাৰ পাছত মঙলদৈলৈ ১৯২৬ চনত মহকুমাধিপতি হৈ আহে। মঙলদৈত মহকুমাধিপতি হৈ থাকোঁতেই গোৱালপাৰাৰ অস্থায়ী জিলাধিপতি আৰু কিছুদিন গোৱালপাৰাৰ মহকুমাধিপতি হিচাপে কাম চলাই আকৌ মঙলদৈলৈ ঘূৰি আহে আৰু ইয়াৰ ভিতৰতে কিছুদিন নগাওঁত জিলাধিপতি হৈছিল। শেষত আকৌ মঙলদৈলৈ ঘূৰি গৈ তাৰপৰাই ১৯৩৬ চনৰ এপ্ৰিল মাহত অৱসৰ গ্ৰহণ কৰে।

দেউতা পোন প্ৰথম বাৰ নগাওঁত থাকোঁতেই তাত মোৰ জন্ম হৈছিল আৰু মোৰ বয়স ৪।৫ বছৰ মান হোৱালৈকে তাত আছিল বুলি মনত পৰে। সেই সময়ৰ কথা কিছু কিছু মনত আছে। সেই সময়ত নগাওঁৰ আলিবাট এতিয়াৰ দৰে নাছিল। গতিকে জৰিপৰ কামৰ বাবে গাৱেঁ-ভূঁইয়ে ফুৰিব লগা হোৱাত ঘোঁৰাৰে অহা যোৱা কৰিছিল, আৰু কামৰ পৰা ঘূৰি আহি ঘোঁৰা চহিচক ধৰিবলৈ কৈ মোক তাত তুলি দি কিছু ফুৰাবলৈ দিছিল। পাছত আকৌ গোৱালপাৰা ছেটেলমেণ্টৰ কাম কৰোঁতে সেই সময়তো ঘোঁৰাৰে চলিছিল আৰু বতৰ ভাল থাকিলে চাইকেল ব্যৱহাৰ কৰিছিল। কাম কৰোঁতে কোনো ৰকম আৰাম বিচৰা বিধৰ মানুহ দেউতা নাছিল। কাম মুখ্য আন সকলো কথা তাৰ তলত। কেতিয়াবা কেতিয়াবা কামৰ

বাবে গোৱালপাৰাৰপৰা লক্ষীপুৰলৈ চাইকেল চলাই গৈ একেদিনাই ঘূৰি অহা দেখিছোঁ। ঘৰত ঘোঁৰা থকা বাবে মই প্ৰায়েই ঘোঁৰাত উঠিছিলোঁ। আৰু পাছলৈ ভালকৈ ঘোঁৰা দৌৰাব পৰা হৈছিলোঁ। গোৱালপাৰাত থকা ঘোঁৰাটো কিছু তেজী আছিল ; উঠিব নজনা মানুহ উঠিলে লৰচৰ নকৰি ঘূৰি জঁাপ মাৰে। মোৰ ২।১ জন লগৰীয়া উঠি পৰিছিল আৰু শেহত দুঠা হৈছিল।

দেউতাই যি সময়ত হাইস্কুলত পঢ়িছিল সেই সময়ত কেনেকুৱা অসুবিধাৰ মাজেৰে কষ্ট কৰি পঢ়িছিল সেই কথা উল্লেখযোগ্য। গুৱাহাটীত পঢ়োঁতে টকোবাৰী অঞ্চলত বাহা বান্ধি থাকিছিল আৰু শনিবাৰে গাওঁৰ ঘৰলৈ খোজকাঢ়ি গৈ চাউল-পাত খৰি আদি ভাৰ বান্ধি আনি নিজে ৰান্ধি বাঢ়ি খাইছিল। এইদৰে সকলো কাম নিজে কৰি কষ্ট কৰি পঢ়া-শুনা কৰিছিল বুলি নিজে আমাক কৈছিল। সেয়েহে তেওঁ নিজে শিক্ষা বা পঢ়া-শুনাৰ মূল্য বুজি পাইছিল। নগাওঁত থাকোঁতে আমাৰ মৰমৰ খুৰাইদেউ ৺দীননাথ মেধিক দেউতাই লগত ৰাখি পঢ়াইছিল আৰু খুৰাইদেৱে সকৰেপৰা সকলো বিষয়তে আমাৰ যত্ন লৈছিল। পৰৱৰ্তীকালতো গাওঁত থকা খুৰাইতৰ লৰা-ছোৱালীবিলাক আনি দেউতাই লগত ৰাখি পঢ়ুৱাইছিল। এয়া দেউতাৰ সকলোৰে প্ৰতি থকা অনুভূতি আৰু উদাৰ মনৰ পৰিচায়ক।

আজি-কালিৰ নিচিনা সেই সময়ত অহা যোৱা, থকামিলাৰ সা-সুবিধা নাছিল, মফঃস্বললৈ যাওঁতে ভাত-চাহৰ সঁজুলিসহ বচদ-পাতি লগত লৈ যাব লগা হৈছিল। মাল-পত্ৰ গৰু গাড়ীৰে পঠাই নিজে চাইকেল বা ঘোঁৰাৰে গৈছিল। লেম্প, মম, দিয়াছলাই, কাপোৰ-কানি, বিচনা-পত্ৰ, কিতাপ-কাগজ আদি মেয়েই যতনাই দিব লগা হৈছিল। মাল-পত্ৰ পঠোৱাৰ আগে সকলো ঠিকমতে দিয়া হৈছে নে নাই দেউতাই খবৰ লৈছিল। মফঃস্বললৈ যি যি বস্তু নিয়া দৰ্কাৰ সেই সকলোবোৰ বাহি নামৰ চাপ্ৰাছি জনে ঠিক মতে যোগাৰ কৰি লৈছিল। চাইকেলেৰে গ'লে চাইকেল খোলা-মেলা যন্ত্ৰ-পাতি, ৰবৰ-চলিউচন, পাম্প আদি লগত নিবলৈ নাপাহৰিছিল ; আৰু কেতিয়াবা বাটত চকা ফুটিলে নিজেই বাতি লৈছিল।

ডুবাত থকা বাবে দেউতাই গাৰো ভাষা জনাৰ দৰ্কাৰ হৈছিল আৰু চৰকাৰে তেওঁক গাৰো ভাষা শিকি গাৰো ভাষাৰ বিভাগীয় পৰীক্ষা ( **Departmental examination** ) পাছ কৰিবলৈ নিৰ্দেশ দিছিল। দেউতাই মাষ্টৰ ধৰি ঘৰতে গাৰো ভাষা শিকিছিল আৰু সেই শিক্ষকৰ লগত গাৰো ভাষাৰে কথা পাতিছিল। যথা সময়ত গাৰো ভাষাত পৰীক্ষা দি সুখ্যাতিৰে পাছ কৰিছিল আৰু সেই বাবে

এক হাজাৰ টকা পুৰস্কাৰ পাইছিল। সেই খবৰ পোৱাৰ দিনা আমাৰ খুব আনন্দ হৈছিল আৰু সেই উপলক্ষে এদিন আমাৰ গোৱালপাৰাৰ ঘৰত হোৱা চাহ-মেললৈ দেউতাৰ নগৰীয়াসকল নিমন্ত্ৰিত হৈছিল।

গোৱালপাৰাত থকা কালত মাজে সময়ে নদীৰে নাৱেদি বালিভাত (পিক্-নিক্) খাবলৈ দেউতাৰ অন্তৰঙ্গ বন্ধু-বান্ধৱসহ আমাক লৈ গৈছিল। তেতিয়া য'ত নাও বথাই বালিত আঁৰ কাপোৰ তৰি ৰন্ধা-বঢ়াৰ আয়োজন কৰিছিল, তেতিয়া আমি বালিত দৌৰি ফুৰিবলৈ খুব ভাল পাইছিলোঁ। দেউতাই তেতিয়া বন্ধু-বান্ধৱসহ নাওতে তাছ খেলিছিল, নাইবা কিবাকিবি আলোচনা কৰিছিল।

মনত পৰাৰেপৰা দেউতাক আমি কেবল লেখা-পঢ়া আৰু চৰকাৰী কাম-কাজ খুব মনযোগেৰে কৰা দেখি আহিছোঁ। এই কামত ব্যস্ত থকা স্বত্বেও তেওঁতে ঘৰৰ সকলো কথালৈকে মন দিছিল আৰু পৰিয়ালৰ সকলোৰে খবৰ ৰাখিছিল, আৰু সকলোৰে আৱশ্যকীয় অভাৱ মোচন কৰিছিল। এটা কথা বিশেষ মনকৰিবলগীয়া এই যে তেওঁতে যেতিয়া পঢ়া-শুনা কাম কৰে বা লিখাত মন দিয়ে, তেতিয়া অন্যে হাজাৰ গোলমাল, চিঞৰ-বাখৰ কৰিলেও একো গম নাপায়, একাগ্ৰপতীয়া কৈ নিজৰ কামতে মগ্ন হৈ থাকে।

দেউতাই নোট বহী, ডায়েৰী, কাগজ-কলম সদায় লগত লৈ ফুৰিছিল আৰু নানা ধৰণৰ খবৰ লিখি ৰাখিছিল যেনে, যি ঠাইলৈ যায় তাৰ ইতিবৃত্ত, লোকসংখ্যা ধৰ্ম্ম, পূজা-পাতল, স্কুল, ৰাস্তা-ঘাট, ভাষা আদিৰ বিষয়ে। কিবা সমস্যা থাকিলে তাকো লিপিবদ্ধ কৰি থৈছিল। ডায়েৰীবোৰত কেতিয়া বলৈ গৈছিল, কিমান মাইল যোৱা হ'ল, কোন সময়ত যোৱা হল, কোন সময়ত পালে গৈ, কিমান সময় লাগিল যোৱা-অহাত কিমান খৰছ হ'ল, কি কাম কৰিলে ইত্যাদি সকলো লিখি থৈছিল।

দেউতাৰ আৰু এটা আকাংক্ষা আছিল, সেইটো হৈছে পুৰণি পুথি সংগ্ৰহ আৰু তাৰ পাঠোদ্ধাৰ কৰা। পুথি পালেই তাক তৎক্ষণাৎ নিজে নকল কৰি উলিয়াই অধ্যয়ন কৰি তাৰ সকলো তত্ব উপলব্ধি কৰিবলৈ যত্ন কৰিছিল। ডায়েৰী-বোৰত ক'ত কাৰ হাতত কি কি পুথি আছে বা কি পুথি ক'ত বিচাৰিব লাগে ঠিকনাসহ সেইবোৰ লিখা আছে। সকলোবোৰ ডায়েৰীত কি কি আছে, তাক ইয়াত দিয়া সম্ভৱ নহয়। পুথিবোৰৰ বেছি ভাগেই ধৰ্ম্মমূলক আৰু নানা ৰকম মন্ত্ৰ আদিৰ পুথি।

দেউতাৰ আৰু এটা বিশেষ কথা হ'ল—অধ্যয়ন আৰু গৱেষণা। সকলো কথা

নিজে পঢ়ি-শুনি, জানি-বুজিহে মাইবা যুক্তিৰে মীমাংসা কৰিহে গ্ৰহণ কৰিছিল। অসমৰ সৰু আওহতীয়া ঠাইত থাকি কাম কৰিবলগীয়া হোৱাত ভাল লাইব্ৰেৰী বা পুথিভঁৰাল নোপোৱা বাবে আৱশ্যকীয় বহুত কিতাপ বিভিন্ন ঠাইৰপৰা অৰ্ডাৰ দি কিনি আনিছিল। দুষ্প্ৰাপ্য কিতাপ, ৰেকৰ্ড আদি চাবৰ বাবে মাজে মাজে ছুটি লৈ গৈ কলিকতাৰ সেই সময়ৰ ইম্পিৰিয়েল লাইব্ৰেৰী (বৰ্তমান নেচনেল লাইব্ৰেৰী)ত সেই কিতাপ, ৰেকৰ্ড আদি অধ্যয়ন কৰিছিল। পুৰীলৈকো গৈ তাত থাকি তাৰ পুথিভঁৰালত অধ্যয়ন কৰিছিল।

নগাওঁত থাকোঁতে যেতিয়া মোৰ বয়স অনুমান ৩।৪ বছৰ মান হ'ব, তেতিয়া দেউতাই আন লগৰীয়া সহ চোতালত চকি-মেজ পাৰি গধূলিৰপৰা বহুত ৰাতিলৈকে বহি থাকিছিল, ৰাতি হোৱাত আন লগৰীয়াসকল গুচি যোৱাৰ পাছতো ভাত-পানী খাই অকলেই বহি থাকিছিল। আমি ভাবিছিলোঁ। ৰাতি ৰাতি বাহিৰত অকলে বহি বহি দেউতাই কি কৰে! পাছত জানিব পাৰিছিলোঁ। যে তেওঁ ৰাতি আকাশত তৰাৰ গতিবিধি লক্ষ্য কৰি থাকিছিল। মানুহে কৈছিল— "মেধি হাকিমে আকাশৰ তৰা চাই থাকে"। সেই সময়ত অৰ্থাৎ ১৯১০ চনত আসাম বান্ধৱত তেখেতে লিখা "হেলীৰ নেজাল তৰা" প্ৰবন্ধ দুটামান ক্ৰমশঃ সংখ্যাত প্ৰকাশ হৈ ওলাইছিল। কোনো দূৰবীক্ষণ যন্ত্ৰৰ সহায় নেহোৱাকৈ তৰাৰ গতি আৰু অন্যান্য কথা পৰ্যবেক্ষণ কৰা কথাটোৱেই তেখেতৰ অসীম ধৈৰ্য, একাগ্ৰতা আৰু নক্ষত্ৰৰাজিৰ বিষয়ে জানিবলৈ একান্ত আগ্ৰহৰ কথা বুজায়।

অনুমান ১৯০৯ চনৰপৰা আসাম বান্ধৱ, আলোচনী আদি কাকতত দেউতাই ধাৰাবাহিক ভাৱে নানা নীতিমূলক ৰচনা, বিজ্ঞানমূলক আৰু বুৰঞ্জীমূলক প্ৰবন্ধ-পাতি আৰু সমালোচনা লিখিছিল। তাৰউপৰিও অভিভাষণ আদি আৰু ইংৰাজীতে লিখা প্ৰবন্ধ-পাতিটো আছেই। এই ধৰণৰ প্ৰবন্ধ-পাতি তেখেতে মৃত্যুৰ আগলৈকে লিখি আছিল।

তেখেতৰ লেখতলবলগীয়া সুবৃহৎ গ্ৰন্থ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' ১৯১২ চনতে লিখিবলৈ আৰম্ভ কৰিছিল, আৰু আসাম বান্ধৱত প্ৰথমে বৰ্ণ প্ৰকৰণ সম্বন্ধে কিছু প্ৰকাশ হৈছিল। এই কামৰ বাবে বহুত অধ্যয়ন আৰু গৱেষণা কৰিছিল। ১৯১৫ চনৰপৰা ১৯২৪ চনলৈকে গোৱালপাৰাত থকা সময়ত কলিকতা, মাদ্ৰাজ আদি ঠাইৰপৰা বহুত কিতাপ, নানা ভাষাৰ ব্যাকৰণ, অভিধান আদি মগাই কিনি আনিছিল, আৰু মই সেই বিলাক অনা-নিয়া, ৰখা-মেলাৰ দায়িত্ব লব

লগা হৈছিল। ব্যাকৰণৰ পাণ্ডুলিপিখন লিখিবৰ বাবে কাগজ কিনি, বহী বান্ধি কলম-চিয়াঁহী আদি যোগাৰ কৰি দিয়াৰ সৌভাগ্য মোৰ ঘটিছিল। শেষত কিতাপখন কলিকতাত ছপা হোৱাৰ সময়ত ৺হৰেণ কলিতাদেৱে প্ৰুফ আদি চোৱাত আমাক যথেষ্ট সহায় কৰিছিল। দেউতাই নিজে প্ৰুফবোৰ চাই 'প্ৰিন্ট অৰ্ডাৰ' দিছিল। গতিকে এই কিতাপ লিখাত কিমান পৰিশ্ৰম কৰিব লগা হৈছিল সেইটো ভাবিলে অবাক হব লাগে। এই কিতাপ দেউতাই অৱসৰ লোৱাৰ পাছত ১৯৩৬ চনত ছপা কৈ ওলাইছিল। কিতাপৰ পাৰ্চেল জাহাজেৰে আহিছিল আৰু কাঁচীবজাৰ ঘাটত নমাই দিছিল। পেকিং বাকচ খুব ডাঙৰ আৰু গধুৰ হোৱাত বহুত ভাৰী লগাই বাহ্তাৰে নমাই আনি খোঁৰা গাৰীৰে ঘৰলৈ অনা হৈছিল।

অৱসৰ লোৱাৰ পাছতে দেউতাই অসমীয়াতে এখন বীজ গণিত লিখি উলিয়াই-ছিল, আৰু সেইখন পাঠ্যপুথি হিচাপে মঞ্জুৰী বিচাৰি সেই সময়ৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ চাহাবলৈ পঠোৱা হৈছিল। দুঃখৰ বিষয় যে যুদ্ধ কালীন অৱস্থাত সেই পাণ্ডুলিপিখন কলৈ গ'ল তাক বিচাৰি পোৱা নগ'ল। তাৰ প্ৰথম পাণ্ডুলিপিৰ কেইখনমান বহী ফটা-ছিটা অৱস্থাত পোৱা গৈছে যদিও ধাৰাবাহিক হিচাপে নাই বাবে এতিয়া আৰু সেইবোৰ একো কামত নাহে। এই বীজগণিতৰ বাবে অসমীয়া পৰিভাষা দেউতাই প্ৰথমে সৃষ্টি কৰি উলিয়াইছিল। সেই শ্ৰম অথলে যোৱা বাবে দুঃখ পাইছোঁ।

ইয়াৰ পাছত ১৯৩৭-৩৮ চনত 'অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান' এখন দেউতাই নিজে চিত্ৰাদি আঁকি নতুন পৰিভাষাসহ লিখি উলিয়াইছিল, আৰু কলিকতা বিশ্ববিদ্যালয়লৈ মতামতৰ বাবে পঠাইছিল। কিন্তু তাৰপৰা গুৱাহাটী কটন কলেজলৈ পঠাই দিছিল, আৰু কোনো মন্তব্য নেকোৱাকৈ তাতে পৰি আছিল। শেহত অধ্যক্ষ ৺হিৰণ্যচন্দ্ৰ ভূঞাদেৱে সেইখন পাই তেনে অৱস্থাত পৰি থকা বাবে মোক ওভোটাই দিছিল। তেখেতৰ অনুগ্ৰহতে সেইখন পোৱা বাবে তেখেতলৈ আমাৰ কৃতজ্ঞতা জনাইছোঁ, নহলে এইখনো বীজগণিতৰ দশাপ্ৰাপ্ত হ'ল-হেঁতেন। বহুত চেষ্টা কৰা স্বত্বেও এইখন ছপা কৰি উলিয়াবপৰা নাই বাবে এইখন এতিয়াও অপ্ৰকাশিত হৈয়ে আছে।

ইয়াৰ পাছত 'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' সমূহ সংগ্ৰহ কৰি যুগুত কৰাত উক্ত শিৰোনামাত কিতাপ আকাৰে এখন গ্ৰন্থ ৺হৰিনাৰায়ণ দত্তবৰুৱাই ১৯৪৮ চনত প্ৰকাশ কৰি উলিয়াইছে। এই কিতাপত আগকথা এটি গ্ৰন্থৰ আগত আৰু শেষৰ কালে 'টোকা'ত বাণী সমূহৰ বিষয়ে আলোচনা কৰিছে।

এখনি সুবৃহৎ ইংৰাজী Introduction সহ ২১ খন অঙ্কীয়া নাটৰ সঙ্কলন "অঙ্কাৱলী" ১ম ভাগ দেউতাই নিজেই সম্পাদনা কৰি ১৯৫০ চনত ছপাই উলিয়াইছিল। এইখন ছপোৱাৰ বাবে কিছু সহায় লাভ কৰিবলৈ পাই সৌভাগ্য আৰু গৌৰব অনুভব কৰিছোঁ। অঙ্কাৱলী ২য় ভাগৰ বাবেও পুথি কিছুমান লিখি উলিয়াই Introduction খন লিখিবৰ বাবে সাজু হৈছিল। কিন্তু সেই কাম কৰিবলৈ পোৱাৰ আগেয়ে মৃত্যুয়ে দেউতাক আমাৰ মাজৰপৰা লৈ গ'ল।

জাৰ্নেল অব্ দ আসাম ৰিছাৰ্চ ছোচাইটী'ত দেউতাই লিখা 'The Kalitas', 'Brajavali Literature' সম্বন্ধে ইংৰাজী প্ৰবন্ধবোৰ আৰু 'Impressions of the Prabashi Banga-Sahitya Sanmelan' বোলা প্ৰবন্ধ 'মডাৰ্ণ ৰিভিউ' আৰু 'ইণ্ডিয়ান ৰিভিউ'ত ছপাবৰ বাবে দেউতাৰ আদেশক্ৰমে টাইপ কৰিবলগীয়া হৈছিল।

ব্যাকৰণখন অসমৰ বাহিৰৰ বিদেশৰ পণ্ডিতসকললৈ পঠোৱা কাম মোক দিছিল আৰু ময়ে পাৰ্চেল আদি বান্ধি ডাক-ঘৰত দিবলগা হৈছিল। লক্ষ্মীনাথ বেজবৰুৱা নৰিয়া গাৰে ডিব্ৰুগড়লৈ অহা পথত দেউতাৰ আদেশত গৈ গুৱাহাটী ষ্টেচনত বেলত তেখেতৰ হাতত ব্যাকৰণখন দিয়াৰ সৌভাগ্য মোৰেই ঘটিছিল। ব্যাকৰণখনৰ বিষয়ে দিয়া দেশী-বিদেশী পণ্ডিতসকলৰ মতামতবোৰ মোক টাইপ কৰিবলৈ দিছিল আৰু জুলছ্ ব্লকৰ ফৰাচী ভাষাত দিয়া মন্তব্যটো গুৱাহাটী ডনবস্কো হাইস্কুলৰ ফাদাৰ এজনৰ হতুৱাই ইংৰাজীলৈ অনুবাদ কৰোৱা হৈছিল। ঘৰুৱা কাম-কাজ, বিয়া-শ্ৰাদ্ধ আদি বিষয়তো কেনেকৈ কি কৰা হ'ব সেই সম্বন্ধে সিদ্ধান্ত দেউতাই নিজে লৈ কামবোৰ কেনেকৈ কি কৰিব লাগে তাৰ নিৰ্দেশ দিছিল আৰু কাম কিমান আগবাঢ়িছে তাৰো খবৰ ৰাখিছিল। এইদৰে দেউতাৰ সকলো কামতে মই ওতঃপ্ৰোত ভাবে জড়িত আছিলোঁ।

আমাৰ সকলোবিলাক ভাই-ভনীৰ প্ৰতি দেউতা সমানভাবে মৰমিয়াল আছিল আৰু সকলোকে যাক যেনে সুবিধা দিব লাগে, সেই বিষয়ত সদায় সজাগ আছিল। সকলোকে পঢ়া-শুনাত সুবিধা দিছিল আৰু পঢ়া-শুনা, খোৱা-লোৱা, পিন্ধা-উৰা বিষয়ত অকৃপণ ভাবে খৰছ কৰিছিল। দেউতাৰ নিজৰ পিন্ধন-উৰণত বিলাসিতা নাছিল যদিও পৰিপাটি আছিল। ব্ৰিটিশ চৰকাৰৰ উচ্চপদস্থ বিষয়া বাবে ভালকৈ কোট-পেণ্ট, টাই আদি পিন্ধিছিল যদিও কামলৈ যোৱা সময়ৰ বাহিৰে আন সময়ত সদায় ধুতি-চাদৰ পিন্ধিছিল। দেউতাই কেতিয়াও পাঞ্জাবী নিপিন্ধিছিল; তাৰ সলনি সদায় শুধ বগা কামিজহে পিন্ধিছিল। দেউতাই কলিকতাৰ নামী দোকানৰপৰা

অনা ভাল কাপোৰ-কানি, কোট-পেণ্ট, টাই, জুতা-মোজা আনি ব্যৱহাৰ কৰিছিল। সেই সময়ত তিতকেলা সক চহৰবোৰত ভাল কাপোৰ-কানিৰ দোকান নাছিল বাবে কলিকতাৰপৰা অনাবলগীয়া হৈছিল। আমাৰ ভাই-ভনীবিলাকলৈ প্ৰতি মাহে কিবা নহয় কিবা লাগতিয়াল বস্তু কলিকতাৰ সেই সময়ৰ বিখ্যাত দোকানবোৰৰ-পৰা কিনি আনিছিল। তেতিয়া বিজুলী বাতি নথকা বাবে কেৰাচিন লেম্প ব্যৱহাৰ কৰা হৈছিল। সেউভাই পঢ়াৰ সুবিধাৰ বাবে কলিকতাৰ দোকানৰপৰা ভাল ভাল লেম্প আৰু ফিটা কটা কেচি পৰ্যন্ত অনাইছিল। ঘোঁৰাত উঠিবৰ বাবে ব্ৰিচেছ পট্টি আদি ব্যৱহাৰ কৰিছিল আৰু কলিকতাৰপৰা কৰাই আনিছিল। কানপুৰৰ লেডাৰ ফেক্টৰীৰপৰা ঘোঁৰাৰ জিন-লেকাম আদি অনাইছিল। মুঠতে সকলো বথাতে সেউতা মাৰ্জ্জিত ৰুচিৰ আছিল। চলন-ফুৰণ, কথা-বাৰ্ত্তা, আৰু মানুহৰ লগত ব্যৱহাৰত অতি মাৰ্জ্জিত আৰু অমায়িক আছিল। কোনো মানুহকে কেতিয়াও টানকৈ বা বেয়াকৈ কোৱা নাছিল। অসমীয়া ভাষাৰ বহুল প্ৰচলন সেউতাৰ কাম্য বিষয় আছিল। ডিব্ৰুগড়ত প্ৰথমবাৰ থকাৰ সময়ত দুৰ্গা পূজাৰ সময়ত বঙালী যাত্ৰাভিনয় আৰু বঙালী নাটক থিয়েটাৰত অভিনীত হৈছিল। সেইবাবে সেউভাই ৺ভাৰতচন্দ্ৰ দাস হাকিম, ডাঃ হৰেকৃষ্ণ দাস, ৺গঙ্গা ৰাম চৌধুৰী আদিৰ লগত লগ লাগি স্থানীয় অসমীয়া ৰাইজৰ মুখিয়াল মানুহক উদগাই দি অসমীয়া নাটক অভিনয় কৰাৰ যত্ন কৰিছিল আৰু পূজাৰ সময়ত ৺জাহাজ বাবুৰ পূজা প্ৰাঙ্গণত মঞ্চ সাজি অসমীয়া নাটকৰ অভিনয় কৰিছিল আৰু আমাক নি আগশাৰীত বহুৱাই থিয়েটাৰ চাবলৈ দিছিল। সেই সময়ত ডিব্ৰুগড়ত অসমীয়া থিয়েটাৰ হল সজোৱা হৈছিল। সেইদৰে গোৱালপাৰাতো অসমীয়া থিয়েটাৰ হল সজোৱাত আগভাগ লৈছিল আৰু তাতো অসমীয়া নাটক অভিনয় কৰাইছিল। গোৱালপাৰাৰ শ্যামসুন্দৰ কীৰ্ত্তন ঘৰত শঙ্কৰদেৱৰ তিথি উপলক্ষে ভাওনা, নাট আদিৰ অভিনয় কৰাইছিল।

ডিব্ৰুগড়ত দ্বিতীয়বাৰ থকাৰ সময়ত Theosophical Society ৰ লগত সেউতা জড়িত হৈছিল আৰু তেতিয়াৰ সেন্দুৰীয়া আলিৰ উপৰত থকা চাহ-খেতিয়ক চাহাবসকলৰ Theosophical Lodge লৈ গৈছিল। সেই ল'জটো দেখিলে নদীৰ পাৰলৈ ফুৰিবলৈ যোৱা মানুহে তাত মন্ত্ৰ-মাতি ভূত-প্ৰেত আৰু মৰা মানুহৰ আত্মা অনা হয় বুলি কোৱাবুই কৰা শুনিছিলো। ডিব্ৰুগড়লৈ যোৱাৰ পূৰ্ব্বে গোৱালপাৰাত থকা সময়তে সেউতাৰ টেবুলত এনি বেচান্ত আৰু অন্যান্য লেখকৰ থিওছফিৰ কিতাপপত্ৰ দেখিছিলোঁ। আৰু সেইবোৰৰ কেইখনমান পঢ়ি চাইছিলোঁ।

ভিত্তহৰিৰ আলোচনী কাকত-পত্ৰ বহু সমস্ত আছি থাকিছিল আৰু ইয়াৰপৰাই বুজা যায় যে এই বিষয়তো তেখেতৰ ৰাপ আছিল।

দেউতাই নিজৰ কাম কাজ আৰু লেখা-পঢ়াত ব্যস্ত থাকিলেও আমি কি পঢ়িছোঁ, কি শিকিছোঁ সেই কথাৰ খবৰ ৰাখিছিল। মই প্ৰবেশিকা পৰীক্ষাৰ বাবে পঢ়ি থাকোঁতে Algebraৰ Surd, Indices শিকাইছিল আৰু কে পি বসুৰ বীজগণিত আৰু যাদব পাটিগণিতৰ সকলোবোৰ অঙ্ক আৰু প্ৰশ্নৰ কাকতত থকা অঙ্কবোৰ কৰিবলৈ দিছিল, আৰু মই কৰিছোঁ নে নাই খবৰ লৈছিল। পিছত ল' পৰীক্ষা দিয়াৰ সময়তো প্ৰশ্ন দি উত্তৰ লিখিবলৈ দিছিল আৰু সেইবোৰ চাই কেনেকৈ উত্তৰ লিখিব লাগে বুজাই দিছিল। পৰৱৰ্তীকালত আমাৰ লৰা-ছোৱালীবোৰকো সেইদৰে নিজে পঢ়ুৱাইছিল।

অকল পঢ়া-শুনাৰ বিষয়েই যে খবৰ ৰাখিছিল এনে নহয়—আন আন কথাবোৰো মন কৰিছিল। দেউতা লক্ষীমপুৰত থকা সময়ত মই খিলঞ্জপৰা বন্ধত আহোঁতে ঘৰত ভূতৰ গল্প কোৱা হৈছিল। ভূতৰ গল্প শুনি ভয় পোৱা বুলি কোনোবাই দেউতাক ক'লে, ৰাতি ভয় খাওঁ বুলি দেউতাই কেইদিনমানলৈ মোক নিজৰ লগতে শুৱাইছিল।

দেউতাৰ পঢ়া টেবুল কিতাপ-পত্ৰ, কাগজ কলমেৰে ভৰি থাকে বাবে কাম কৰি বা পঢ়ি থকা অৱস্থাত চাহ-তামোল দিবৰ বাবে সদায় ওচৰতে এখন টিপয় থাকে। এদিনৰ ঘটনা সোঁৱৰণী পটত উঠা বাবে এই কথা লিখা হ'ল। কাম কৰিবলৈ বহাৰ আগে আগে একাপ চাহ খোৱাৰ পাছত দেউতাই তামোল এখন মুখত ভৰাই ওচৰতে থকা গুৰগুৰি হোকাত ধঁপাত এচিলিম দিবলৈ কৈ কিতাপ-পত্ৰ মেলি লৈ লিখিবলৈ বহিল। ইতিমধ্যে বাহি চাপ্ৰাছিয়ে ধঁপাত দিয়া বুলি কৈ গ'ল। কিন্তু একাণপতীয়া কৈ লিখি থকা বাবে ধঁপাতলৈ পাহৰিলে। বহুত সময়ৰ পাছত বাহিক মাতি ক'লে—"ধঁপাত দিয়া নাই"! বাহিয়ে ক'লে—"ধঁপাত দিছিলোঁ। দেউতা—আপুনি লেখিব ধৰি খাব পাহৰিলে"। কামত একান্ত চিত্তে মনযোগ দিয়াৰ দেউতাৰ এই এটা নিদৰ্শন মাথোন।

পঢ়া-শুনাত যি ৰকমে মনযোগ দিছিল ঠিক সেই ৰকমেই দেউতাই সকলো কাম কৰিছিল। ছেটেলমেণ্টৰ কাম খুব নিয়াৰিকৈ কৰিছিল, আৰু নিজে পথাৰলৈ গৈ জোখ-মাখ কৰি ফিল্ড বুকত লেখি ৰাখিছিল। প্লেন টেবুলত ছাৰ্ভেৰ যন্ত্ৰ-পাতিৰ সহায়ত মণ্ডল-কাননগোৰ লগত মেপ, নকসা আদি আঁকিছিল। পাছত অফিছত সেইবোৰ ট্ৰেচ কৰি ফাইনেল কৰিছিল; কিন্তু সেইয়া ঠিক নোহোৱা

পৰ্য্যন্ত বা নিজে মিলাই চাই শুদ্ধ নোহোৱাবোৰকে চহী নকৰিছিল। কেতিয়াবা কেতিয়াবা এই বিষয়ে মণ্ডলসকলক দাবি-ধমকি দি সাৱধান কৰি দিছিল। প্ৰত্যেক দাগৰে জোখ লৈ কালি আদি ঠিক হৈছে নে নাই নিজে অঙ্ক কৰি উলিয়াইছিল। সকলোতে সন্তুষ্ট হৈ নিঃসন্দেহ হলেহে চহী দিছিল। দেউতাৰ ছেটেলমেণ্টৰ ৰিপোৰ্ট, ৰেকৰ্ড আদি ৰেকৰ্ড ৰুমত ৰক্ষিত হৈছে আৰু পৰৱৰ্তী কালৰ বিষয়াসকলৰ বাবে সেইবোৰ সহায়ক বুলি জনাজাত। ফৌজদাৰী মোকৰ্দমা মেজিষ্ট্ৰেট হিচাপে বিচাৰ কৰোঁতেও অতি দক্ষতাৰে কৰা বাবে চৰকাৰৰপৰা প্ৰসংশাপত্ৰ পাইছিল। অফিচৰ কেৰাণীয়ে অনা কাগজ-পত্ৰ পঢ়ি চাই মেলি সন্তুষ্ট হলেহে চহী দিছিল। প্ৰত্যেক কামকে অতি যত্নেৰে আৰু সাৱধানে কৰিছিল। কিবা ভুল পালে নতুনকৈ লিখাই বা টাইপ কৰাই অনাই ঠিক হলেহে চহী দিছিল।

লেখা-পঢ়া বা অফিচৰ কাম-কাজৰ উপৰিও দেউতা ভালেমান অনুষ্ঠানৰ লগত জড়িত আছিল। অসম সাহিত্য সভাৰ লগত আৰম্ভণিৰেপৰা সক্ৰিয়ভাৱে জড়িত আছিল। সেইদৰে কামৰূপ অনুসন্ধান সমিতিৰ লগতো জড়িত আছিল, আৰু অসম বাজিক সংগ্ৰহালয়ৰ সভাপতি ৰূপে বহু বছৰ কাম চাইছিল। ৰামদিয়াত প্ৰথমে হাইস্কুল স্থাপন কৰোঁতে তাতো আগভাগ লৈ দিহা পৰামৰ্শ দিছিল। সাহিত্যৰথী স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ সোৱঁৰণী সমিতিৰ দেউতা সম্পাদক আছিল, আৰু তেওঁতেৰ আবক্ষ মূৰ্তি প্ৰতিষ্ঠা কৰিবলৈ বিহগী কবি ৰঘুনাথ চৌধাৰী, ৺হৰিনাথ পাঠকচৌধুৰী আদিৰ লৈতে ঘোঁৰাগাড়ীত উঠি গুৱাহাটীৰ বিভিন্ন অঞ্চল ঘূৰি বিশেষ ব্যক্তিসমূহৰপৰা ধন সংগ্ৰহ কৰি কলিকতাৰপৰা মাৰ্বলৰ আবক্ষ মূৰ্তি কৰাই আনি উদ্বোধন কৰাইছিল। দেউতাই সুবিধা পালেই আসামৰ বিভিন্ন ঠাইত থকা সত্ৰ-সমূহ চাই ফুৰিছিল আৰু তাত পোৱা পুথি আদি সংগ্ৰহ বা নকল কৰি অনাৰ উপৰিও সমস্যাসমূহৰ বুজ লৈ সমাধানৰ চেষ্টা কৰিছিল। ধৰ্মালোচনী সভা আদিলৈ নিমন্ত্ৰণ কৰিলে বা সভাপতি হবলৈ অনুৰোধ কৰিলে তাক আগ্ৰহেৰে গ্ৰহণ কৰিছিল।

দেউতা খুব গহীন-গম্ভীৰ আৰু দৃঢ় প্ৰকৃতিৰ লোক আছিল বাবে মোকৰ্দমা সংক্ৰান্ত কোনো মানুহ ঘৰলৈ আহি দেখা কৰিবলৈ সাহস নকৰিছিল। কেতিয়াবা তেনে কোনো মানুহ আহিলেও অফিচ বা কছাৰীত দেখা কৰিবলৈ ভালদৰে কৈ বিদায় দিছিল।

আত্মীয়-কুটুম্ব বন্ধু-বান্ধৱ বা পৰিচিত মানুহৰ লগত দেউতাই সদায় সম্ভাৱ ৰাখি চলিছিল আৰু মাজে সময়ে তেনে মানুহক দেখা কৰিছিল নাইবা খবৰ

কৰিছিল। গাওঁত থকা দেউতাৰ সমসাময়িক মানুহবোৰ মাজে মাজে আহিছিল আৰু তেওঁলোকক ভালদৰে অভ্যৰ্থনা কৰি পঠিয়াইছিল।

বৰপেটাৰ মামা কেইজন, ৺অচ্যুত পাঠক ভিমিছিদেউ, ৺সৰ্বানন্দ জেঠা আদিৰ লগত বিশেষ সৌহাৰ্দ্য আছিল আৰু প্ৰায়েই তেওঁবিলাক আমাৰ ঘৰলৈ আহি থাকিছিল। কেতিয়াবা কেতিয়াবা তেওঁলোকক মতাই আনিও আলাপ-আলোচনা কৰিছিল। তেওঁলোক থকা কেইদিন দেউতাই নিজে সকলো খবৰ ৰাখিছিল আৰু আমাক তেওঁলোকৰ সকলো আলপৈচান ধৰিবলৈ নিৰ্দেশ দিছিল। ঘৰলৈ অতিথি-অভ্যাগত সদায় আহিছিল আৰু তেওঁলোকৰ যথাযোগ্য শুশ্ৰূষাৰ পিনে চকু দিছিল আৰু আমাকো সেই বিষয়ে উপদেশ দিছিল। দেউতাৰ অমায়িক ব্যৱহাৰ আৰু আদৰ অভ্যৰ্থনাৰ বাবে নগাওঁৰ ৺কমলভূঞা মামা আৰু অন্যান্য আত্মীয়-স্বজন প্ৰায়েই আমাৰ ঘৰলৈ অহা যোৱা কৰিছিল।

একো কাম নোহোৱাকৈ থকাটো দেউতাই খুব বেয়া পাইছিল। সেইদেখি যাকে যিমান পাৰে কামত সুমাই দিছিল। বৰপেটাৰ আমাৰ মামা ৺সুৰেশ দাসক মণ্ডলদৈলৈ মাতি নি ঠিকাৰ কামত লগাই দিছিল আৰু শেষত তেওঁ সেই অঞ্চলৰ প্ৰখ্যাত ঠিকাদাৰ হিচাপে জনাজাত হৈ চৰকাৰৰ বহুত ঘৰ-দুৱাৰ, আলিবাট, দলং আদি নিৰ্মাণ কৰিছিল। দেউতাই বেলতলাত কিছু খেতিৰ মাটি কিনি তাত খেতি কৰাইছিল আৰু ৺বগী খুৰাইদেৱে কিছুদিন সেই খেতি পৰিচালনা কৰিছিল। অৱসৰ লোৱাৰ পাছত দেউতাই নিজেই বায়তৰ দ্বাৰা খেতি কৰাইছিল।

অসম সাহিত্য সভাৰ বৰপেটাত হোৱা তৃতীয় অধিবেশনত সভাপতি হবলৈ যোৱাত দক্ষিণ হাটীত মামাইতৰ ঘৰত এটা অদ্ভুত দেউতা থকাৰ দিহা কৰিছিল। সভাৰ দিনা গায়ন-বায়নে খোল-তাল বজাই নাম-কীৰ্ত্তন কৰি সভামণ্ডপলৈ খোজ কঢ়াই আদৰি নিছিল। সভাথলিত বহুত মানুহৰ সমাগম আৰু দোকান-হাট দেখি দেউতা খুব আনন্দিত হৈছিল। অভিভাষণ পঢ়ি থাকোঁতে দেউতাই টেবুলত থোৱা গিলাচৰপৰা মাজে মাজে দুই এঢোক পানী খাইছিল। তাকে দেখি কিয় পানী খাইছিল সেই কথা ভাবিছিলোঁ। সভাৰ শেষত মোক লক্ষীপুৰলৈ লৈ গৈছিল।

গোলাঘাটত থাকোঁতে মোক নিম্ন প্ৰাইমাৰী স্কুলত পঢ়ুৱাই হাইস্কুলত ক্লাছ থ্ৰিত ভৰ্তি কৰাব পৰাকৈ উপযোগী কৰি তুলিবলৈ ঘৰতে মাষ্টৰ ৰাখি পঢ়ুৱাইছিল। গোলাঘাটত থাকোঁতেই আমাৰ আতা (দেউতাৰ দেউতাক) ঢুকাইছিল। আমাক বামদিয়ালৈ লৈ গৈ তাতে শ্ৰাদ্ধাদি কাৰ্য সম্পাদন কৰিছিল। সেই উপলক্ষে ওজাপালি অনাই গীত-পদ গোৱা দেখিছিলোঁ। গোলাঘাটত থাকোঁতেই

১৯১৪ চনৰ মাহত গুৱাহাটীৰ পাণবজাৰৰ মাটিডোখৰ কিনিছিল আৰু ১৯২৪ চনত হাউছ বিল্ডিং এড্‌ভান্‌চ লৈ তাত থকা ঘৰ সজাইছিল। সেই সময়ত আমি সৰু সৰু খেৰি ঘৰত থাকি কলেজত পঢ়িছিলোঁ।।

মঙ্গলদৈত মহকুমাধিপতি হৈ থাকোঁতে ১৯২৬ চনৰ শেষৰকালে দেউতাই মফঃস্বল আদিলৈ যোৱাৰ সুবিধাৰ্থে কাৰ এড্‌ভান্‌চ লৈ মটৰ গাড়ী কিনিছিল। তাৰ আগেয়ে অৱশ্যে চাইকেল আৰু হাতীৰে মফঃস্বল কৰিছিল। মটৰ কিনাৰ পাছতে নিজে মটৰ চলাবলৈ শিকিছিল আৰু মটৰ সম্বন্ধে যাবতীয় কথা কিতাপৰ পৰা পঢ়ি বুজি লৈছিল। সেই সময়ত অৰ্থাৎ মহকুমাধিপতি হৈ থাকোঁতে Driving licence লব লগা হৈছিল। লাইচেন্স দিবলৈ অহাসকলে নিজে গাড়ীত উঠি নানা ৰকমে গাড়ী চলোৱা পৰীক্ষা আৰু মৌখিক প্ৰশ্ন আদি কৰি উপযুক্ত বিবেচনা কৰিলেহে লাইচেন্স দিছিল। অৰ্থাৎ সকলো কামকে খৰচি মাৰি কৰিছিল। এদিনৰ কথা, দেউতাই নিজে মটৰ চলাই যাওঁতে চাইকেলত যোৱা মগুল এজনক খুন্দিয়াইছিল মঙ্গলদৈত; মণ্ডলজনক হছ্‌পিতাল লৈ নি চিকিৎসা কৰোৱাই তাত ২।১ দিন ৰখাই ঘৰৰপৰা খোৱা পঠাইছিল, আমাক খবৰ লবলৈ পঠাইছিল আৰু শেষত চাইকেল ভাল কৰাই দিছিল। গোৱালপাৰাত মোৰ মা ১৯১৮ চনত ঢুকোৱা সময়ত আমাৰ সৰু ভনী ৰত্না ( মাইকণ ) মাত্ৰ পাঁচমহীয়া কেচুৱা। সেই সময়ত দেউতাই আমাৰ আই ( দেউতাৰ মাক )ক আনি লগত ৰাখিছিল আৰু সেই আয়েই মাইকণক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। সকলো কেইজনী ভনীকেই পঢ়াই-শুনাই দেউতাই নিজে সৎপাত্ৰস্থ কৰি গৈছে। আমাৰ পাছৰ গৰাকী মা ১৯৪৮ চনৰ ডিচেম্বৰ মাহত ঢুকোৱা পাছত ডাঙৰ বোৱাৰীয়েক দেউতাৰ শুশ্ৰূষাৰ বাবে গুৱাহাটীৰ ঘৰতে আছিল আৰু সেই সময়ত দেউতাই তেওঁক নানা সদুপদেশ দিছিল।

দেউতাই অৱসৰ লোৱাৰ পাছতো গুৱাহাটীতে কিছুদিনৰ বাবে মেজিষ্ট্ৰেটৰ কাম কৰিছিল আৰু তাৰ পিছত যুদ্ধৰ সময়ত War Risk Insurance ৰ বিষয়া হিচাপে বহুত দিন কাম কৰিছিল। সেই সময়ত ললিত দাস নামে এজন পিয়ন আছিল। গোটেই অসমখনৰ ইমূৰৰপৰা সিমূৰলৈ যাব লগা হৈছিল, ললিত সদায় লগত গৈছিল। কিতাপৰ বাকচ এটা সদায় লগত নিয়ে আৰু এই ললিতেই কিতাপ-পত্ৰ বিচাৰি অনা কাম কৰিছিল। দেউতাই সদায় সকলো কাম নিয়মমতে কৰিছিল; আৰু ৰেল জাহাজ মটৰ আদিত যাব লগা হলে নিৰ্দিষ্ট সময়ৰ আগতে গৈছিল আৰু কেতিয়াও ৰেল জাহাজ ফেইল কৰা নাছিল। War Risk

Insurance-ত কাম কৰা সময়ত যুদ্ধ কালীন অৱস্থাত ৰেল অহা যোৱাৰ ঠিক নাছিল। এদিন ৰেলত যাওঁতে গৈ ওৰে দিনটো ষ্টেচনতে বহি থাকি গধূলি হ'লত ঘৰলৈ ঘূৰি অহাত জনা গ'ল যে সেইদিনা ৰেল নাছিল। এইয়া তেখেতৰ একান্ত কর্তব্য নিষ্ঠাৰ পৰিচায়ক।

গোৱালপাৰাত থকা কালত মোৰ মা, এজন ভাই আৰু বনকৰা মানুহ এজন অগা-পিছাকৈ ঢুকাইছিল; কিন্তু এই দুর্যোগ আৰু শোকতো দেউতাক বিহ্বল বা বিচলিত হোৱা দেখা নাছিলোঁ। দেউতাই নিজে শ্মশানলৈ গৈ অন্ত্যেষ্টিক্রিয়া সমাপন কৰিহে আহিছিল। আৰু শ্মশানৰপৰা ঘূৰি আহি নিজ কামত লগা দেখিছিলোঁ। ভাইজন আৰু সিজন মানুহক থৰি দি আহিয়েই ঘৰত বেমেজালি হৈ থকা স্বত্বেও গা-পা ধুই কফি-চাহ এটুপি খাই কামলৈ গৈছিল। ১৯৪৮ চনত দ্বিতীয় গৰাকী মা ঢুকোৱাৰ খবৰ পাই মই যোৰহাটৰপৰা আহি দেখিছিলোঁ দেউতাই পুথি-পাজি মেলি লৈ মনপুতি লিখা-পঢ়া কৰি আছে। বহুত সময়ৰ পাছতহে মই অহা গম পাইছিল। অত্যন্ত অধ্যবসায়, দীর্ঘকাল-অধ্যয়ন আৰু স্বাধীন চিন্তাৰদ্বাৰা উদ্বুদ্ধ হৈ বিভিন্ন বিষয়-বস্তুৰ তেখেতে আলোচনা কৰিছিল। শেষৰ পিনে বৈষ্ণৱ তথা শঙ্কৰদেৱৰ ধর্মৰ বিষয়ে নানা প্রবন্ধ-পাতি লেখিছিল।

কেৱল যে লিখা-পঢ়াতে দেউতা ব্যস্ত আছিল তেনে নহয়; স্কুল-কলেজত পঢ়োঁতে দেউতাই শাৰীৰিক ব্যাম আদি কৰাৰ কথা কৈছিল; তেখেতে সাতুৰিব পাৰিছিল, ঘোঁৰাত উঠিবও পাৰিছিল। দেউতাৰ সাহো অদ্ভুত আছিল। দুয়ো কাষে ডাঠ হাবি-জঙ্গলৰ মাজেৰে সৰু সৰু ৰাস্তাৰে গধূলি সময়তো অকলে ঘোঁৰাত উঠি আহিছিল। এদিন গধূলি এনেকৈ যাওঁতে এটা প্রকাণ্ড বাঘ ঘোঁৰাৰ আগেৰে ৰাস্তাৰ ইমূৰৰপৰা সিমূৰলৈ জাপ মাৰি গৈছিল, দেউতাই কথমপি সাৰিছিল; পাছতহে আমি শুনিছিলোঁ। আৰু বান পানীৰ সাহায্যৰ বাবে নাৱেৰে যোৱাত এটা বাঘ সাতুৰি নাৱৰ কাষলৈ আহি থকা দেখি লগত থকাবোৰে গুলিয়াৰ খোজাত মানা কৰি নিজে বাঘলৈ গুলি নামাৰি পানীত গুলিয়াই বাঘটো আঁতৰাই পঠালে; বাঘলৈ গুলিয়ালে বাঘে আক্রমণ কৰিব বুলি তেনে কৰিছিল। গোৱাল-পাৰাত থাকোঁতে তেখেতে টেনিছ খেলিছিল আৰু তাৰ বাবে কলিকতাৰপৰা টেনিছ ৰেকেট অনাই লৈছিল। বন্দুক কিনাৰ পাছত মাজে মাজে চিকাৰ কৰিবলৈ গৈছিল। পাছলৈ নিজে পশু-পক্ষী চিকাৰ কৰাৰপৰা বিৰত আছিল। গোৱালপাৰাত থাকোঁতে প্রায়ে বন্ধুবর্গৰ লগত তাছ খেলিছিল।

অসমৰ প্রথম গৱর্ণৰ পোন প্রথমে আহোঁতে গোৱালপাৰা ঘাটত দেউতাইহে

অভ্যৰ্থনা জনাইছিল। সেই উপলক্ষে দেউতাই কলিকতাৰপৰা নতুন চুট আদি কৰাই আনিছিল আৰু এটা ওমেগা হাত ঘড়ি আনিছিল। কিছুদিন ব্যৱহাৰ কৰাৰ পাছত সেই ঘড়ীটো মই কলিকতালৈ পঢ়িবলৈ যাওঁতে মোক দিছিল আৰু সেইটো মোৰ হাতত এতিয়াও ভালদৰে চলি আছে।

চৰকাৰী কাম কৰোঁতে যি ঠাইতে আছিল সেই সকলো ঠাইতে কবি, আলু, মটৰ, শাক-পাছলি আদিৰ খেতি কৰাইছিল। গোলাঘাটত থাকোঁতে কছাৰীৰ কাম শেষ কৰি গধূলি আহি আন্ধাৰ হলত লেম্প লগাই লৈ কবিৰ পুলি পোতা আৰু পানী দিয়া দেখিছিলোঁ। তুৰা, গোৱালপাৰা, মঙলদৈ আদি য'ত য'ত আছিল সকলো ঠাইতে সদায় এই ৰকমৰ একোখন বাগিছা কৰিছিল। গোৱালপাৰাত নিজ ঘৰৰ বাৰীত কৰা খেতিৰ উপৰিও চন্দৰীয়াত ঘৰৰ কাষত থকা নদীৰ জলসুৰা মাটি বেৰাই লৈ তাত আলু আৰু অন্যান্য খেতি বেছিকৈ কৰিছিল।

আমাক সদায় ঘৰৰ বস্তু-বাহানি, কিতাপ-পত্ৰ, বিছনা, কাছোৰ-কানি ঠান-ঠিত লগাই থোৱাৰ প্ৰতি নজৰ দিছিল আৰু আমাক নিজৰ কাপোৰ নিজে ধুই-মেলি সামৰি-সুতৰি থবলৈ শিকাইছিল।

তৰুণ ফুকন গোৱালপাৰাৰ সাহিত্য সভালৈ যাওঁতে তেওঁ থাকিবলৈ আমাৰ চন্দৰীয়া ঘৰৰ কাষত নদীৰ পাৰত তম্বু তাৰি দিছিল আৰু খোৱা-মেলাৰ যোগাৰ কৰি দিছিল। শৌচাদিৰ বাবে বেলেগ ঠাইৰ বন্দবস্ত কৰি দিছিল। আমি গৈ তেখেতক দেখা কৰা আৰু আলপৈচান ধৰা আজিও মনত আছে।

পাৰাকুছিৰ ৺কেশবচন্দ্ৰ দাস আৰু গোৱালপাৰাৰ ৺সন্তাৰাম দাস দেউতাৰ বিশিষ্ট বন্ধু আছিল ; আৰু উভয়ৰে আমাৰ ঘৰলৈ অহা-যোৱা আছিল। আমি তেখেতসকলৰ আলপৈচান ধৰিবলৈ খুব ভাল পাইছিলোঁ। আৰু সেই প্ৰীতি অতি মধুৰ আছিল।

শব্দ-সংগ্ৰহ দেউতাৰ এটা আচৰিত লক্ষণ। সদায় বোধহয় শব্দবোৰৰ কথাকে ভাবি থাকিছিল। কছাৰীত কাম কৰোঁতে বা সাক্ষীৰ মুখত কিবা নতুন শব্দ পালে তাক খৰচি মাৰি শুধি-পুছি লৈ নোট বহীত লিখি ৰাখিছিল। বিদ্যাপতি ব্যৱহৃত স্বৰবৰ্ণ-ব্যঞ্জন বৰ্ণৰ আদ্যাক্ষৰেৰে যিমান পাৰে সংগ্ৰহ কৰি শব্দবোৰ লিখি থৈছিল। অইনকি বাটেৰে যাওঁতেও শব্দ পাবলৈ আগ্ৰহ কৰিছিল আৰু আনকো শিকাইছিল। মঙলদৈত থাকোঁতে প্ৰায়েই সন্ধিয়া থকা বাংলাৰপৰা হছ্‌পিতালৰ কাষলৈ ফুৰিবলৈ গৈছিল। আমাৰ ভনী কণক কেতিয়াবা কেতিয়াবা লগত নিছিল আৰু ইংৰাজীশব্দ শিকাইছিল। হছ্‌পিতালৰ মৰা মানুহ থোৱা ঘৰটো দেখুৱাই সুধিছিল—"সেইটো কি

বৰ কৰ পাবালে ?" তাত হস্পিতালৰ মৰা মানুহ মৰণোত্তৰ পৰীক্ষাৰ বাবে থকা। সেই কথাৰ লগতে ঘৰটোৰ ইংৰাজী শব্দ morgue আৰু post-mortem আদি শব্দ শিকাইছিল।

দেউতাৰ শাৰীৰিক গঠন হৃষ্টপুষ্ট আছিল। কোনোদিন বেমাৰ হৈ পৰি থাকিব লগা হোৱা দেখা নাছিলোঁ। খোৱা-লোৱাত সদায় সাৱধান আছিল। য'ত ত'ত পানী নাখাইছিল—পিয়াহত গৰম পানী বা ফিকা চাহ খাইছিল। ভিতৰুৱা ঠাইলৈ গলে সদায় বটল-ফিল্টাৰ এটা লৈ গৈছিল, আৰু তপত পানী বাল্টি এটাত চেচা কৰি তাত ফিল্টাৰ বটল থৈ তাৰ পানীহে খাইছিল। মেলেৰীয়াৰ প্ৰাদুৰ্ভাৱ থকা বাবে সেই সময়ত পোষ্ট অফিচত বেচা কুইনাইনৰ চিচি এটা সদায় লগত ৰাখিছিল। মফঃস্বলৰ সৈতে তাৰ দুটা বৰি ফিকা চাহ সহ প্ৰথমে খোৱা অভ্যাসত পৰিণত হৈছিল। কেতিয়াবা জ্বৰ উঠিলে মেলেৰীয়া বুলি কুইনাইন আৰু গৰম চাহ খাই লেপ-কম্বল লৈ বিছনাত কিছু সময় পৰি থাকে আৰু সেই সময়ত ইংৰাজী কবিতা আৰু শেক্সপীয়াৰৰ নাটকৰ বচন আওৰাইছিল আৰু আমাক ওচৰলৈ মাতি নি ৰামায়ণ, মহাভাৰতৰ আৰু অন্যান্য সাধুকথা কৈছিল। এইদৰে কিছু সময় থাকি ধহমহকৈ উঠি আকৌ কামত বহিছিল। দিনত কোনোদিনে শোৱা নাছিল— আৰামী চকিত বহি কেতিয়াবা কেতিয়াবা অলপ জিৰাইছিল—তাকো কিবা এখন কিতাপ বা কাকত হাতত লৈহে।

অৱসৰ লোৱাৰ পাছত আৰু পুনৰ নিযুক্ত হোৱা কামৰপৰা অব্যাহতি লোৱাৰ পাছত প্ৰায়ে প্ৰবন্ধ পাতি লিখিছিল আৰু বেছি ভাগ সময় পুথি আদিৰ কামত ব্যস্ত আছিল। কোনো অসুখ বিসুখ নোহোৱাকৈ সদায় নিয়মিত ভাবে এইদৰে লিখা-পঢ়া কাম কৰি থাকিছিল। ১৯৫৩-৫৪ চনত মই গুৱাহাটীতে চব-জজ হৈ আছিলোঁ।

১৯৫৪ চনৰ, ২৪ জানুৱাৰী, দেওবাৰ। সেইদিনা ৰাতিপুৱা যোৰহাটৰ ৺দেবানন্দ ভঁৰালী আমাৰ ঘৰলৈ আহি দেউতাৰ লগত বহু সময় আছিল। তেওঁৰ লগত একেলগে চাহ-জলপান খাই পুথি-পাঁজি আৰু অন্যান্য নানা বিষয়ে আলোচনা কৰিছিল। সেই দিনা ওৰে দিনটো কিবা এখন পুথি পঢ়ি পঢ়ি নকল কৰি নিজ হাতে লিখি আছিল। গধূলি হ'লত ড্ৰয়িং ৰুমতে বহি বিশ্ৰাম কৰিছিল। তেনেতে নাতি লৰাইত আহি চাৰ্চ ফিল্ডত endrance চাইকেল ৰেচ হোৱাৰ কথা কলে। দেউতাই তেতিয়া এজন এজকৈ কেউটিকে চাবলৈ পঠাইছিল আৰু ঘণ্টাই ঘণ্টাই কি

হ'ল তথি আছিল। সেয়েহে কৈছিল যে বাতিপুৱাতে থাকিব নোৱাৰিব। সেয়েহে সেইটোৱেই হৈছিল বুলি পিছ দিনা শুনিছিলোঁ।

সেইদিনা গধূলি মই কিবা এটা জটিল মোকৰ্দমাৰ ৰায় লিখাত ব্যস্ত আছিলোঁ। ৮½ মান বজাত ভাত খাবৰ সময় হোৱাত দেউতাই মোক মাতি কিছু সময় বৈ থাকি বোৱাৰীয়েকে জোৰ কৰাত ভাত খালে—আৰু তাৰ পাছতো মোক মাতি আছিল। মই ব্যস্ত থকা বাবে অহাত পলম হ'ল—আৰু ইতিমধ্যে দেউতাৰ হঠাতে উশাহ-নিশাহ বন্ধ হ'ল; আৰু তেতিয়া থৰথৰকৈ আহি মাত-কথা নাপালোঁহি। ডাক্তৰ আহি সকলো শেষ হোৱা বুলি সিদ্ধান্ত দিলে। মোক বোধহয় কিবা খুজিছিল—এনেকৈ যে ভালে থকা মানুহ এজন নাইকিয়া হব পাৰে ভাবিব পৰা নাছিলোঁ। সেই হৃদয় বিদাৰক কথা আজিও পাহৰিব পৰা নাই। তাৰ আগেয়ে তেখেতৰ কিছু কথা লিপিবদ্ধ কৰি ৰখাৰ কথা ভাবিছিলোঁ—কিন্তু সেইয়া হৈ নুঠিল। ইমান সোনকালে ঘপহ কৰে যাব বুলিও ভবা নাছিলোঁ। সেই দুখ বৈ গ'ল। মৃত্যুৰ সময়ত দেউতাৰ ৭৬ বছৰ হৈছিল।

মৃত্যুৰ পাছত নানা ঠাইৰ বহুলোকৰ আৰু নানা ৰকম অনুষ্ঠানৰপৰা শোক-সংবাদ আহিছিল আৰু সভা-সমিতিয়ে শোক সভা পাতি পণ্ডিতজনৰ প্ৰতি সন্মান জনাইছিল। সেই সকল লোক আৰু অনুষ্ঠানবোৰলৈ আমাৰ শলাগ দুনাই জনালো। দুৰ্ভাগ্যবশতঃ সেই শোক বাতৰি থকা চিঠি পত্ৰ আদি কেনেবাকৈ নোহোৱা হৈছে।

প্ৰকাশ হোৱা কিতাপ, ৰচনা, প্ৰবন্ধ আদিৰ বাদেও কিছু অপ্ৰকাশিত ৰচনা, গল্প, উপন্যাস, সমালোচনা হাতে লিখা অৱস্থাত আছে—কিছুমান ভালকৈ থোৱা স্বত্বেও এতিয়া নাইকিয়া হৈছে।

যদিও দেউতাৰ লিখা কথাবোৰ মূলতঃ গদ্য তথাপি কবিতাৰ কল্পনা ৰাজ্যতো বিচৰণ নকৰা নহয়। হাতে লিখা কিছু কবিতাৰ বহী-কাগজ আছে। সেইবোৰ প্ৰকাশ যোগ্য হয় নে নহয়, সেইটো আলোচ্যৰ বিষয়।

গৌৰৱণত আৰু অন্যান্য কথা ক'বলৈ গ'লে পৰিয়ালৰ সকলোৰে কথা কবলগীয়া হয় আৰু ব্যক্তিগত কথাত পাঠক সকলৰ বিৰক্তি হয় বুলি মই নিজে যি দেখিছোঁ আৰু যেনে পাইছোঁ তাৰেই ডুখৰীয়া কিছু কথাৰে এই খিনিতে সামৰণি মাৰিছোঁ।

## ॥ দুই ॥

## শ্ৰীমতী হেমৰেখা দাস

৺দেউতাৰ কথা মনলৈ আহিলেই আমাৰ সৰুকালৰ বহুত কথাই মনত পৰে। সেই স্মৃতি ক্ৰমে ক্ষীণ হৈ আহিছে—হয়তো দিন যোৱাৰ লগে লগে এনেকুৱাই হয়। তথাপিও কিছুমান কথা অন্তৰৰ নিভৃততম কোণত সজীৱ হৈ থাকে। দেউতাৰ অসাধাৰণ ব্যক্তিত্বৰ কথা ভাবিলেই দেউতাৰ গহীন-গম্ভীৰ মুখখনৰ কথা মনত পৰে।

দেউতা সদায়েই আছিল চিন্তাশীল আৰু অতি গহীন। ল'ৰা-ছোৱালীবিলাকৰ লগত দেউতাই বেছি কথা বতৰা নাপাতিছিল, অতি দৰকাৰী কথাখিনিহে কৈছিল। কিন্তু সকলোকে যথেষ্ট মৰম কৰিছিল। আমি কেতিয়াও দেউতাৰ ডাবি ধমকি খোৱা কথা মনত নপৰে; দেউতাৰ গহীন প্ৰকৃতিয়ে আমাক শাসন কৰিবলৈ যথেষ্ট আছিল। আমি কেতিয়াও দেউতাৰ কথা নুশুনাকৈ থাকিব নোৱাৰিছিলোঁ।।

দেউতাৰ ভিতৰত থকা অসাধাৰণ গুণবিলাকৰ কথা আমি আগতে বুজিবলৈ চেষ্টা কৰা নাছিলোঁ; এতিয়াহে সেইবোৰ ভালদৰে উপলব্ধি কৰোঁ। সময়নিষ্ঠা দেউতাৰ এটা বৰ ডাঙৰ গুণ আছিল। চৰকাৰী কামত থাকোঁতে আৰু তাৰ পাছত, কামৰপৰা অৱসৰ লোৱাৰ পাছতো কোনোদিনে দেউতাক অযথাৰ্থ সময় কটোৱা আমি দেখা মনত নপৰে। চৰকাৰী কামত গধুৰ বোজা আৰু দায়িত্ব গ্ৰহণ কৰিও কামৰ ফাঁকে ফাঁকে অকণমান সময় পালেই দেউতাই সাহিত্য সাধনা কৰিছিল; এই সাহিত্য সাধনা জীৱনৰ শেষলৈকে আছিল। যেতিয়া চৰকাৰী কামৰপৰা অৱসৰলৈ গুৱাহাটীৰ নিজাঘৰত থিতাপি ললে, তেতিয়াও দেউতাই অনবৰত পঢ়া-শুনা কৰিয়েই সময় কটাইছিল। আমাৰ পাণবজাৰত থকা ডাঙৰ দুমহলীয়া ঘৰটোৰ সন্মুখত আৰু এটা দুটাকোঠাৰ সৰু ঘৰ আছে; সেইটোৰ সৰু কোঠাটো দেউতাই অফিচ কম হিচাবে ব্যৱহাৰ কৰিছিল। দেউতাই তাতেই সদায় পঢ়া-শুনা আৰু লেখা কামবোৰ কৰি থাকিছিল। ৰাতিপুৱা চাহ খাই উঠিয়েই তালৈ গৈ পঢ়াশুনা লৈ ব্যস্ত থাকিছিল। নটামান বজাত এবাৰ ভিতৰলৈ আহিছিল চাহ একাপ খাবলৈ। চাহ খাই তামোল আৰু ধঁপাত খাই অকণমান সময় পিছফালৰ বাৰন্দাত বহি কাগজ পঢ়িছিল। দেউতাৰ গুৰগুৰিত ধঁপাত খোৱা অভ্যাস আছিল। অকণমান সময় কটাই আকৌ অফিচ কমলৈ গৈ নিজৰ কাম কৰিছিল। দেউতাই তাত গভীৰ মনোযোগেৰে

কিবাকিবি কিতাপ-পত্ৰৰ মাজত সোমাই থাকিছিল আৰু কিবাকিবি লিখি থাকিছিল। আমি তেতিয়া সৰু আছিলোঁ। গতিকে দেউতাইনো তাত কি লেখা-পঢ়া কৰি থাকে মূঠেই বুজি পোৱা নাছিলোঁ। কোনোবা আলহী আহিলেহে ইয়াৰ ব্যতিক্ৰম হৈছিল। বাৰটামান বজাত দেউতাক গাধুৱৰ হৈছে বুলি মাতি আনিব লাগিছিল। "গৈছো যা" বুলিও দেউতাই কিছু সময় দেৰী কৰিহে আহিছিল। গা ধুই ভাত খাই দেউতাই তামোল-পাণ খাই আৰি খাই অলপ সময় বিশ্ৰাম কৰিছিল। ২॥ টা মান বজাত উঠি দেউতাই দুপৰীয়াৰ চাহ একাপ খাই আকৌ অফিচ কমলৈ গৈ লেখা-পঢ়া কৰিছিল। আবেলি ৪॥ টা মান বজাতহে চাহ খাবলৈ মাতি আনিব লাগিছিল। এইবাৰ দেউতাই অফিচ কম তলামাৰি থৈ আহে আৰু আমাৰ হাতত কেইখনমান ডাঙৰ ডাঙৰ কিতাপ পঠিয়াই দিয়ে ৰাতি পঢ়িবৰ কাৰণে। আবেলি চাহ খোৱাৰ পাছত কিছুসময় জিৰণিলৈ সদায় অকণমান ওলাই যোৱা দেউতাৰ নিত্য নৈমিত্তিক কাম আছিল। কেতিয়াবা গৰমৰ দিনত ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰিবলৈ গলে আমাকো লগত নিছিল আৰু নিজৰ সৰু কালৰ পঢ়া-শুনা কৰা কথাবোৰ আমাক কৈ গৈছিল। ফুৰি আহি কাপোৰ-কানি খুলি আকৌ পঢ়া-শুনা কৰিছিল। এইবাৰ ড্ৰইং ৰুমত ডাঙৰ লাইটৰ তলত আৰু এটা টেবুল লাইট জ্বলাই দিব লগা হৈছিল। চকুৰে খুব ভালকৈ দেখা নোপোৱা স্বত্বেও সেইদৰেই পঢ়াশুনা কৰিছিল। আমি দেউতাৰ পঢ়া-শুনা কৰা দেখি আচৰিত হৈছিলোঁ। আমি ওপৰ তলাত হুলস্থূল কৰি থাকিলেও দেউতাৰ গভীৰ মনযোগক সেই হুলস্থুলে স্পৰ্শ কৰিব নোৱাৰিছিল।

ঘৰ চলোৱা, ঘৰৰ যাবতীয় নিত্য প্ৰয়োজনীয় বস্তু-বাহানি কি আছে—কি নাই এইবিলাকৰ খবৰ কৰিব লাগে বুলি দেউতাই নাভাবিছিল আৰু দেউতাৰ এইবিলাক মন কৰিবলৈ আজৰিও নাছিল। মায়ে ঘৰৰ সকলো চলাইছিল যদিও কেতিয়াবা দেউতাক থং কৰি কোৱা আমাৰ মনত পৰে—"আপুনি একো নাচায়, আপোনাৰ কলমডাললৈয়ে খাব"। তাৰ পাছত দেউতাই কি কি বস্তু নাই খবৰ লৈছিল আৰু মাৰ কথাৰ কোনো প্ৰতিবাদ নকৰিছিল। যুদ্ধৰ পাছৰ সেইখিনি সময়ত লাগতিয়াল বস্তু-বাহানি পাবলৈ বৰ টান আছিল।

আমি বাই-ভনী কেবাজনীও আছিলোঁ আৰু আমিয়েই দেউতাৰ সকলো আল-পৈচান ধৰিছিলোঁ। দেউতাক চাহ দিয়া, দেউতাৰ কাপোৰ-কানি উলিয়াই দিয়া ইত্যাদি দেউতাৰ কামবোৰ আমিয়ে সকলো কৰিছিলোঁ। মায়ে এইবিলাক একো চাব নালাগিছিল। দেউতাই সকলো সময়তে আমাক ছোৱালীকেইজনীকহে মাতিছিল আৰু আমি কেতিয়াও দেউতাৰ টান মাত এবাৰো পোৱা মনত নপৰে। ঘৰৰ

কামকথা লবাবিলাকেও কেতিয়াও দেউতাৰ গালি নাখাইছিল আৰু তাহাঁতেও দেউতাক অত্যন্ত ভাল পাইছিল আৰু ভক্তি কৰিছিল।

দেউতা সকলো কামতে বৰ পৰিপাটি আছিল। নিজৰ বস্তু-বাহানি, নানাৰকমৰ কাগজ-পত্ৰ সকলো বেলেগ বেলেগ ফাইলত সুন্দৰকৈ ভৰাই থৈছিল, পাছত কৰিবলৈ কোনো কাম পেলাই নাথৈছিল। আৰু কাম হৈ যোৱাৰ লগে লগে আকৌ নিজ নিজ ঠাইত ভৰাই থৈছিল।

তেতিয়াৰ দিনত যিবোৰ অসমীয়া আলোচনী (আৱাহন, সুৰভি, জয়ন্তী আদি) ওলাইছিল সকলোবে একোকপি দেউতালৈ পঠিয়াইছিল—লোৱা নোলোৱাৰ প্ৰশ্ন নাছিল। লেখকসকলৰ নিজ নিজ কিতাপবো উপহাৰ কপি দেউতাই সদায় পাইছিল। দেউতাই পটি এৰাৰ লগে লগেই আমি কিতাপবোৰ পঢ়িবলৈ টনা আজোৰা লগাইছিলোঁ—কেতিয়াবা হয়তো দুই এখন হেৰুৱাইছিলোঁও, কিন্তু হঠাতে কেতিয়াবা দেউতাই যেতিয়া কোনো প্ৰবন্ধৰ কাৰণে সেই আলোচনীৰ বিচাৰ লৈছিল—আমি বৰ ভয় খাইছিলোঁ আৰু পাত পাতকৈ কিতাপ বিচৰাত লাগি গৈছিলোঁ। নাপালে দেউতাই খং কৰিছিল। অসংখ্য দায়িত্বপূৰ্ণ কামৰ মাজতো দেউতাৰ কিতাপ পঢ়াটো এটা ডাঙৰ অভ্যাস আছিল। সেই সময়ত আমাৰ ঘৰত মাজে মাজে সাহিত্যিকসকলৰ আলোচনা সভা বহিছিল আৰু তালৈ ৰঘুনাথ চৌধাৰী, ডিম্বেশ্বৰ নেওগ আদি কবি সাহিত্যিকসকল আহি বহুতো আলোচনা কৰিছিল। তেনে সভাত বিচাৰ লগায় বুলি আমি ভয়ে ভয়ে সকলোবোৰ কিতাপ বিচাৰি থৈছিলোঁ।

দেউতা বাজহুৱা বহুতো ডাঙৰ ডাঙৰ অনুষ্ঠানৰ লগত জড়িত আছিল আৰু সেই অনুষ্ঠানবোৰৰ নানাৰকমৰ মিটিঙলৈ প্ৰায়ে যাবলগীয়া হৈছিল। দেউতাই সেইবোৰ নোট কৰি থৈছিল আৰু সময়মতে মিটিঙলৈ গৈছিল। নিৰ্দিষ্ট সময়তকৈ কিছু আগতেই দেউতা সাজু হৈছিল আৰু ঠিক সময়ত উপস্থিত হৈছিল। ঘৰৰ কোনোবা ট্ৰেইন বাছ আদিৰে কৰবালৈ যাবলৈ ওলালেও দেউতাই পলম হয় বুলি আগৰপৰাই আমাক তাগিদা দিছিল। আমাৰ স্কুল কলেজৰ পৰীক্ষাবোৰৰ সময়ৰ কথা মোৰ বিশেষকৈ মনত পৰে। আমাৰ কোনো পৰীক্ষা থাকিলে আমি যাবলৈ ওলোৱা সময়ত সদায় নিজৰ কাম এৰি অফিচ কমৰপৰা ওলাই আহিছিল আৰু আমি ভাত খালোঁ নে নাই, প্ৰৱেশপত্ৰ, কলম আদি ঠিকমতে লৈছোঁনে নাই—সকলো খবৰ কৰি আমাক যাবলৈ তৎহেৰুৱাই দিছিল। সকলো কাম নিজে কৰিছিল আৰু আমাকো শিকাইছিল।

আমাৰ সৰুসুৰা কথাবোৰ দেউতাই মনদি শুনিছিল আৰু পৰীক্ষা দি অহাৰ পাছত প্ৰত্যেকৰে প্ৰশ্নকাগজখন দেউতাই পঢ়ি চাইছিল। আমাৰ ল'ৰা-ছোৱালী-কেইটি সেই সময়ত বেচ সৰু সৰু আছিল—কোনোবাই হাইস্কুলত, কোনোবাই পাঠশালা স্কুলত পঢ়িছিল; কিন্তু সৰু হলেও প্ৰত্যেকেই পৰীক্ষা দি আহি দেউতাক প্ৰশ্নখন দেখুৱাইছিল আৰু দেউতায়ো সকলোৰে প্ৰশ্নবোৰ চাই কি উত্তৰ লিখিলে সুধিছিল। পঢ়া-শুনা কৰা কথাটোত দেউতাই বৰ গুৰুত্ব দিছিল আৰু ভাল ৰিজাল্ট কৰিলে আটাইতকৈ আনন্দ পাইছিল দেউতাই। সেই কাৰণেই হয়তো বহুতো বছৰৰ আগতেই দেউতাই সম্পূৰ্ণ নিজৰ খৰছত দাদাহঁতক উচ্চশিক্ষাৰ কাৰণে বিলাতলৈ পঠিয়াইছিল আৰু বাইদেউহঁতক কলিকতাৰ হোষ্টেলত থৈও পঢ়ুৱালৈ পঠিয়াইছিল। ঘৰত ল'ৰা-ছোৱালীবিলাকে ঠিকমতে পঢ়িছেনে নাই তালৈ দেউতাই সদায় লক্ষ্য ৰাখিছিল।

আমাৰ ঘৰখন বৰ হুলস্থুলীয়া আছিল—সদায় আলহী-অতিথিৰে ঘৰ ভৰি থাকিছিল। কিন্তু তাৰ মাজতেই আমি চেগ মাৰি পঢ়া-শুনা কৰিছিলোঁ।

আমাৰ সৰু ভাই 'বেবি' সৰুতে কিছু উৎপতীয়া আছিল। সি পঢ়া-শুনা কৰাতকৈ খেলিবলৈহে ভাল পাইছিল। কেতিয়াবা পঢ়া-শুনা নকৰি খেলি থকাৰ কাৰণে দেউতাই তাক শাস্তি দিয়া আমাৰ মনত পৰে। সি খুব সৰু থাকোঁতে দেউতাই এদিন সন্ধিয়া তাক শ্লেটত নেওঁতা লিখিবলৈ দি ফুৰিবলৈ ওলাই গৈছিল। কিন্তু তাৰ লিখা শেষ নহয়—ইফালে দেউতা আহিবৰ হয়। ঘড়ীটোৱে টং টংকৈ ঘণ্টা কোবায়। সি ঘড়ীটোকে গালি পাৰিবলৈ ধৰে কাৰণ, দেউতা আহি পালে তাক খং কৰিব ইমানপৰেও লিখা নোহোৱা বাবে। আমি সকলোৱেপৰা দেউতাৰ শাসনত থাকি পঢ়া-শুনাৰ প্ৰতি ছিৰিয়াচ হবলৈ শিকিছিলোঁ।

আমাৰ ড্ৰইংৰুমত দেউতাৰ কাৰণে এখন ধুনীয়া ডাঙৰ চকী আছিল। সেই চকীখনত দেউতা বহিলেহে শুৱায়। দেউতাই সদায় সেইখনত বহিছিল আৰু সন্ধিয়া ফুৰি আহিও কিছুসময় সেই চকীখনত বহি থাকিছিল। আমাৰ ভাইহঁতক সন্ধিয়াৰ লগে লগে ঘৰ সোমাব লাগে বুলি দেউতাই কৈছিল আৰু সময়তে তাহাঁতক মাতি নাপালে খং কৰিছিল। আমাৰ মাজু ভাই বাপুৱে (দেউতাই তাক মাজু বুলি মাতিছিল) ফুৰিবলৈ গৈ প্ৰায়ে পলম কৰিছিল। পলমহলে তাৰ খুব ভয় লাগিছিল কিন্তু সি দেউতাই নেদেখাকৈ পিছফালৰ সৰু ৰাস্তাটোৰে সোমাইছিল আৰু জোতা-খুলি হাতত সাৱে ভৰিত সাৱে ওপৰতলালৈ উঠি গৈছিল—যাতে দেউতাই সি অহা গম নাপায়। কেতিয়াবা সি মনে মনে সোমাই আহোঁতে দেউতাই গম পাই তাক

শোৱা মত পৰে, "এইটো কোন? মাজু নেকি? কেইটা বাজিছে চাচোন।" সি আমাৰ মাজৰ কোঠাৰ বেৰত থকা ওৱাল ক্লকটোলৈ চাই কোনোমতে কেইটা বাজিছে কয় আৰু দেউতাৰ আগলৈ আহি মূৰ খজুৱাই ভয়ে ভয়ে কয়, "এই ন'বা এটাৰ লগত কথা পাতোঁতে অলপ দেৰী হৈ গ'ল।" দেউতাৰ এবাৰ কথাই আমাৰ কাৰণে যথেষ্ট আছিল। তাৰ পাছৰপৰা মাজুৱে আৰু দেৰী কৰিবলৈ সাহ নকৰিছিল।

আমি (মই, বাইদেউহঁত, ভনী) তেতিয়া কলেজত পঢ়োঁ—আমাৰ ফুৰা-চকা, চিনেমা আদিলৈ যোৱা ৰেষ্ট্ৰিক্টেড্ আছিল। অৱশ্যে বহুতদিনৰ আগৰ কথা, তেতিয়াৰ দিনত ছোৱালীয়ে আজিৰ নিচিনাকৈ ফুৰা-চকা নকৰিছিল। আমি ভাল লগা নোহোৱাকৈ কলৈকো যাব নোৱাৰিছিলোঁ আৰু কেতিয়াবা চিনেমা এখন চাবলৈকো যাব হ'লে বাইহে দেউতাৰ অনুমতি লৈছিলোঁ। চিনেমা দেউতাই ভাল নাপাইছিল; সেইবাবে আমিও খুব কমেইহে আৰু খুব ভাল চিনেমাহে কেতিয়াবা চাবলৈ অনুমতি পাইছিলোঁ।

দেউতাৰ কিছুমান কথা এতিয়াও মনত পৰে। মোৰ এবাৰ টাইফয়েড হৈছিল; মই তেতিয়া কলেজত পঢ়োঁ। বহুতদিন ভুগি শেষত মা, দেউতা, ভাই-ভনী ঘৰৰ সকলোৰে অসীম যত্নত কোনোমতে ভাল পালোঁ। কিন্তু শৰীৰ অত্যন্ত দুৰ্ব্বল হৈ পৰিছিল আৰু একেবাৰে ক্ষীণাই গৈছিলোঁ। ইমান যত্ন নহ'লে হয়তো নাবাচিলোঁ হয়। ভাল পোৱাৰ পাছত দেউতাই সদায় মোৰ খোৱাৰ সময়ত নিজে আহি তদাৰক কৰি ওচৰত বহি থাকিছিল আৰু মোৰ হাড়ওলোৱা গলধনত টিপি টিপি চাই কোৱা কথাখিনি মই এতিয়াও পাহৰিব নোৱাৰোঁ, "কেতিয়ানো মঙহ হব, তই যমৰ ঘৰৰপৰা আহিলি"। তাৰ বহুতদিনৰ পাছতহে মই সম্পূৰ্ণ আৰোগ্য হৈছিলোঁ। কিছুদিন পাছত দেউতা এবাৰ কিবা কামত তেজপুৰলৈ যাবলগীয়া হৈছিল। তেতিয়া গুৱাহাটীৰপৰা জাহাজেৰে যাবলৈ ঠিক কৰি মোকো স্বাস্থ্য পৰিবৰ্তনৰ কাৰণে লৈ গৈছিল। গোটেই ৰাতি জাহাজেৰে ব্ৰহ্মপুত্ৰৰ বতাহ খাই যাবলৈ মোৰ বৰ ভাল লাগিছিল। দেউতাৰ মৰম যত্নৰ কথা আমি পাহৰিব নোৱাৰোঁ।

শেষ বয়সত দেউতাই বহুতো পাৰিবাৰিক শোক পাইছিল। আমাৰ মা দেউতাতকৈ কিছুদিন আগতে ঢুকাইছিল। পাছত আমাৰ আটাইকৈ সৰু ভনী-গৰাকী ঢুকায়। দেউতাই এই গভীৰ শোক অসীম ধৈৰ্য্যেৰে সহি নিজ কৰ্ত্তব্য কৰি গৈছিল।

দেউতাৰ শেষ কালত মই লগ নাপালোঁ। মই তেতিয়া শিলঙত থাকোঁ। জানুৱাৰী মাহ শিলঙত অত্যন্ত জাৰ। মই ঘৰলৈ যাম বুলি দেউতালৈ চিঠি এখন দিছিলোঁ। ঠিক ঢুকোৱাৰ তিনি দিনমান আগতে মোৰ চিঠিখন পাই আৰু মোৰ চিঠিখনপঢ়ি দেউতাই মোক দেখা পাবলৈ খুব আশা কৰিছিল। কিন্তু সেই আশা আৰু পূৰ্ণ নহ'ল। হঠাতে সেই নিৰ্মম খবৰটো পালোঁ—দেউতা আৰু নাই। মই লগ নাপালোঁ—দেউতাই আমাক চিৰদিনৰ কাৰণেই এৰি থৈ গ'ল।

আজি দেউতা নাই, আছে মাথোন দেউতাৰ স্মৃতি। স্মৃতি আৰু স্মৃতি—সংসাৰত স্মৃতিয়েই কেৱল চিৰন্তন—আন সকলো মিছা। এই স্মৃতি সুৱঁৰি মাথোন চকুলো পেলাওঁ আৰু আজি দেউতাৰ পুণ্য তিথিত আমাৰ অন্তৰৰ ভক্তিৰে স্বৰ্গগত দেউতাৰ আত্মাৰ শান্তি কামনা কৰি ভগৱানৰ চৰণত প্ৰণিপাত জনাওঁ।

## ॥ তিনি ॥

### শ্ৰীমতী কমলা দাস

এটা সুবৃহৎ পৰিয়ালৰ জীয়ৰীৰূপে জনম লভি পৰিয়ালৰ অভিন্ন অংগৰূপে কেতিয়া লাহে লাহে ডাঙৰ হলোঁ আৰু নানান দায়িত্ব গ্ৰহণৰ যোগ্য হলোঁ—তাক মোৰ স্পষ্টকৈ মনত নপৰে। কিন্তু অলপ বুজন হোৱাৰ পাছত নিচেই সৰুৰে পৰাই কিছুমান সৰু-সুৰা দায়িত্বৰ একচেতীয়া ভাৰ যে নিয়মিত ভাবে আৰু একান্ত নিষ্ঠাৰে বহন কৰিছিলোঁ—সেই কথা কিন্তু মোৰ এতিয়াও ফট্‌ফটীয়াকৈ মনত আছে। তেনেবোৰ দায়িত্ব আছিল—বিভিন্ন সময়ত দেউতা (৺কালিৰাম মেধি)ৰ বিভিন্ন কামৰ আলপৈচান ধৰা। আমি বাই-ভনী কেইবাজনীও হোৱাত প্ৰত্যেকৰ ভাগতে ঘৰুৱা কামৰ লগতে এক নিৰ্দিষ্ট ৰুটিনমতে দেউতাৰ কামবোৰ ভাগ কৰা আছিল। দেউতাৰ প্ৰাত্যহিক জীৱন এটি নিয়মীয়া সুৰত বন্ধা আছিল; আৰু মোবো—সৰু সুৰা কামৰ দায়িত্ব সমূহ বিশেষকৈ দেউতাৰ লগতে জড়িত আছিল।

আমাৰ দেউতা স্বভাৱতেই স্বল্পভাষী আছিল। তেখেতৰ লগত আমি ল'ৰা-ছোৱালী কোনেও বেছি কথা নাপতিছিলোঁ। কিন্তু কি সময়ত দেউতাৰ কিহৰ প্ৰয়োজন, তাক আমি উমানতে বুজি পাইছিলোঁ, আৰু তাক যোগান ধৰিবলৈকো আপ্ৰাণ চেষ্টা কৰিছিলোঁ।

মিহিকৈ চুকুকা তামোল আৰু প্ৰতিখন তামোলৰ লগত একোটাকৈ লং খোৱাটো দেউতাৰ অভ্যাস আছিল। লং অবিহনে দেউতাৰ তামোল অসম্পূৰ্ণ আছিল। নিজৰ বটাত কেতিয়াবা এই লঙৰ অভাৱ ঘটিলে দেউতাই আমাক একো নকৈছিল যদিও আমি আটায়ে এই বিষয়ে তৎপৰ হৈ পুৱাবপৰা বাতিলৈ প্ৰত্যেক বাৰতে এই ক্ষুদ্ৰ অথচ অপৰিহাৰ্য বস্তুটিলৈ লক্ষ্য ৰাখিছিলোঁ। এইটো এটা সাধাৰণ উদাহৰণ মাথোন। এইদৰে তেওঁৰ ব্যৱহাৰ্য প্ৰত্যেক বস্তুতে আমাৰ বিশেষ চকু আছিল। দেউতাই কাৰোপৰা বিশেষ সেৱা বা মনোযোগৰ দাবী নকৰিছিল, কিন্তু তেওঁৰ বিশিষ্ট ব্যক্তিত্বই সকলোকে তেওঁৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ প্ৰয়োজনৰ প্ৰতিও সজাগ কৰি ৰাখিছিল।

সন্ধিয়া পৰত ব্ৰহ্মপুত্ৰৰ পাৰেৰে এপাক নিয়মীয়া সান্ধ্যভ্ৰমণ শেষ কৰি ঘৰ সোমালেই—মোৰ ওপৰত সময়ে আপোনা-আপুনি জাপি দিয়া কাৰ্যভাৰৰ প্ৰতি মই সজাগ হৈ উঠিছিলোঁ। দেউতাৰ ডাঠ ক'লা চটিজোৰ, ফুৰিবলৈ ওলাওঁতে সলাই এৰি থৈ যোৱা চুৰিয়াখন যথাস্থানত থৈ প্ৰাতহিক নিয়ম অনুযায়ী ওচৰত ঠিয় দিছিলোঁ। কিন্তু হাতৰ লাখুটিডাল, ভৰিৰপৰা মোলোকাই অনা জোতা-মোজা সলাই দিয়া, আৰু চুৰিয়া-চোলা জাপি-জুপি ঠিক ঠাইত থোৱা কাম বিনা কথাতেই সমাধা হৈছিল। ঘ'তেই থাকোঁ গেটখন খোলাৰ পৰিচিত শব্দ-ধ্বনিয়ে মোক দেউতা উভতি অহাৰ সংকেত দিছিল—আৰু ওপৰ মহলাত থাকিলেও মুহূৰ্ততে চিৰিখন অতিক্ৰম কৰি নিমিষতে দেউতাৰ কাষ পাইছিলোঁ। এইদৰে কটিন-বন্ধা নিত্য-নৈমিত্তিক কামবোৰ আমাৰ যাৰ যাৰ ওপৰত ন্যস্ত আছিল—সেইবোৰৰ পৰাপক্ষত কেতিয়াও ব্যতিক্ৰম নঘটিছিল। পৰিমিতাহাৰী দেউতাৰ খোৱা-লোৱা, বিশ্ৰাম-ক্ষণ সকলো এক নিয়মিত ধাৰাত প্ৰবাহিত হৈছিল। মোৰ জীৱনত এবাৰলৈকো কোনো কথাতে কেতিয়াও মই দেউতাক বিচলিত হোৱা দেখা নাছিলোঁ। সুখ-দুখ উভয়বিধ অনুভূতিকেই তেওঁ সংযত ভাবেহে প্ৰকাশ কৰিছিল।

মই দ্বিতীয় বাৰ্ষিকত পঢ়োঁতেই মোৰ দ্বিতীয় গৰাকী বিবাহিতা বাইদেউ বিদ্যুৎ-প্ৰভাৰ জীৱনাৱসান হয়। তাৰ পাছত মোৰ বিয়াৰ প্ৰায় ডেৰ বছৰৰ অন্তত মোৰ সৰু ভনী মাইটী (উৎপলা)ৰ পৰলোক ঘটে। প্ৰিয়জনৰ বিচ্ছেদে দেউতাক যে মৰ্মাহত কৰিছিল—তাত কোনো সন্দেহ নাই। কিন্তু তেওঁৰ প্ৰশান্তমূৰ্তি দেখি কোনেও ভাবিব নোৱাৰিছিল যে ক্ষন্তেক আগতে এক চৰম বিপৰ্যয়ে তেওঁৰ অন্তৰ চূৰ্ণ-বিচূৰ্ণ কৰি থৈ গৈছে।

এদিন সন্ধিয়াৰ কথা। পাণবজাৰৰ আজাৰ গুপৰ মহগাত কোনো এক অজাবহ অত্যাচাৰৰ কাহিনী শুনি থাকোতে মোৰ বাইদেউ এজনী হঠাৎ ঢলি পৰিছিল। যেয়ে য'তে আছিল সকলোৱে লৰা-ঢৰিকৈ তেওঁৰ ওচৰলৈ আহিল যদিও কি কৰা উচিত সময়ত তাকে কৰিবলৈ সকলো হতবুদ্ধি হৈ পৰিছিল। সৰ্ব-শেষত লাহে লাহে ধীৰ খোজেৰে দেউতা ওপৰলৈ উঠি আহিল, আৰু আমি দেখিলোঁ;—তেওঁৰ হাতত এঘটি পানী, তলতলাৰ পৰাই তাক সংগ্ৰহ কৰি আনিছে। সেই পানী চকুৱে, মুখে আৰু মূৰত দিয়াত অলপ সময়ৰ পাছতে বাইদেৱে চকু মেলিলে। বিপদত অধীৰ নহৈ সংযতভাৱে এনেদৰে উপায় চিন্তা কৰি তেওঁ নিজৰ দূৰদৰ্শিতা আৰু জ্ঞানৰ গভীৰতা প্ৰকাশ কৰিছিল।

পণ্ডিতসকলৰ সান্নিধ্যই দেউতাৰ মনত অপূৰ্ব্ব আনন্দৰ সৃষ্টি কৰিছিল। আমাৰ চাৰ শ্ৰদ্ধেয় ৺বাণীকান্ত কাকতিদেৱ, শ্ৰীযুত মনোৰঞ্জন শাস্ত্ৰীদেৱ, শ্ৰীযুত যতীন্দ্ৰমোহন ভট্টাচাৰ্যদেৱ আদি বিশিষ্ট ব্যক্তিসকল দেউতাৰ পৰম শ্ৰদ্ধাৰ পাত্ৰ আছিল। তেওঁলোকৰ লগত সাক্ষাৎ হোৱাটো এক মহাপুণ্যৰ ফল বুলি দেউতাই মত প্ৰকাশ কৰিছিল।

৺শৰৎচন্দ্ৰ গোস্বামীদেৱ দেউতাৰ অন্তৰঙ্গ বন্ধু আছিল। দিল্লীত তেখেতৰ আকস্মিক বিয়োগৰ বাতৰি পাই দেউতা অতিশয় কাতৰ হৈ পৰিছিল। গুৱাহাটীত এই বাতৰি পোৱাৰ লগে লগে শোক-সভাৰ অন্তত যেতিয়া কটন কলেজ ছুটি হৈ গৈছিল, আমি দুয়ো বাই-ভনী ঘৰলৈ উভটিছিলোঁ। পশ্চিমফালৰ বহা কোঠাত নিজৰ বিশেষ চকীখনত নীৰৱে বহি থকা দেউতাক আমি পদূলিমুখৰপৰাই লক্ষ্য কৰিছিলোঁ। আমি সোমোৱাৰ লগে লগেই দেউতাই হঠাতে কৈ উঠিল "গোঁসাইক তহঁতে মাৰিলি।" আমি আচৰিত হৈ গৈছিলোঁ, কাৰণ দেউতাই কেতিয়াও এনেদৰে আমাক কথা নকৈছিল। পাছত দ'কৈ ভাবিব আৰু বুজিব পৰা হ'লত বুজিছিলোঁ—যে সেইটো দেউতাৰ তীব্ৰ শোক প্ৰকাশৰ এক সংযত ৰূপহে আছিল।

বাৰ্ধক্যৰ কালছোৱাত সাহিত্য, ধৰ্ম্ম আৰু আন আন নানা কথা আলোচনা কৰিবলৈ বিহগী কবি ৺ৰঘুনাথ চৌধাৰীদেৱ, ৺হৰিনাথ পাঠক চৌধুৰী, ৺হৰমোহন দাস, ৺অম্বিকাগিৰী ৰায়চৌধুৰী, ৺জানকীনাথ নবিশ, ৺নিধিৰাম দাস আদি লোকসকল দেউতাৰ ওচৰলৈ অহা-যোৱা কৰিছিল। কথা প্ৰসঙ্গত তেওঁলোকৰ মাজত নানা বিষয়লৈ তৰ্কাতৰ্কি হৈছিল, কিন্তু ইজনৰ প্ৰতি সিজনৰ শ্ৰদ্ধা তাৰ সদায় অটুট আছিল। চাকৰীৰপৰা অৱসৰ গ্ৰহণৰ পাছত ২য় মহাযুদ্ধৰ সময়ত দেউতাক

চৰকাৰৰ অধৰকবলৰ War Risk Insurance Office ৰ বিশেষ বিষয়া বুলি যুদ্ধ সম্পৰ্কিত এটি দায়িত্বপূৰ্ণ পদ যাচিছিল আৰু দেউতাই তাক গ্ৰহণো কৰিছিল। সেই কথাকে লৈ সেই সময়ৰ 'ডেকা অসম'ৰ সম্পাদক, দেউতাৰ পৰম বন্ধু বিদ্ৰোহী কবি অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে 'ডেকা অসম' কাকতত 'যাৰ্ছী উলাত ৰাগ' শীৰ্ষক কিছু কথা লিখিছিল। দেউতাৰ খং উঠে বুলি আমাৰ মনে মনে ভয় হৈছিল। কিন্তু সেই সংখ্যা 'ডেকা অসম' প্ৰকাশৰ পাছতে তেওঁলোক উভয়ে আকৌ আগৰ দৰেই সহজ সুৰত, সশ্ৰদ্ধ মনোভাৱেৰে আমাৰ ঘৰতে কথা পতা মোৰ ভালকৈ মনত আছে। এবাৰ প্ৰত্নতত্ত্ববিদ ৰাজমোহন নাথ ডাঙৰীয়াৰ লগতো দেউতাৰ মতৰ বিৰোধ ঘটিছিল; কিন্তু বন্ধুত্বৰ অৱসান ঘটা নাছিল।

ককা ৺নীলমণি ফুকনদেৱ, কবি ৺পদ্মধৰ চলিহা আদি অসমৰ প্ৰবীণ সাহিত্যিক-সকল গুৱাহাটীলৈ আহিলে দেউতাৰ লগত সাক্ষাৎ কৰি যোগাযোগ ৰাখিছিল।

দেউতাৰ ব্যক্তিত্বৰ ওপৰত ডাক্তৰ ৺হৰেকৃষ্ণ দাস ডাঙৰীয়াৰ প্ৰভাৱ অপ্ৰতিহত আছিল। তেখেতৰ ত্যাগ, তেখেতৰ আদৰ্শৰ কথা দেউতাই কেতিয়াবাহে মাথোন সংক্ষেপতে উল্লেখ কৰিছিল; কিন্তু তাৰেই ক'বখোজা সকলো কথা যেন প্ৰকাশ পাইছিল। তেখেতৰ পৰিয়ালৰ অনাড়ম্বৰ-জীৱন-যাত্ৰাৰ কথাক আৰু তেখেতৰ ছয়োগৰাকী ত্যাগশীলা কন্যাক দেউতাই অন্তৰৰ পৰাই প্ৰশংসা কৰিছিল।

পৰিয়ালৰ বন্ধু, আত্মীয়লোক সকলোৱে দেউতাক শ্ৰদ্ধাৰ চকুৰে চাইছিল। আমাৰ পৰিয়ালৰ আপোনতকৈও আপোন গোৱালপাৰাৰ আমাৰ বৰদেউতা (দেউতাৰ ভাতৃস্থানীয় যদিও) ৺সভাৰাম চৌধুৰী, তেখেতৰ পত্নী সৌদামিনী চৌধুৰী, বৰপেটাৰ আমাৰ জেঠা ৺সৰ্ব্বানন্দ দাস (শ্ৰীযুত চিদানন্দ দাসৰ পিতৃ), পলাশবাৰীৰ (পাবাকুচি) আমাৰ খুৰাদেউ (দেউতাৰ সহোদৰ স্বৰূপে) ৺কেশৱচন্দ্ৰ দাস, নগাওঁৰ আমাৰ মামা ৺কমলনাথ ভূঞা আৰু বৰপেটাৰ মামাদ্বয় ৺ৰমেশচন্দ্ৰ দাস আৰু ৺যোগেশচন্দ্ৰ দাস আদি লোকৰ শুভ সমাগমে আমাৰ ঘৰলৈ আনন্দৰ জোঁৱাৰ আনিছিল। মা আৰু দেউতা উভয়েই এই লোকসকলক আদৰ আপ্যায়নপূৰ্ণ স্বাগত জনাবলৈ সদায় উন্মুখ হৈ থাকিছিল। এই লোকসকলৰ ভিতৰতো আমাৰ জেঠা ৺সৰ্ব্বানন্দ দাসদেৱক জ্ঞান আৰু বিবেচনাৰ ক্ষেত্ৰত একক আৰু দেউতাৰ লগত প্ৰায় সমপৰ্য্যায়ৰ বা কোনো কোনো ক্ষেত্ৰত তাতোকৈ ওপৰত বুলিহে আমি ভাবিছিলোঁ। এই ব্যক্তিসকলৰ দিহা-পৰামৰ্শ আৰু সময়োচিত সমবেদনা, সহায় আৰু সহানুভূতি আমাৰ পৰিয়ালৰ সুখ-দুখৰ লগত সাঙোৰ খাই আছিল।

পৰিয়ালৰ জটিল সমস্যাবোৰৰ সমাধান কৰিবলৈ দেউতাই সদায় আমাৰ খুৰাদেউ দীননাথ মেধিৰ সহায় লৈছিল। তেওঁ ব্যৱসায়ত উকীল আছিল। তাছাৰা হিচাবে তেওঁ দেউতাৰ বিশেষ অনুগত আছিল। দেউতাৰ পৰলোকৰ পাছত সমগ্ৰ মেধিপৰিয়ালৰ মুধৰ-খুঁটিৰ দৰে তেওঁ সসম্মানে বৰ্ত্তি আছিল।

আমাৰ নিজৰ গাওঁ বামদিয়াত দেউতাৰ স্থান একক আৰু অদ্বিতীয় আছিল। গাঁৱৰ সকলো মানুহেই দেউতাৰ কথা মাত্ৰ 'হাকিম' বুলিহে উল্লেখ কৰিছিল। বছৰত বেৰাবাৰো নানা কাৰণত দেউতাই বামদিয়াৰ নিজ ঘৰলৈ অহা যোৱা কৰিছিল। গোটেই গাওঁখনৰ মানুহে সেই সময়ত দেউতাক লগ পাবলৈ আহিছিল আৰু সেইকেইদিন মতা-তিৰোতাৰে চোতাল-ঘৰ উদুলি-মুদুলি লাগিছিল। ঘৰলৈ যোৱাৰ সময়ত দেউতাই প্ৰচুৰ পৰিমাণে মিঠাই আৰু চাহ-চেনীৰ সম্ভাৰ লৈ গৈছিল আৰু ঘৰত থকা আমাৰ খুৰী আৰু জীয়ৰী-বোৱাৰীবোৰে আলহী-সুধি ৰাতিবাস্ত হৈ পৰিছিল।

সংসাৰৰ মাজত আবদ্ধ থাকিও দেউতাই অধিকাংশ সময় সদায় লিখা-পঢ়া লৈয়েই থাকিছিল। গভীৰ নিষ্ঠা আৰু পৰম একাগ্ৰতাৰে তেওঁ এই কাম কৰিছিল। দেউতা গোৱালপাৰাত এছ. ডি. ও. হৈ থকা কালত মই নিচেই সৰু আছিলোঁ। আমাৰ ঘৰটো আছিল পাহাৰৰ ওপৰত। ওৰে দিনটো কছাৰীতে কটাই দেউতা গধূলি ঘৰলৈ ওভটে। ম'হৰ কামোৰৰপৰা ৰক্ষা পাবলৈ তেওঁ অফিচ কমটোৰ সমানেই ডাঙৰ এখন আঠুৱা কৰাই লৈছিল আৰু তাৰে তলতে নিশা দুইমান বজালৈকে একান্তমনে কাম কৰিছিল। কেতিয়াবা সাৰ পাই উঠি অফিচ কোঠাত সোমাই দেউতাক কাম কৰি থকা দেখিছিলোঁ। এতিয়াহে ভাবোঁ যে সেই জাগৰণ আৰু আশাশুধীয়া প্ৰচেষ্টাৰে ফল স্বৰূপে আমাৰ সাহিত্য ভঁৰালত 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব'ই স্থান লাভ কৰিছে।

পাছৰ জীৱনত যেতিয়া দেউতাৰ চকুৰ জ্যোতি ভালেখিনি নিষ্প্ৰভ হৈ আহিছিল তেতিয়াও কিন্তু দেউতাৰ সেই একাগ্ৰতাৰ সমাপ্তি ঘটা নাছিল। War Risk Insurance Officeৰ বিশেষ বিষয়া হৈ থকা কালত তেওঁ মাহটোৰ অধিকাংশ দিন নানা ঠাইত Tour কৰি ফুৰিব লগাত পৰিছিল। কিন্তু ৰাতিয়ে-দিনে, দুখে-ভাগৰে কষ্ট কৰি আহিলেও ঘৰ সোমাৱাৰ পাছতেই মুখ-হাত ধুই এটোপা চাহ খায়েই তেওঁ আকৌ নিজৰ কামত লাগিছিল। ক'লা পৰি যোৱা পুৰণি সাঁচিপাতৰ পুথিবোৰৰ নকল কৰা কামটো তেনেই সহজ সাধ্য নাছিল। কিন্তু দেউতাই তালৈ ভ্ৰূক্ষেপ নকৰিছিল। বিজুলী চাকিৰ পোহৰ কম যেন বোধ কৰি বিজুলী চাকিৰ তলতে

মেজৰ ওপৰত আৰু এটা কাঁহ-পোহৰৰ হাৰিকেন লেম্প জ্বলাই জুপি জুপি নিজৰ কাম কৰিছিল। ওচৰতে আনে গণ্ডগোল কৰি থাকিলেও দেউতাই তাক গম নাপাইছিল। আমি কিন্তু সেই বিষয়ে সজাগ আছিলোঁ। আৰু ওপৰ মহলত (যিহেতু আমাৰ ওপৰ-মহল কাঠেৰে নিৰ্মিত) কোনেও জোৰে জোৰে পদক্ষেপ কৰাটো সময় বিশেষে সম্পূৰ্ণ নিষিদ্ধ আছিল।

পুথিৰ পদ, সংস্কৃতৰ শ্লোক বা মন্ত্ৰাদিৰ উচ্চাৰণ ভুলকৈ কৰিলে দেউতা মনে মনে অসন্তুষ্ট হৈ পৰিছিল। মাৰ পৰলোকৰ পাছত প্ৰায় এমাহ কাল সন্ধিয়া সময়ত আমাৰ ঘৰত ৺খগেন দাস নামৰ কাঠ-মিস্ত্ৰি এজনে কীৰ্তন আৰু নাম-ঘোষাৰ পদ সুৰ লগাই গাইছিল। আমি মনে মনে বহি থাকিছিলোঁ। কিন্তু দেউতাই তেওঁ যতেই ভুলকৈ কোনো শব্দ উচ্চাৰণ কৰিছিল, তাক শুধৰাই দিছিল আৰু আকৌ গাবলৈ কৈছিল। মোৰ বিবাহৰ সময়তো কন্যা-সম্প্ৰদানৰ কৰ্তা হিচাবে দেউতাই পুৰোহিতে ভুলকৈ উচ্চাৰণ কৰা মন্ত্ৰ পুৰ্ণবাৰ শুদ্ধকৈ উচ্চাৰণ কৰাইছিল।

দেউতাৰ নমস্য ব্যক্তি আৰু বিজ্ঞলোকসকলক আমি সকলোৱে শ্ৰদ্ধা কৰাটো তেওঁ বিচাৰিছিল। বৰপেটাৰ পণ্ডিত শ্ৰীনাৰায়ণদেৱ মিশ্ৰ (যাক দেউতাই নাৰায়ণ বাপ বুলিছিল) আৰু নলবাৰীৰ পণ্ডিত ৺প্ৰতাপচন্দ্ৰ গোস্বামীদেৱ কেতিয়াবা আমাৰ ঘৰলৈ আহিছিল। তেখেতসকলৰ শুভ পদাৰ্পণে দেউতাক বৰ আনন্দ দিছিল আৰু আমি সকলোৱে বটাত নকটা তামোলপান থৈ নতজানু হৈ তেখেতসকলৰ আশীৰ্ব্বাদ লব লাগিছিল।

আমাৰ ঘৰত কোনো পূজা-পাৰ্ব্বণ মনা নহৈছিল। কিন্তু গুৰু দুজনাৰ তিথি অতি সমাৰোহেৰে নহ'লেও যথাসম্ভৱ নিষ্ঠাৰে পালন কৰা হৈছিল। দেৱালীত আমাৰ ঘৰত চাকি জ্বলোৱা নিয়ম নাছিল কিন্তু গুৰু দুজনাৰ তিথিৰ আগদিনা গধূলি মাটিৰ চাকিৰ পোহৰে আমাৰ পদূলি উজলাই তুলিছিল। আমি কেতিয়াবা পাহৰিলেও দেউতাই এই কথা নাপাহৰিছিল আৰু সময়ত বৰ লৰালৰি আৰু কষ্ট কৰি মাটিৰ চাকি গোটাবলগীয়া হৈছিল, কাৰণ দোকানৰ সহজ-লভ্য মম জ্বলোৱাতো দেউতাৰ মতেৰে এনেবোৰ উৎসৱত নিষিদ্ধ আছিল।

এবাৰ ৰামদিয়াৰ ৰাইজে গুৰুজনাক উপলক্ষ্য কৰি পতা কোনো এক সভালৈ দেউতাক আমন্ত্ৰণ জনাইছিল। এই গুণগ্ৰাহী ৰাইজে এখন শৰাইত কোনো কণ্টক-বনৰ পৰা সযত্নে সংগৃহীত এটি আপুৰুগীয়া স্বৰ্ণাভ কেতেকী ফুলেৰে সভা-পতিক আদৰণি জনাইছিল। এনে ফুল সাধাৰণতে আমাৰ বাবে দুৰ্লভ। সেয়ে সেই সভাত গুৰুজনাৰ বিষয়ে কোৱা সকলো কথাতকৈ ফুলপাহলৈকে আমাৰ লক্ষ্য

আছিল। যাৰ্দৈ অহাৰ পাছত তাৰ প্ৰতিটো সোণোৱালী পাহি এটি এটিকৈ খিহিব কৰি অপোৱা হৈছিল আৰু বহুদিনলৈকে অসংখ্য ৰেণুসহ তাৰ ভিনুটোৱে মোৰ কাপোৰৰ ভাপত তাৰ বুকুৰ সুৰভি বিলাইছিল।

তাৰ পাছতো দেউতাই বহু সভা-সমিতিত পৌৰোহিত্য কৰিছিল; বহুবাৰ বহু গুণমুগ্ধ লোকে তেওঁৰ কণ্ঠত ধুনীয়া ধুনীয়া ফুলৰ মালা পিন্ধাইছিল। কিন্তু সকলোৰে কথা মনত পৰিলেই, গুৰুজনাৰ তিথি পাতিলেই আজিও মোৰ সেই অখ্যাত গাওঁবাসীয়ে দেউতালৈ আগবঢ়োৱা অমূল্য উপহাৰটিলৈ মনত পৰে।

মোৰ বিগত জীৱনৰ সুখে-দুখে ভৰা দিনবোৰৰ স্মৃতি আজিও সেই কাইটীয়া পুষ্পৰ সুৰভিৰে পৰিপূৰ্ণ হৈ আছে; তাৰ বৰ্ণৰ দৰেই সেই স্মৃতি সমুজ্জল—অম্লান।

## ॥ চাৰি ॥

### শ্ৰীমতী বন্যা দাস

আমাৰ পৰম শ্ৰদ্ধাভাজন দেউতাক সুৱঁৰিছো অন্তৰৰ ভক্তি-কুসুম অঞ্জলিৰে। দেউতা স্বৰ্গী হোৱা দিনটো আছিল কিমান বেদনা দায়ক আৰু হৃদয় বিদাৰক! মোৰ জীৱনৰ এই বয়সতো এজন মহান ব্যক্তিৰ ব্যক্তিত্ব আৰু আদৰ্শই মনগহনত ঠেকা খাই যায়।

দেউতা মানুহজন আছিল অতি গহীন-গম্ভীৰ, কণ্ঠস্বৰ উচ্চ, অল্পভাষী কিন্তু গভীৰ চিন্তাশীল; যাক কব পাৰি 'কমকথা অধিক কাম'। প্ৰয়োজনীয় কথাৰ বাহিৰে কাৰো সৈতে এনেয়ে কথাপাতি সময় নষ্ট কৰা অভ্যাস নাছিল। বন্ধু-বান্ধৱৰ সৈতে সাহিত্য চৰ্চ্চা আৰু দেশৰ পৰিস্থিতিৰ আলোচনা কৰিহে ভাল পাইছিল। মাজে সময়ে ৺ৰাজমোহন নাথ আদি সাহিত্যিকৰ সৈতে মতানৈক্য তৰ্কাতৰ্কিও হোৱা দেখিছিলোঁ। অৱসৰৰ পাছত দিনে নিশাই কিতাপ-পত্ৰত নিমগ্ন থাকি ভাল পাইছিল।

মকৰা জীৱনত সোনকালে শুই উঠা দেউতাৰ অভ্যাস আছিল। বাথৰুমৰ দুৱাৰ খোলাৰ শব্দ শুনাৰ লগে লগে কামকৰা ল'ৰাই পুৱাৰ হোকাচিলিম লগাই দি যায়হি। চৰকাৰী কাঠৰ বঙলাবোৰত খাই উঠি চকিখন পিছলৈ ঠেলি উঠাৰ শব্দত আকৌ হোকা চিলিমবোৰ যতনাই দিয়েহি। সেইয়া আছিল দেউতাৰ প্ৰিয় নিচা। তামোলৰ লগত অকণমান চাধা আৰু এটা লং খাইছিল। অকস্মাতে কেতিয়াবা

লং নোহোৱা হলে কেনেবাকৈ হলেও এটা বিচাৰি উলিয়াই দিব লাগিছিল। আমি দুটামান লুকুৱাই থৈ লগাসময়ত উলিয়াই দিলে বৰ ভালপাই সৰল হাঁহি এটা মাৰা মনত পৰে। বুঢ়া তামোলৰ লগত কোমল তামোল মিলাই খাবলৈও ভালপায়। আগবয়সত ঘৰতে তাচৰ মজলিচ্ বহাত চাহ তামোল বেছিকৈ খোৱা বুলি মায়ে কৈছিল। আমি সদায় আগধৰি তামোলখনৰ দিহা কৰি থব লাগিছিল। মফঃস্বল আৰু বাহিৰত Navy Cut আৰু Gold Flake চিগাৰেট খাইছিল। কাছাৰীলৈ ধুনীয়া চিগাৰেট কেচত কেইটামান ভৰাই দিব লাগিছিল। ঘৰত সদায় গুৰগুৰি হোকাই চলিছিল।

পুৱাৰ চাহ-জলপান খাই উঠি কিছু সময় গুৰগুৰি টানি টানি চিন্তাত বিভোৰ হয়। তাৰ পিছত অফিচ কমত চাপ্ৰাচীয়ে খুলিদিয়া চৰকাৰী ডাক চায় আৰু অন্যান্য কামত ব্যস্ত হয়। পাংখাৱালাই ডাঙৰ ডাঙৰ পাংখা টানি থাকে। চাবে দহমান বজাত কুহুমীয়া পানীৰে গা ধুবলৈ উঠে। আটাইতকৈ সৰু জনক লগতে পানী ঢালি দি আমাক লৈ আনিবলৈ দিয়ে। গা ধুই উঠিয়েই সদায়ে 'শৰণৰ নাম' লৈছিল, আকৌ ৰাতি গাৰুত মূৰ থৈয়েই হাতযোৰ কৰি ভগবানৰ নাম লৈছিল।

একেবাৰে সৰু ভাইটি-ভন্টিক দেউতাই নিজৰ লগতে চাহ-ভাত খুৱাই দিছিল। চামুচেৰে কেইচামুচমান চাহ ফুৰাই ফুৰাই ঠাণ্ডা কৰি খুৱাই দি বৰ তৃপ্তি পাইছিল। উপাদেয় আৰু আমিষ আহাৰ দেউতাৰ বৰ প্ৰিয় আছিল। ঘৰুৱা অসমীয়া খাৰ, তিতা, সৰু মাছৰ টেঙা, গাঁজ আদি সমানে ভাল পাইছিল। বাপুটিজনক মাজে-সময়ে নিজে ভালপোৱা আঞ্জা ৰান্ধিবলৈ কৈছিল। ভাতৰ লগত ডাঙৰ বানবাটি এটাত মালভোগ কল আৰু গুৰেৰে ৰঙা-হোৱাকৈ দৈ-ভাত খাই তাৰে অকণমান সৰু জনক খুৱাই দিবলৈ এৰি গৈছিল। চাহ জলপানৰ লগত মিঠাবস্তু, সন্দেশ আৰু মাল-ভোগ থাকিছিল। আমাৰ পৰিয়ালত মিঠাবস্তু আৰু চাহৰ সদায় খুব প্ৰচলন। ভাত খাই উঠি কাছাৰী বা আন কৰবালৈ যাওঁতে একাপ চাহ খাই যোৱা অভ্যাস সদায়ে আছিল। সন্ধিয়া চাপ্ৰাচীয়ে কাছাৰীৰপৰা ফাইলৰ বাকচটো থৈ গলেই আমি দেউতাৰ চাহ-জলপান যতনাই ৰাখো আহিলেই দিব পৰাকৈ। দৈ-ক্ৰীমৰ বাহিৰে এবাঁগাখীৰ কেতিয়াও নাখাইছিল। অতিপাত গৰমতো চৰবৎ বা পানী কেতিয়াও খোৱা দেখা নাই। পিয়াহত চৌদাপানীহে খাই ভাল পায়। চৌদাৰ বটল সুমুৱাই থোৱা খলপীয়া বেতৰ 'বাছকেট' এটা কৰাই লৈ স্থানীয় জাহাজ-ঘাট আৰু ৰেলষ্টেচনৰপৰা অনাই ৰাখিছিল। মফঃস্বলৰপৰা অতি গৰমত পিয়াহ লাগি আহিলে প্ৰথমতে একাপ ফিকা চাহ সুদাই খাই লগে লগে দ্বিতীয় কাপ

কম মিঠা-গাখীৰ দি খাইছিল। তাৰ পিছতহে ভালকৈ চাহ খাইছিল। পিয়াহতো চাহ খাই ভাল পাইছিল। কমলাটেঙা কিয় নাখায় বুলি এবাৰ মোৰ মামা এজনে সোধাত দেউতাৰ সময় নিমিলে বুলি কোৱা মনত আছে।

দেউতা কাছাৰীলৈ পূৰা চাহাবী পোছাক আৰু বগা 'হেট' পিন্ধি গৈছিল। কাছাৰীৰপৰা আহি পোছাক নোখোলাকৈ গধূলি বাটে-বাটে এপাক ফুৰিবলৈ ওলালে আমি লাখুটি আৰু ফল্ট-হেটটো যতনাই দিছিলোঁ। দেউতা ফুৰাৰ পৰা আহিলেই আমি জোতা আৰু পোছাক খুলি দিওঁ। সেইবোৰ ভাঁজে ভাঁজে জাপি ঠিক ঠাইত থবলৈ কয়। দেউতাৰ যিকোনো কাম কৰি দিবলৈ আমি কোনোৱে কেতিয়াও অলপো আমনি নাপাইছিলোঁ। কিবা এটা বুজাব নোৱাৰা তৃপ্তিহে অনুভৱ কৰিছিলোঁ।

চাকৰি জীৱনত ঘোঁৰাত উঠা, চিকাৰ কৰা, হাতীত উঠা, চাইকেল চলোৱা অভ্যাস আছিল। মফঃস্বললৈ যাওঁতে বন্দুকটো প্ৰায়ে লগত নিছিল। গাড়ী-কিনাৰ পিছত মাজে সময়ে গাড়ীখনো চলাইছিল।

গধূলি অফিচৰ 'ৰায়দান' (judgment) আদি লিখি উঠি বহু ৰাতিলৈকে নিজৰ লিখা-পঢ়া কাম কৰি থাকিছিল। ঢাকনি দিয়া টেবুল লেম্পৰ তলত কাম কৰি নিজেই তাঁক সুমুৱাই অফিচ ঘৰৰপৰা আহি ঠিক ঠাইত থৈ কেতিয়াযে শুবলৈ গৈছিল আমি কোনোৱে গমেই নাপাইছিলোঁ। যিবোৰ বঙলাত জালৰ কোঠা নাছিল, গোটেই অফিচ কোঠাটো আগুৱাকৈ ডাঙৰ আঠুৱা কৰাই লৈছিল। দেউতাৰ জীৱনৰ কীৰ্তিস্তম্ভ 'ব্যাকৰণ'খন লিখোঁতে কেনেদৰে ধৈৰ্যৰে আত্মনিয়োগ কৰিছিল, সেইয়া যাৰে তাৰে পক্ষে সম্ভৱ হোৱা টান।

চৰকাৰী কামৰ গধুৰ দায়িত্ব আৰু ব্যস্ততাৰ লগতে সুৰুজ উলিয়াই নিজৰ পঢ়া-শুনাৰ কাম সমান্তৰাল ভাবে চলাই নিছিল। হাই-উৰুমিৰ মাজতো একান্ত মনো-যোগেৰে লিখা-পঢ়া কৰিব পৰাটো দেউতাৰ এটা বিশেষ গুণ আছিল। পাণবজাৰৰ আমাৰ কাঠৰ দুমহলীয়া ঘৰটোত সৰু সৰু বিলাকে দুপদুপাই গণ্ডগোল কৰিলেও তলৰ কোঠালিত নিবিষ্টমনে পঢ়াশুনাৰ কাম কৰি থাকিব পাৰিছিল। সেইবোৰলৈ মন-কাণ নকৰিছিল, কেতিয়াও হকা-বধা নকৰিছিল। এনেকুৱা সহ্য গুণৰ বাবেই সকলো বস্তু পৰিপাটিকৈ ৰখাত কেতিয়াও বিচাৰি হাবাথুৰি খাব নালাগিছিল। বুঢ়া বয়সতো চটি জোতাযোৰ, গামোচাখন, ছাতি-লাখুটি ঠিক ঠাইত থৈছিল। ইমান বয়সতো অকণো এলাহ, দুঃখ-ভাগৰ অনুভৱ নকৰিছিল। কৰ্ম-জীৱনত অভাৱ-অভিযোগ শূন্য হৈ সকলোতে উন্নতি আৰু সমৃদ্ধি লাভ হৈছিল। ঐকান্তিকতাৰ গুণত

তেতিয়াৰ দিনত মহামান্ত ব্ৰিটিশ চৰকাৰে 'ৰায়বাহাদুৰ' উপাধিৰে বিভূষিত কৰি সন্মান দেখুৱাইছিল। চাহাবসকলৰ লগত মিলামিচা কৰা আৰু চাহাবী চং কিছু আছিল যদিও তাক বিদেশী শাসক-প্ৰেমী মনোভাব বুলিব নোৱাৰি। এজন ন্যায়বান আৰু একান্ত অনুগত চৰকাৰী চাকৰিয়াল হিচাবে যিখিনি কৰাৰ দৰ্কাৰ সেইখিনি গুণ তেখেতৰ গাত সম্পূৰ্ণ আছিল। পঞ্চম জৰ্জ ঢুকাওঁতে এমাহমানলৈ গাত কলা বিবন মাৰি থকা মনত পৰে।

তেতিয়াৰ কমিচনাৰ মিষ্টাৰ গানিং চাহাবৰ লগত বৰ সম্ভাব আৰু ঘৰুৱা ধৰণে চিঠি-পত্ৰৰ আদান-প্ৰদান আছিল। তেজপুৰৰ চাহাব উপায়ুক্তসকলে দেউতাৰ সৈতে মফঃস্বল কৰি বৰ সন্তোষ পাইছিল। বাগিচাৰ ইউৰোপীয়ান চাহাববোৰ মাজে সময়ে দেউতাক দেখা কৰিবলৈ আহি থকা বাবে ঘৰত সদায়ে বিলাতী বস্তুৰ যোগাৰ ৰখাইছিল। চাহাবী আদব-কায়দা ভাল পোৱা বাবে কলিকতাৰ বিখ্যাত ডাঙৰ দোকান **White away Laidlow** আৰু **Hall and Andersons** ৰ পৰা নিজৰ আৰু সকলোৰে সাজ-পাৰ আৰু ঘৰৰ যাবতীয় বস্তুবোৰ সদায় অৰ্ডাৰ দি অনাইছিল। ইয়াৰ বাবে নিয়মিত ভাবে আহি থকা কেটেলগ চাই চাই নিত্য ব্যৱহাৰ্য বস্তুবোৰ মগাই আনিহে ভাল পাইছিল। দেউতাৰ এনেকুৱা বিলাসী-মনটোৰ কথাকেইটামান লেখাৰ লোভ সামৰিব নোৱাৰিলোঁ।

মঙলদৈত থাকোঁতে গুৱাহাটীৰ 'শেখ ব্ৰাদাছ'ৰপৰা বৰদিনৰ ধুনীয়া ধুনীয়া কেক আৰু প্ৰত্যেক দিনেই একোটাকৈ ডাঙৰ 'লোফ' ট্ৰেনেৰে টংলালৈ বন্দবস্ত কৰি নিয়াইছিল। টংলাৰপৰা আকৌ পুৱা ছাৰ্ভিচ বাছে নি ঘৰত দিছিল। মালদহ, মজঃফৰপুৰ আদিৰ পৰা ভাল ভাল আম, লেচু আদি মগাই অনাইছিল। তেতিয়াৰ দিনত এতিয়াৰ দৰে বিশেষ ভাল বস্তু আমাৰ ইয়াত পোৱা টান আছিল বাবে অসুবিধা আৰু ব্যয় বহুল হোৱা সত্বেও দেউতাই ভাল বস্তু বাহিৰৰপৰা অনাইহে সুখ পাইছিল।

কিন্তু ঘৰুৱা ক্ষেত্ৰত সদায় খাঁটি অসমীয়া। ঘৰত কোনো দিনেই চাহাবী সাজ পিন্ধা নাছিল। মূঠতে ভিন্ন মুখী দুটা বিষয়ত যোগসূত্ৰ ৰাখি চলিব পাৰিছিল। সামাজিক আৰু ৰাজহুৱা অনুষ্ঠানত সাধাৰণ ধুতি-চাদৰ ব্যৱহাৰ কৰাত সদায় আগ্ৰহশীল আছিল। পৰাপক্ষত সকলো ধৰণৰ নিমন্ত্ৰণ ৰক্ষা কৰি সহযোগ কৰিছিল। আমাক লগত লৈ থিয়েটাৰৰ এটা মাথো 'অংক' চাই গুচি অহাত আমাৰ বেয়া লাগিলেও কেতিয়াও অভিযোগ কৰা নাছিলোঁ। সকতেই দেউতাই আমাক কলিকতা, পুৰী আদিত ফুৰাই অনাটোও চথ আছিল। আমাৰ সৈতে

পুৰীৰ সাগৰৰ পাৰত ঘৰ-ভাড়া কৰি থাকোঁতে উড়িয়া সাহিত্যৰ প্ৰতি অনুৰাগ দেখুৱাই তাৰ ৰজাবাহাদুৰৰ লগত দেখা কৰিছিল।

এই বিলাসপ্ৰিয় মানুহজনৰ মনটো কিন্তু নিজৰ গাওঁখন আৰু গাৱঁলীয়া পৰিবেশখিনি সমানে প্ৰিয় আছিল। গাৱঁৰ মাটিৰ চিনাকী মিঠা গোন্ধটো পাহৰি যোৱা নাছিল। হেজাৰ ব্যস্তাৰ মাজতো মনটো উৰা মাৰিছিল গাওঁখন আৰু পৰিজনলৈ। সেয়েহে যেয়ে যি ধৰণৰ সহায় বিচাৰিছিল তাক আগবঢ়াবলৈ সদায়ে ইচ্ছুক আৰু আগ্ৰহী আছিল। গাৱঁৰ মানুহ আহিলে খৰচ-পাতি, বস্ত্ৰ-বাহানি দি বিদায় দিছিল। ৰামদিয়াৰ কুলপুৰোহিত গৰাকী আহিলে বিশেষ ধৰণে অভ্যৰ্থনা কৰি সুখ পাইছিল। প্ৰত্যেকৰে খবৰ-বাতৰি লৈ আদৰ যত্ন আৰু সহায় কৰাটো দেউতাৰ মহানুভৱতাৰে পৰিচয় বুলিব পাৰি।

মাতৃ গৰাকীৰ প্ৰতি দেউতাৰ প্ৰগাঢ় ভক্তি অটুট আছিল। লগত ৰাখি সকলো ধৰণৰ তত্বাৱধান লৈছিল। জাৰকালি ৰাতি থাই বৈ উঠি জুই সেকি সেকি গাওঁৰ মানুহবোৰৰ নাম সুধি সুধি খবৰ লোৱা শুনিছিলোঁ। তেতিয়া মাক-পুতেক দুয়ো ইমান নিবিড় ভাবে পুৰণি স্মৃতিৰ অন্তৰালত বুৰ গৈ তন্ময় হৈ পৰিছিল যে দুয়োৰে হৃদয়স্পৰ্শী সহৃদয়তা দেখি বিস্ময় মানিব লাগিছিল।

দেউতা-খুৰাদেউইঁতে মাকে বৈ দিয়া এৰি-চাদৰ লৈছিল। সৰু কালতো মাকে বোৱা কাপোৰেই হেনো পিন্ধিছিল। এই গৰাকী সুপুত্ৰৰ জননী কিমান ভাগ্যৱতী আছিল ভাবিলেই ভাল লাগি যায়। সকলো কাম কাটি কৰি থৈ ৰামদিয়ালৈ গৈ মৃত্যুৰ আগমুহূৰ্তলৈকে মাতৃৰ খবৰ লৈছিল। ১৯৪৩ চনত অৰ্থাৎ দেউতাৰ মৃত্যুৰ এঘাৰ বছৰ আগতহে মাতৃ-বিয়োগ ঘটিছিল।

শিক্ষাৰ প্ৰতি দেউতা চিৰদিনেই আগ্ৰহশীল আছিল। ভাই-ভতিজা আৰু ল'ৰা-ছোৱালীবোৰক উচ্চ শিক্ষা দিছিল। তেতিয়াৰ দিনত ছোৱালীক সহ-শিক্ষা দি কলিকতাত এম. এ. পঢ়োৱাত একো আপত্তি নাছিল। দাদা আৰু ভাইটিক বিলাতত পঢ়াই অনাইছিল। এইখিনিতে কথা এটা মনত পৰিছে। আমি মেট্ৰিক পাছ কৰাৰ খবৰ ওলোৱাৰ পাছতেই তেতিয়াৰ কটন কলেজৰ প্ৰিন্সিপাল বিজয় সেনৰ হাতত কোনোৱে নজনাকৈ আমাৰ নাম লগোৱাৰ টকা জমা দি আহিছিল। পাছতহে মোৰ নাম আৰু ৰোল নম্বৰটো কলা বিভাগৰ প্ৰথমতে দেখি আচৰিত মানিছিলোঁ। শিক্ষাৰ কথাত সদায়ে আগৰণুৱা আছিল। সৰু ভাইটিহঁতক ইংৰাজী শিকাবৰ বাবে সিহঁতৰ লগত ইংৰাজীত কথা কোৱাৰ অভ্যাস কৰিছিল। আমাকো ইংৰাজী সাহিত্য, অঙ্ক, বিজ্ঞান, পদাৰ্থ বিজ্ঞান, সংস্কৃত আৰু গ্ৰীক-ৰোমান

বুৰঞ্জী আদি পঢ়াই পঢ়াই শিকাইছিল। আমাৰ ইংৰাজী পাঠ্যক্রমত বিখ্যাত 'The Dying Sun' নামৰ পাঠটি বুজাওঁতে বিজ্ঞানৰ নানা কথা Encyclopaedia Britannica আৰু Book of Knowledge আদি মেলি মেলি সকলো খৰচি মাৰি বুজাই দিছিল। শিক্ষাৰ বাবে জ্ঞান-বিজ্ঞানৰ নানাধৰণৰ কিতাপ-পত্ৰ অৰ্ডাৰ দি অনাইছিল। পৰীক্ষাৰ ওচৰত সময়ৰ নাটনি আৰু আমাৰ তেতিয়াৰ অপৰিপক্ক মগজুত সেইবোৰে কেনে কাম দিছিল কব পৰা নাছিলোঁ। ·কিন্তু কোনো ৰকমৰ অভিযোগ নকৰি নিৰ্বিবাদে শুনি গৈছিলোঁ। এতিয়াহে ভাবি ভাবি দুঃখ লাগে, দেউতাৰ ইমান যত্ন, শিক্ষা যদি ভালদৰে হৃদয়ঙ্গম কৰিব পাৰিলোঁহেঁতেন! অৱসৰৰ পিছত আমাক সকলোকে পঢ়ুৱাই ভাল পাইছিল। পঢ়াশুনাত লাগি থাকিলে জাৰ গৰম অকণো অনুভৱ নকৰিছিল। কোঠাৰ ভিতৰত.আৰত হাত-ভৰি ঠেৰেঙা হৈ গলেও ভ্ৰূক্ষেপেই নাছিল। ছোৱালীবোৰক ঘৰতে গানৰ মাষ্টৰ ধৰি গান-বাজনা আৰু চেতাৰ শিকোৱাটোও ভাল পাইছিল।

মোৰ মনত ঠেকা খাই যোৱা অতি সৰু কালৰ ঘটনা এটা নেলেখাকৈ থাকিব নোৱাৰিলোঁ। মঙলদৈত এচ. ডি. ও. হৈ থাকোঁতে শুনাতে এছিছ্‌টেন্ট চাৰ্জনজনে বঙলালৈ আহি সকলোকে কলেৰাৰ বেজী দিলে। মই ভয়তে বিচনাৰ তলত আৰু গা ধোৱা ঘৰত লুকাই আছিলোঁ, কাৰণ বেজী লোৱাত মোৰ বৰ ভয় আৰু আপত্তি। মোলৈ বগঁতে বগঁতে দুপৰীয়া হৈ গ'ল। কান্দি কাটি হুলস্থুল কৰা বাবে মোক টানি আনি দেউতাই এটা চৰ মাৰিলে। আচলতে ডাক্তৰজনে বৈ বৈ আমনি পোৱাৰ বাবেহে দেউতাৰ খং উঠি গৈছিল। মোৰ বাবে দেউতাই গোটেই দিনটো বৰ দুঃখ কৰি আইৰ (মাকৰ) আগত কৈয়ে আছিল। কাৰো গাত হাত দিয়া, গালিপাৰা বা খং-ৰাগ কৰা স্বভাৱ দেউতাৰ কেতিয়াও নাছিল।''

কাছাৰী বা মফঃস্বলৰপৰা ঘামি জামি আহিলে আমি এজন এজনকৈ বিচি দিওঁ। হাত বিষাব বুলি দেউতাই কিন্তু মানা কৰি থাকে। দেউতাৰ মাজে মাজে মেলেৰীয়া জ্বৰ হওঁতে বিচিলেও তেনেকৈয়ে কৈছিল। আমাক কপালত হাত দি চাবলৈ দি কয়, "উহুঁ! ইমান তপত হৈছে, ধান দিলেও আখৈ হ'ব।" জৰত ছাটি-ফুটি কৰি কোৱা এইষাৰ কথা মনত পৰিলে এতিয়াও দুঃখ লাগি যায়। আমি অলপ বেছিকৈ কাম কৰিলেও 'টাকুৰি ঘূৰাদি ঘূৰা' বুলি কোৱা মনত পৰে।

ঘৰুৱা চাকৰ-বাকৰৰ প্ৰতিও দেউতা মৰমিয়াল আৰু সজাগ আছিল। সিঁহতৰ বেমাৰ-আজাৰ হলে ঔষধ-পাতি দি আমাৰ হতুৱাই চাগু-বাৰ্লি কৰাই সিঁহত থকা বাহিৰা ঘৰলৈকে নিজে গৈ আগত থাকি দাবি ধমকি দি হলেও খুৱাইছিল। এখন

জীৱন পঞ্চাবদ্ধা বহীত সিঁহতৰ দৰমহাপাতিৰ পূৰা হিচাব লিখি ৰাখিছিল। দেউতাৰ দিনত বহুতো পুৰণা চাকৰ-বাকৰ বুঢ়ালৈকে থকাত ঘৰখনত প্ৰকৃত প্ৰভু-ভৃত্যৰ মধুৰ সম্পৰ্ক এটা সদায় থাকিছিল।

মণ্ডলদৈ-গোৱালপাৰাত 'মহহো' খেদা সক ল'ৰাবোৰৰ গীতবোৰ গোৱাই গোৱাই লেখি ৰাখিছিল। সেইবোৰকো তেখেতৰ 'ব্যাকৰণ'ত লিপিবদ্ধ কৰাৰ বাবেই কি জানি। দলটোত যিমানজন থাকে সেইমতে পইচা হিচাব কৰি দিছিল। কাকুৰা আদি গোৱা পুলিচৰ দলক আৰু ডাওৰ দলবোৰক কিছু বেছিকৈ পইচা দিছিল।

বিজয়া দশমীৰ দিনা ভঙনীয়া পইচা কিছুমান গোটাইলৈ প্ৰত্যেককে মাতি মাতি দিয়া দস্তুৰ আছিল। অৱসৰৰ পাছত গুৱাহাটীত ঘৰৰ গাড়ীৰে নিজৰ মানুহখিনিক অনাই নৈৰ পাৰত বিজয়া দেখুৱাইছিল। গধূলি আটাইয়ে মিলি বিজয়াৰ মিঠাই খোৱা দস্তুৰেৰে সম্প্ৰীতিৰ ভাব এটা সদায় ৰাখিছিল।

বংশৰ জ্যেষ্ঠজন বাবে দেউতাক সকলোৱে পিতৃবৎ সন্মান আৰু ভয় কৰি চলিছিল। খুৰাদেউইঁতে কেতিয়াও মুৰ তুলি কথা নকৈছিল।

মুঠতে দেউতাৰ লগত থকা দিন কেইটাত আমি কোনো কথাতে একো কষ্ট নোপোৱাকৈ সুখ আৰু আনন্দতে কটোৱা কথা সদায় মনত থাকিব।

শেষ বয়সত পত্নী-কন্যাৰ বিয়োগত জৰ্জৰিত হৈ বাস্তৱ ক্ষেত্ৰত অচল অটল ভাবে চলিব পৰাটো কম মনৰ বলৰ পৰিচয় নহয়। বুঢ়া বয়সত দেউতাৰ নিঃসঙ্গ জীৱনত সাহিত্য সাধনাই প্ৰধান সংগী আছিল। সুখ-দুঃখত সমানে একেটা ভাব-মূৰ্তিত সদায় চলিব পৰা বাবে ভিতৰৰ মানুহজনক চিনা টান আছিল। জীৱনৰ বিয়লি বেলাত ভাইটি এজন বিলাতত থকাত অন্তৰত সদায় এটা বিষাদ চিন্তাই আমনি দিছিল। তথাপিও নাতি-নাতিনীৰ লগত সদায় এটা নিবিড় আনন্দ আৰু তৃপ্তি অনুভৱ কৰি সিঁহতৰ যত্ন লোৱা দেখিলে বৰ ভাল লাগিছিল। চান্দমাৰীৰপৰা মই দেউতাক চাবলৈ গলে বৰ আনন্দ পাইছিল আৰু ৰাতি নহওঁতেই ঘৰলৈ উভতিবলৈ কৈ থাকিছিল। তেখেতে অন্তিম সময়লৈকে নিজৰ কৰ্তব্য সমাপন কৰি সাহিত্য সাধনাতে একান্ত ভাবে লাগি থাকিবলৈ সক্ষম হৈছিল।

# মেধিৰ জীৱনৰ আগছোৱাৰ কথা

## ।। এক ।।

### শ্ৰীক্ষিতীশচন্দ্ৰ মেধি

প্ৰথমতে গধুলি জেঠাইৰ কথা কৈছোঁ। আশীৰ ওপৰ জেঠাইৰ পকা খেকেৰা-হেন মুখাবয়ৱ। চুলিবোৰ নিখুঁত শুভ্ৰ। খোলামুখত জেঠাইৰ হাঁহিটোও মৰম লগা। জহকালি চোতালত পাটীপাৰি লৈ সাধু কোৱা অভ্যাস আমাৰ জেঠাইৰ। সাধুবোৰ আচলতে একোটা কাহিনী ; কিন্তু ৰগৰ কৰি কোৱা বাবে গল্প যেন লাগে। গধুলি বেলিকা সাধু কোৱা বাবেই আমি জেঠাইক গধুলি জেঠাই বুলি কোৱা নাছিলোঁ, আচলতে তেওঁৰ নামটোও আছিল গধুলি। গধুলি জেঠাইৰ মুখত গধুলি শুনা বহু কাহিনীৰ ভিতৰত ডাঙৰ কাহিনীটো আজি কবলৈ লৈছোঁ।

৺ধৰ্মকান্ত ৰাজমেধি ( ধৰম মেধি ) ৰামদিয়া অঞ্চলৰ এগৰাকী চহকী আৰু প্ৰভাৱশালী ব্যক্তি আছিল। সেই অঞ্চলত মানুহে তেখেতক জমিদাৰ বুলিয়ে জানিছিল। মাটি-বাৰী সংক্ৰান্ত বিষয়ত তেখেত প্ৰায়ে এজন লাটু মণ্ডলৰ ঘৰলৈ যাব লগা হৈছিল। সময়ে অসময়ে মণ্ডলক আমনি কৰা বাবে কেতিয়াবা মণ্ডলে বেয়াও পাইছিল। এদিন মণ্ডলে মেধিক বেয়া ব্যৱহাৰ কৰিলে আৰু মেধিৰ আত্ম-সন্মানত আঘাত দিলে। প্ৰবল প্ৰতাপী মেধিক সাধাৰণ মণ্ডল এজনে অপমান কৰা বাবে মেধি জেঠাই ক্ৰোধত উতলি উঠিল। মণ্ডলৰ ক্ষমতাৰ পৰিধি কিমান মেধিয়ে হিচাপ কৰি উলিয়ালে। মণ্ডলৰ কাম মাটিৰ জোখ-মাখ কৰা আৰু মাটি-হাকিমৰ হুকুম মতে চলা, মেধিয়ে মনতে ভাবিলে। মণ্ডলৰ ওপৰত গোতক তুলিবলৈ হলে মাটি-হাকিম হোৱা দৰকাৰ। গতিকে মেধিয়ে ঠিক কৰিলে তেওঁৰ লৰাক হাকিম কৰিব আৰু মণ্ডলৰ ওপৰত গোতক তুলিব। ধৰম মেধিয়ে ধৰ্মসাক্ষী কৰি প্ৰতিজ্ঞা কৰিলে।

ধৰম মেধিৰ পৰিয়ালটো বৰ ডাঙৰ। ভাই-ককাই, খুড়া-ভতিজা-ভাগিনী আটাইয়ে মিলি এটা একান্নবৰ্তী পৰিয়াল। কাম কৰা মানুহ তেখেতে ৰাখি বহু মাটিত খেতি কৰে। ম'হৰ খুটি আৰু গৰুৰ খুটি সুকীয়া। বেহা-বেপাৰত নাও চলে। ধনে-জনে মেধিৰ সংসাৰখন ভৰপূৰ। খুব ব্যস্ততাৰ মাজেৰে দিনবোৰ পাৰ হৈ যায়। কৰ্ম সুখৰ মেধি পৰিয়ালৰ পদূলিও উতুলি মুতুলি।

ঘৰলৈ উভতি আহি ধৰম মেধিয়ে পদুলিৰ মুখতে তেওঁৰ বৰ-ভতিজা ল'ৰা হলিক লগ পালে। হলি পৰিয়ালৰ ভিতৰতে প্ৰথম সন্তান। বয়স অনুমান ৭/৮ বছৰ হ'ব পাৰে। হাতত এডাল ম'হ চৰোৱা টাঙোন লৈ ম'হৰ প্ৰালটো খেদি পথাৰলৈ বুলি ওলাইছে। ভতিজা ল'ৰা হলিক দেখি ধৰম মেধিৰ ধৰ্ম প্ৰতিজ্ঞাৰ কথা মনত পৰিল আৰু মণ্ডলৰ আচৰণৰ 'বিষকাড়' ডালে মেধিক উতলা কৰিলে। খঙৰ ভমকত মৰমৰ ভতিজা ল'ৰা হলিক কাণ-এখনত এটা চৰ শোধাই দিলে। আৰু গতিয়াই গতিয়াই পদুলি মুখৰপৰা ঘৰলৈ লৈ আহিল। মেধিয়ে হলিক সাৱধান বাণী শুনালে, "আজিৰ পৰা স্কুললৈ যাব লাগিব। দেশত যিমানবোৰ স্কুল-কলেজ আছে—সেই আটাইবোৰ পঢ়ি শেষ কৰিব লাগিব। মই মণ্ডলৰ ওপৰত পোতক তুলিম। তই হাকিম হ'ব লাগিব।" পৰিয়ালৰ সকলোৰে সাক্ষাতত ধৰম মেধিয়ে তেওঁৰ ধৰ্ম প্ৰতিজ্ঞাৰ কথা ঘোষণা কৰিলে,—"মোৰ সাঁচতীয়া বৰ পেৰাটোত যিমান খিনি ধন আছে, সকলোখিনি মই হলিৰ পঢ়াশুনাৰ বাবে খৰচ কৰিম। যদি বৰ-পেৰাটো শেষ হৈ যায় তেন্তে মোৰ ব্যৱসায়ৰ আচুতীয়া পেৰাৰপৰা ধন উলিয়াম। পঢ়ি-শুনি হলি হাকিম হ'ব লাগিব। ই মোৰ প্ৰতিজ্ঞা।"

হলি কেলা নৰাজন ধৰম মেধিৰ কনিষ্ঠ ভাতৃ ৺ভুকলি মেধিৰ জ্যেষ্ঠ পুত্ৰ, আৰু তেৱেঁই পৰিয়ালটোৰ প্ৰথম সন্তান। হলি, মানে হলিৰাম, পাছলৈ কালিৰাম মেধি নামে প্ৰখ্যাত হৈছিল।

সেই সময়ত গাঁৱত পঢ়াশুনাৰ বিশেষ সুবিধা নাছিল। গোটেই বামদিয়া অঞ্চলৰ প্ৰায় ৫০ খন গাঁৱৰ ভিতৰত মাত্ৰ এখন প্ৰাইমাৰী স্কুলহে আছিল। স্কুলত ল'ৰা-ছোৱালীৰ সংখ্যাও তেনেই তাকৰ আছিল। পঢ়াশুনাৰ বাবে আৱশ্যকীয় পৰিবেশ নাছিল। গৰু-চৰোৱা, খেল-ধেমালি কৰা, ম'হৰ বাথানত গৈ গাখীৰ খোৱা, নানা সঁজুলিৰে মাছ মৰা আৰু এটা সম্পূৰ্ণ মুক্ত জীৱন যাপন কৰাই সেই সময়ৰ ল'ৰা-ছোৱালীৰ সাধাৰণ ৰীতি আছিল। ছোৱালী স্কুললৈ যোৱাটো ভাবিব নোৱাৰা কথা। উল্লেখযোগ্য যে এই পৰিস্থিতিৰ মাজতো হলিৰাম( কালিৰাম মেধি )ৰ মাতৃ সোণতৰা গাঁৱৰ ভিতৰতে প্ৰথমা শিক্ষিতা মহিলা আছিল।

বৰ দেউতাক ধৰ্মকান্ত মেধিৰ এদিনৰ এটা শিকনিয়ে হলিৰামৰ জীৱন-ইতিহাস সলনি কৰি দিয়ে। গৰু-ম'হ চৰাই ফুৰা শিশু হলিৰামৰ জীৱনত জোৱাৰ নামি আহিল। সেইদিন ধৰি হলিৰামৰ একমাত্ৰ সাধনা হ'ল পঢ়াশালি। শুনা যায়, হলিয়ে আনকি দেওবাৰেও স্কুললৈ গৈছিল। শিশু হিচাপে হলিৰাম চকুত লগা

ল'ৰা নাছিল। দেখাত অলপ "লেতেৰা ছুলি" হে আছিল। পঢ়াশুনাক' অৱশ্যে তেওঁ এটা সাধনা হিচাপে লৈছিল।

প্ৰাইমাৰী পৰীক্ষাত জলপানী লৈ হলি গুৱাহাটী কটন কলেজিয়েট হাইস্কুলত ভৰ্তি হয়। ধৰম মেধিয়ে গুৱাহাটী চহৰত হলিৰ পঢ়াৰ সুবিধাৰ বাবে ঘৰ-মাটি কৰি লয়। কমাৰপট্টিত নিজাকৈ ঘৰ সাজি, কাম কৰা ল'ৰা ৰাখি নিজৰ তত্বাৱধানত হলিৰ পঢ়াশুনাৰ দিহা কৰি দিয়ে। সেই সময়ত ৰামদিয়াৰপৰা গুৱাহাটী চহৰলৈ যাতায়াতৰ বাবে কোনো ৰাস্তা-ঘাট নাছিল। সেইবাবে ধৰম মেধিয়ে হলিৰ বাবে ঘোঁৰাৰ ব্যৱস্থা কৰি দিয়ে। স্কুল বন্ধ হলে হলিক ঘৰলৈ নিবলৈ ঘোঁৰা পঠাই দিয়ে। মুঠতে হলিৰ পঢ়াশুনাত যাতে কোনো অসুবিধা নহয়—তাৰ বাবে ধৰম মেধিয়ে সকলো ব্যৱস্থা কৰি দিয়ে।

হাইস্কুলত ভৰ্তি হোৱাৰ সময়তে হলিৰ নামটো হলিৰামৰ পৰা কালিৰামলৈ ৰূপান্তৰিত হয়। ঘটনাটো এনে ধৰণৰ : স্কুলৰ বৰ কেৰাণীজন কোনোবা এজন বঙালী 'মশাই' আছিল। মশাইৰ পালত পৰি হলিৰাম হালিৰাম হ'ল, আৰু ইংৰাজী Hali Ram পাকঘূৰি গৈ Kali Ram হ'ল। সেইবাবে হলিক মানুহে দুটা নামেৰে জানিছিল। এটা অসমীয়া হলিৰাম আৰু আনটো ইংৰাজী কালিৰাম। পাছৰ কালত অৱশ্যে মেধি কালিৰাম মেধি নামে প্ৰখ্যাত হয় আৰু হলিৰাম নামটো বঙালী মশাইয়ে শেষবাৰলৈ মচি দিয়ে।

ধৰম মেধিয়ে তেওঁৰ ধৰ্মপ্ৰতিভা আখৰে আখৰে পালন কৰিলে। সাঁচতীয়া বৰপেৰাটোৰ ৰূপৰ মুদ্ৰাবোৰ মাজে সময়ে ভিতৰ চোতালত ধান মেলাদি ব'দত মেলি শুকুৱাই আকৌ বৰ পেৰাটোত সুমুৱাই থয়। সেইখিনি সময়ত ভিতৰ চোতালত আন মানুহৰ প্ৰবেশ নিষেধ! টকা ৰখীয়া কামটো কৰে ধৰম মেধিৰ অত্যন্ত বিশ্বাসী জীয়ৰী 'গাডুবাই' ( পাছলৈ গান্ধাৰী বকৰানী )। গাডুবাই থাকিলে ৰূপৰ চিক্‌চিকীয়া ৰূপেও কোনো মানুহক আকৰ্ষণ কৰিব নোৱাৰে। কাৰণ গাডুবাইৰ হাতত দীঘল এচাবিডাল থাকেই। টকাবোৰ ব'দত শুকুৱাই মুখ বন্ধ নকৰালৈকে গাডুবাইয়ে আনকি এটোপা পানীও মুখত নিদিয়ে। পৰিয়ালৰ সক ল'ৰা-ছোৱালী-বোৰে আৰু ঘৰত কাম কৰা মানুহবোৰে ধৰম মেধিৰ এই ৰূপালী জয়ন্তী আঁতৰে আঁতৰে উপভোগ কৰে। কেতিয়াবা লোভ সামৰিব নোৱাৰি সক ল'ৰা-ছোৱালীবোৰে দুই এমুঠা ৰূপ হাতত লৈ দৌৰি যোৱাও শুনা যায়। পিছে গাডুবাইৰ গেদেহা ভুকুত পুনৰুদ্ধাৰ হয়। সাঁচতীয়া ধন ধৰম মেধিয়ে বৰ যতনেৰে ৰাখে।

হলিক পঢ়ুৱাবলৈ ধৰম মেধিয়ে সাজি লোৱা কমাৰপট্টিৰ ঘৰখন পাছলৈ এটা

অধ্যয়ন টোল হৈ পৰে। ৰামদিয়া আৰু হাজোৰ দুই চাবিটাকৈ ল'ৰা আহি এই মেছতে থাকি গুৱাহাটীত পঢ়া আৰম্ভ কৰে। মেধি পৰিয়ালৰ আন ল'ৰাবোৰে ইয়াতে থাকি হাইস্কুলত পঢ়ে। কমাৰপট্টিৰ এই মেছটো হাজো-ৰামদিয়া অঞ্চলত প্ৰখ্যাত হৈ উঠে। পাছলৈ অৱশ্যে কালিৰাম মেধি ডাঙৰীয়াই বৰপেটীয়াপাৰাত হৰিসভাৰ ওচৰত স্থায়ীভাবে দুমহলীয়া কাঠৰ বঙলা আৰু বৰ্ত্তমানৰ হাউচিটো সাজি লয়।



হলি হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়ি থাকোঁতেই ধৰম মেধিয়ে হলিৰ বিয়া পাতিলে। বিয়া পাতিবলৈ মেধি বাধ্য হৈছিল; কাৰণ হলি মেধি পৰিয়ালৰ জ্যেষ্ঠ সন্তান। তেওঁৰ বিয়া নহলে আনবোৰৰ বিয়া হ'ব নোৱাৰে। অথচ গাওঁত বাল্য বিবাহ সেই সময়ৰ সামাজিক ৰীতি। ধৰম মেধিয়ে হলিৰ বিয়াৰ সকলো যোগাৰ কৰি বিয়াৰ তাৰিখমতে হাজিৰ হবলৈ হলিক নিৰ্দেশ দিলে। ধৰম মেধিৰ ঘৰৰ জ্যেষ্ঠ সন্তানলৈ ছোৱালী দিবলৈ গাওঁৰ মানুহে হেতা-ওপৰা লগালে। শেষত ৰামদিয়াৰ মৌজাদাৰ জীৱন চৌধুৰীৰ পৰিয়ালৰ দেখনিয়াৰ ছোৱালী উৰ্মিলাকে ঠিক কৰা হ'ল। উৰ্মিলাৰ বয়স বোধহয় ৭।৮ বছৰ হ'ব পাৰে।

বিয়াৰ দুদিন আগলৈকে হলিৰ দেখা দেখিয়ে নাই। স্বাভাৱিকতে পৰিয়ালৰ মানুহবোৰ কিছু চিন্তাত পৰিল—বিশেষকৈ চৌধুৰী পৰিয়াল। ধৰম মেধিৰ লগত সমানে হাত মিলাব পৰা আঢ্যৱন্ত আৰু চহকী চৌধুৰী পৰিয়াল। "হলি তেন্তে বিয়ালৈ নাহিবই নেকি?" কিন্তু ধৰম মেধিয়ে সকলোকে সোঁৱৰাই দিলে যে তেওঁ বিয়া পাতিছে; গতিকে বিয়া হ'বই। ধৰম মেধিৰ মুখৰ কথা শিলৰ ৰেখা।

বিয়াৰ আগদিনা ভয়ে ভয়ে হলি ৰামদিয়া পালেহি। ঘৰলৈ আহিবলৈ সাহস নকৰি তেওঁৰ বন্ধু যাদৱ ভঁৰালীৰ ঘৰত উঠিল। ধৰম মেধিয়ে নিৰ্জ্জ দিয়াতহে হলি ৰাতি মাকৰ ওচৰ পালে। পাছদিনা বিয়া।

মেধি পৰিয়ালৰ প্ৰথম সন্তান হলিৰ বিয়া। গতিকে বা-যোগাৰ এমাহ আগৰ পৰাই চলিছিল। এই পৰিয়ালৰ ঘৰত বিয়া-বাৰু হলে গোটেই গাওঁখনৰ মানুহে মেধিৰ ঘৰত খাব লাগিব। সেইদিনা গাওঁৰ কোনো মানুহৰ ঘৰত ৰন্ধা-বঢ়া নহয়। গোটেই গাওঁখনৰ বাবে কোমল চাউল তিয়াবলৈ সিমান ডাঙৰ বাচন নথকা বাবে মেধিৰ খেল নাও খনতে কোমল চাউল তিওৱা হ'ল। ম'হৰ বাথানৰ এঠা দৈ, ঘৰত পেৰা কুঁহিয়াৰৰ গুৰ, ভীমকল ইত্যাদি শকত জলপান বাইজলৈ বুলি যোগাৰ কৰা

হ'ল। জলপান খোৱাৰ কোনো নিৰ্ধাৰিত সময় নাই। বিয়াৰ গোটেই দিনটো গাওঁৰ মানুহে জলপান খাব—এইটো মেধি পৰিয়ালৰ পৰম্পৰা অভ্যাস।

সাতোটা হাতীৰে সমদল কৰি মেধিৰ ঘৰৰ বৰপুত্ৰ হলি দৰা সাজি বিয়া কৰাবলৈ গ'ল। গায়ন-বায়ন, আতচ্‌বাজীৰ প্ৰচুৰ সমাবেশ। থাৰ-বাৰুদৰ হিলৈ মাৰোঁতে পৰিয়ালৰ এজন ল'ৰা গুৰুতৰভাৱে আহত হয় আৰু সোঁ-হাতখন চিৰদিনৰ বাবে পঙ্গু হৈ পৰে। খুব ধুমধামেৰে ধৰম মেধিয়ে হলিৰ বিয়া পাতিলে। বিয়া আচলতে গৌৰীদান। এই বিয়াত দৰা-কন্যাৰ নিজৰ কোনো মতামত বা অভিৰুচি থাকিব নোৱাৰে। আনকি দৰা-কন্যাৰ দেখা সাক্ষাতো নহয়। গোটেই অনুষ্ঠানটো যেন এটা ধৰ্মীয় উৎসৱহে।

বিয়া কৰাই হলি আকৌ গুৱাহাটীলৈ উভতি আহিল। কন্যা মাকৰ ঘৰত জীয়াৰী হৈয়ে থাকিল। কিছুদিন পাছত কুমাৰী অৱস্থাতে ন-কন্যা উৰ্মিলাৰ কিবা এটা অসুখত মৃত্যু হয়। দৰা-কন্যাৰ চা-চিনাকী নোহোৱাকৈয়ে সেইখন বিয়া ইমানতে ওৰ পৰে।

( ইয়াৰ পাছত অৱশ্যে মেধিৰ ঘৰলৈ আহে বৰপেটাৰ বৰ বোৱাৰী আৰু দ্বিতীয়বাৰ ঘৰ গচকে নগাঞাৰ জীয়াৰী )

ধৰম মেধিয়ে হলিৰ বিয়াখন আচলতে গেট্‌ পাছ হিচাবে লৈছিল। গাঁৱলীয়া মানুহ হিচাবে পৰিয়ালৰ আন আন বিয়াবোৰ সময়মতে পাতিব লাগিব। কিন্তু ঘৰৰ প্ৰথম সন্তানৰ বিয়াখন নহলে বাকীবোৰৰ পাতিব নোৱাৰি। এইখন গেট পাছ মুকুৰ কৰি হলিয়ে তেওঁৰ কৰ্তব্য পালন কৰিছিল।

এণ্ট্ৰেন্স পৰীক্ষা সুখ্যাতিৰে পাছ কৰি হলিয়ে এতিয়া কলেজত পঢ়িব। অসমত তেতিয়া কলেজ নাই, গতিকে কলিকতালৈ যোৱা ঠিক কৰিলে। ধৰম মেধিয়ে এইবাৰ কিন্তু হলিক স্বাধীনতা দিব লগা হ'ল। কলিকতাত মেধিয়ে ঘৰ সাজি ল'ৰা পঢ়ুৱাব নোৱাৰে, গতিকে হলিক হোষ্টেলত থবলৈ বাধ্য হ'ল। তেতিয়াৰ দিনত অসমত ৰেলগাড়ী হোৱা নাই। জাহাজেৰে কলিকতালৈ অহা-যোৱা কৰিব লাগে। বামদিয়াৰপৰা কলিকতালৈ যাবলৈ কমপক্ষেও এমাহ সময় লাগে। হলিক কলিকতাৰ প্ৰেছিডেন্সি কলেজত পঢ়োৱাৰ ব্যৱস্থা কৰা হ'ল। সেইদিনা মেধিৰ ঘৰত ডাঙৰ উৎসৱৰ দৰে হৈছিল। হলিক সমদল কৰি জাহাজঘাটলৈ লৈ যোৱা হৈছিল। এবাৰ কলিকতালৈ গলে সহজে ঘৰলৈ আহিব নোৱাৰিছিল। কৃতী ছাত্ৰ হিচাপে হলি প্ৰেছিডেন্সি কলেজৰ এজন আগশাৰীৰ কলেজীয়া ছাত্ৰ আছিল।

কলিকতাৰ কলেজত পঢ়ি থকা সময় হোৱা .হলিৰ ছাত্ৰ জীৱনৰ আটাইতকৈ স্মৰণীয় ঘটনা। কলিকতাত সেই সময়ত অসমীয়া ছাত্ৰসকলে পঢ়াশুনাৰ বাহিৰেও অসমীয়া ভাষা আৰু সাহিত্য ৰক্ষাৰ বাবে এখন মহাসমৰত অৱতীৰ্ণ হৈছিল। সেই সময়ৰ কৃতী অসমীয়া ছাত্ৰসকলৰ চেষ্টাতে অসমীয়া ভাষাৰ সঞ্জীৱনী উদয় হৈছিল। অঃ ভাঃ উঃ সাঃ সভাই সাহিত্য-সাধনাৰ প্ৰাণ কেন্দ্ৰ স্বৰূপ আছিল। অসমত তেতিয়া বঙালী ভাষাৰ প্ৰচলন। আনন্দৰাম ঢেকিয়ালফুকনকে আদি কৰি কেইগৰাকীমান দেশপ্ৰেমী ছাত্ৰৰ সহায়ত অসমীয়া ভাষা আৰু সাহিত্যৰ পুনৰুদ্ধাৰ হৈছিল। কলিকতাত পঢ়া প্ৰত্যেকজন ছাত্ৰৰ অন্তৰত জাতীয়তাবোধ ইমান প্ৰবল হৈছিল যে অসমীয়া ছাত্ৰ মাত্ৰেই সেই সময়ৰ আলোচনীবোৰত প্ৰবন্ধ-পাতি লিখা প্ৰায় বাধ্যতামূলক হৈ পৰিছিল।

প্ৰেছিডেন্সি কলেজৰপৰা এফ. এ. পাছ কৰি হলি বি. এ. মহলাত উঠিল আৰু শেষত পদাৰ্থ বিজ্ঞানত এম. এ. পাছ কৰিলে। এম. এ. পাছ কৰা অসমীয়া ছাত্ৰ-সকলৰ ভিতৰত মেধি আছিল তৃতীয়।

হলিৰ কৃতকাৰ্যতাত ধৰম মেধিৰ আনন্দৰ সীমা নাছিল। হলিয়ে ধৰম মেধিৰ ধৰ্ম প্ৰতিজ্ঞা ৰক্ষা কৰিব। হলি হাকিম হ'ব।

হলি এম. এ. পাছ কৰাৰ পাছত ধৰম মেধিয়ে অনুসন্ধান কৰিলে ইয়াৰ পাছত আৰু কি পঢ়িব পাৰি? হলিয়ে সকলো পঢ়া শেষ কৰিব লাগিব। ধৰম মেধিৰ আনটো ৰৰপেৰাৰ ধন এতিয়াও খৰচ হোৱা নাই। আৱশ্যক হলে বিদেশত পঢ়ুৱাব পৰা সম্বল মেধিৰ আছে। হলিক বিলাতলৈ পঠোৱাৰ ব্যৱস্থা কৰা হ'ল। বিলাতত তেওঁ আই. চি. এছ. আৰু বেৰিষ্টাৰী পঢ়িব। সকলো যোগাৰ কৰি ইংলণ্ডৰ লয়েডছ বেঙ্কত টকা জমা দিয়া হ'ল। জাহাজৰ টিকত পৰ্যন্ত বুক হৈ গ'ল। কলিকতাত থকা অৱস্থাতে হলিয়ে এখন টেলিগ্ৰাম পালে—ধৰম মেধি হঠাৎ স্বৰ্গগামী হ'ল। ধৰম মেধিৰ মৃত্যুত হলি মৰ্মাহত হ'ল আৰু লগে লগে বিলাত যাত্ৰাৰ সকলোবোৰ ব্যৱস্থা বন্ধ কৰি দিলে। যিজন ব্যক্তিয়ে ইমান আগ্ৰহ কৰি তেওঁক বিলাতলৈ পঠোৱাৰ ব্যৱস্থা কৰিলে সেইজন ব্যক্তিৰ মৃত্যু হোৱাত হলিয়ে বিলাতত পঢ়াৰ সাৰ্থকতা নেদেখিলে। তাৰ পৰিৱৰ্তে হলি হাকিম হোৱাই ঠিক কৰিলে। হলিয়ে হাকিম হৈ ধৰম মেধিৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলে।

॥ দুই ॥

## শ্ৰীগোবিন্দ মহন্ত

"ঘৰত কোন আছে ?" চকা পাতত বহাই নাই এখোন। নঙলামুখৰ পৰা অপৰিচিতৰ মাত শুনি এহাতমান ওৰণিখন টানি-টুনি লৈ বহেশ্বৰী আয়ে মাজুপুতেকক ক'লে—"কোন আহিছে চা, বলো।" বলোভদ্ৰ ওলাই আহি দেখে, তিতি বুৰি আহিছে এজন যুৱক। চিনো চিনো লাগিছে যদিও চিনি পোৱা নাই। মুখৰ পিনে থৰ লাগি চাই থাকোঁতে যুৱকে মাত দিলে, "মই ৰামদিয়াৰ ভকলি মেধিৰ ল'ৰা, আহিছিলোঁ ঘৰলৈ বুলি। পিছে বানপানীৰ প্ৰকোপ দেখি আগবাঢ়িবলৈ সাহস নহ'ল। আপোনালোকৰ বাপ গ'লনে ?"

"পিতা আৰু ৰামভদ্ৰ যোৱা কালিয়েই গ'ল। বুজিছোঁ, আপুনি গুৱাহাটীৰ পৰা আহিছে ? কেনেকৈ কাৰ লগত আহিল সাগৰ সদৃশ বানপানীৰ মাজে মাজে ?" কথাখিনি সুধিয়েই বলোভদ্ৰই বাটঘৰৰ আগচালিখাতে চাৰিখন পাৰি বহিবলৈ দিলত উচ্‌পিচনি ভাৱত অতিথিয়ে বহাৰ ইচ্ছা নকৰি ক'লে—"ওলালোঁ ৰাতিপুৱাই। পাণ্ডুঘাটত দেৰি হ'ল ; ব্ৰহ্মপুত্ৰৰ সংহাৰ মূৰ্তি দেখি নাৱৰীয়াই নাও মেলিবলৈকে সাহস নকৰে। আচলত জীউটো টোপোলা বান্ধি লৈ কোনোমতে ইপাৰ হলোঁ। মনাহকুছিয়া মানুহ এজনক লগপাই সাহস বাঢ়িল যদিও দলিবাৰীলৈ আহি দেখো বাট-পথ তেনেই পানীৰ তলত। ভাগ্য ভাল কুলহতীয়া নাও এখন পাই তাতে উঠিলোঁ। ৰবগাওঁ পাই দেখোঁ কেৱল পানীহে পানী। নাও অবিহনে অন্যপথ নাই, আনপিনে সময়ো তাকৰ, ভাবিলোঁ দখিৰ বাপুক লগ পাওঁ যদি……"

গাওঁ বুলিলে ৰামদিয়া কামৰূপ জিলাৰ ভিতৰত এখন বৃহৎ আৰু জাকত জিলিকা গাওঁ। ভালেমান জাতি, বহু সংস্কৃতিৰ মিলনভূমি ৰামদিয়া। আমাৰ অঞ্চলৰ মানুহে এই অঞ্চলটোক দিয়া বুলিহে কয়, ইয়াৰ মুখ্য মুখ্য গাওঁবোৰৰ আগত দিয়া শব্দটো থকা বাবে। যেনে ৰামনদিয়া (ৰামুন্দি), হাৰদিয়া, টোক্ৰাদিয়া, ৰামদিয়া আদি। প্ৰাকৃতিক দুৰ্যোগ, আৰ্থিক সংকটৰ হেঁচাত জুকলা হৈ আৰু বেহাৰেপাৰৰ যাইকৈ সৰহ থকাত ৰামদিয়াৰ ভালেমান পৰিয়াল উজনি অসমলৈ গ'ল ; তাতেই নিগাজীকৈ বসবাস কৰি থাকিল।

ৰামদিয়া মহাপুৰুষীয়া প্ৰধান ঠাই। তাত কেইবাখনো সত্ৰ আছে।

মহাপুৰুষ দুজনা গুৰুৰ দুয়োটা কীৰ্ত্তন মহাসমাৰোহেৰে আড়ম্বৰপূৰ্ণকৈ আৰু উলহ-মালহেৰে বামদিয়াবাসী শিষ্যসকলে পালন কৰে। গোটেই ভাদমাহ জুৰি অংকীয়া নাট ভাওনাৰ আখৰা আৰু হৰিনাম-কীৰ্ত্তনৰ ধ্বনিৰে বামদিয়া মুখৰিত হৈ থাকে।

ধাকুৱাখানা বামদিয়াৰ এখন ডাঙৰ সত্ৰ। এই সত্ৰৰ অধিকাৰ আছিল আমাৰ পূৰ্ব পুৰুষসকল। সময়ে সময়ে বামদিয়াৰ শিষ্য-প্ৰশিষ্য, গঞা-গয়বৰ আমাৰ গাওঁ ঘৰদখি সত্ৰলৈ আহে আৰু তিথি-সংক্ৰান্তিয়ে আমাৰ পৰিয়ালৰ মানুহো বামদিয়ালৈ যায়। বিশেষকৈ ভাদমাহত মহাপুৰুষৰ কীৰ্ত্তন কেইটাও বামদিয়াতে পালন কৰাটো এটা নিয়মত পৰিণত হৈছিল। মহন্ত আৰু মেধিৰ সম্বন্ধ গাখীৰ-মিঠৈ সদৃশ। বামদিয়াৰ মেধিৰ বংশ আৰু দখিসত্ৰৰ মহন্তৰ মাজৰ স্নেহ-প্ৰীতি সম্ভাৱ চিৰকলীয়া আৰু চিৰস্মৰণীয়।

ভাদমাহ-কীৰ্ত্তন উপলক্ষে ভুকলি মেধিৰ পুত্ৰেক বামদিয়ালৈ আহিছিল। টকোবাৰীত বাস কৰি থাকি গুৱাহাটীৰ হাইস্কুলত পঢ়িছিল। দুকূল ওপচি পৰা বানপানীয়ে আলি পদূলিৰ সংযোগ বিচ্ছিন্ন কৰাত বামদিয়ালৈ যাব নোৱাৰি অকস্মাৎ দখি সত্ৰত উপস্থিত হ'লহি। কিন্তু কৃষ্ণৰায় বুঢ়াসাধু কীৰ্ত্তন উপলক্ষে বামভদ্ৰ আৰু শিষ্য সমন্বিতে আগদিনাই নাৱেৰে বামদিয়া অভিমুখে বাওনা হৈছিল।

বামদিয়া গুৱাহাটীৰ দূৰত্ব ১৮ মাইল যদিও যাতায়তী ব্যৱস্থাত আছিল এশ এবুৰি সমস্যা, বাধা-বিঘিনি। খোজকঢ়াৰ বাহিৰে অন্য উপায় নাছিল। পাণ্ডু-আমিনগাওঁ ঘাট মাৰ-নাৱেৰে পাৰ হ'ব লাগিছিল। নাৱৰীয়াৰ মনৰ জোখাৰে মানুহ নাপালে বা প্ৰাকৃতিক দুৰ্যোগৰ আগজাননী পালে হয়তো সময়ৰ হেৰ-ফেৰ হয়। এতিয়াৰ দৰে হাজোলৈ আলিপথ আছিল। গো-বাটৰ লেখিয়া এটা আলিবাট, খৰালি মাহত কথমপিহে গৰুগাড়ী চলে, বাৰিষা হলে বাটৰ ওচৰত আঁঠুৱনি বিৰিণা আৰু এবালি বন। বাৰিষা কালত নাও নতুবা কাপোৰ সলাই মোকৃচা পিন্ধি এককাল এবুকু পানী ভাঙি খোজ কঢ়াই গতি।

ব্ৰহ্মপুত্ৰৰ গতি আছিল উত্তৰমুৱা। আগিয়াঠুৰি পাহাৰৰ দাঁতিয়েইদি গৈছিল ব্ৰহ্মপুত্ৰ। হাজো গুৱাহাটী পথৰ বাধা আছিল আগিয়াঠুৰি পাহাৰ। পাহাৰৰ পশ্চিম মুৰটো ব্ৰহ্মপুত্ৰৰ বুকুলৈ সোমাই পৰাত বাৰিষাৰ সময়ছোৱাত ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতৰ হৈচাত বাঘৰ গোজৰণি সদৃশ শব্দ বহু নিলগৰপৰা

ভনিবলৈ পোৱা যায়। আমিয়াঠুৰি পাহাৰৰ ঠিক পশ্চিম মূৰে য'ত হাজো গুৱাহাটী পথৰ সংযোগ, তাত আছিল এটা প্ৰকাণ্ড শিল। এই শিলটোৱে ব্ৰহ্মপুত্ৰৰ পানী ঠেকা খাই বাৰিষা কালত এটা ভয়াবহ ৰূপ ধাৰণ কৰে। গছৰ শিপাৰ সহায়ত বাঘ-বুলনি দি, মৰণত শৰণলৈ এই শিলটো পাৰ হলেহে গন্তব্য স্থান পোৱাৰ আশা। যদিহে কোনোবাকৈ ভৰি পিছলে তেনেহলে আৰু আশা। একেবাৰে ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতত জাহ যাব। আত্মবলৰ খুব প্ৰয়োজন, আত্মবল হেৰুৱাই ব্ৰহ্মপুত্ৰৰ এই দুৰ্গম পথছোৱাত প্ৰাণ হেৰুৱা মানুহৰ সংখ্যাও কম নাছিল। এনেদৰে এশ এবুৰি বিপদ-আপদ, আলৈ-অথানিৰ সন্মুখীন হৈও মেধিৰ ল'ৰাই প্ৰায় শনিবাৰেই চাউল-মাহ আৰু আৱশ্যকীয় বস্তু আনিবৰ বাবে বামদিয়ালৈ গৈছিল। ই হ'ল ১৮৯৭ চনৰ বৰ ভূইকঁপৰ আগৰ কথা।

মেধিয়ে আগচালিয়াৰ কাঠত বহি কিবাকিবি ভাবি থাকোঁতে বলোভদ্ৰই মাকক কলেগৈ, "বামদিয়াৰ মেধিৰ পুতেক আহিছে গুৱাহাটীৰপৰা। জল-পান এটাৰ যোগাৰ কৰা।" কথা শুনি বহেশ্বৰী আইতাই ওপৰাই মাতদি "গুৱাহাটীৰপৰা আহা চুৰা আপাটোক জলপান দেহ ক'ত? বাচনখেনি ধুবো কুনি? তেনেহলি বাটযোৰাত্তে দি, চুৱাখেনি হলি তই ধুবা লাগবো।"

জা-জলপানৰ যোগাৰ কৰোঁতে চকাপাতত বহিলেই। গাঁৱত তোলপাৰ লাগিল—"গুৱাহাটীৰপৰা এজন মানুহ আহিছে বুঢ়া সাধুইতৰ ঘৰলৈ।" দুই এক কৰি আহোঁতে আহোঁতে ভালেখিনি মানুহ বলো বাপুইতৰ ঘৰত উপস্থিত হ'ল। গাঁৱৰ পিনে প্ৰবাদ আছে, গুৱাহাটীৰপৰা অহা মানুহৰতো কথাই নাই সাতদিনলৈকে টোকনে ফোঁপায়। তদুপৰি মেধিৰ পুতেক হাইস্কুলীয়া ছাত্ৰ। পাঠশালাৰ মজিয়া গচকা ল'ৰা যি ঠাইত নায়েই, তালৈ হাইস্কুলত অধ্যয়ন কৰা ল'ৰা এজন যোৱাত নাভূত-নাশ্ৰুত কাণ্ড ঘটিছে। সেই কালত গুৱাহাটী নগৰ দেখাটো পৰম সৌভাগ্যৰ কথা আছিল অথচ হাজো, দখি আদি গাঁৱৰ দূৰত্ব গুৱাহাটীৰপৰা মাত্ৰ ১২।১৫ মাইল। গুৱাহাটীৰপৰা কোনোবা গলে দৰ্শনাৰ্থীৰ জুম বন্ধাটো অস্বাভাৱিক কথা নাছিল।

"এতিয়া জলপান খাবহে লাগে," বলোভদ্ৰৰ কথা শুনি মেধিৰ পুতেকে ক'লে—"কানি-কাপোৰ সলাই গা-ধুব লাগিব, গুৱাহাটীয়া চুৱা গাবে জা-জলপান খোৱা আমাৰ নিয়মত নাই।" গামোচা এখন পিন্ধি বাৰীৰ খালত

মেধিৰ পুতেকে পা-পা ধুই আহিলত ৰত্নেশ্বৰী আইতাই কলে—"এনেকৈ পা ধোৱা হলি মেধিৰ আপাক দেখোন ৰৰঘৰোৰ মজাতে বোকাচাল দিবা পাইছে। কাঁহীখান ভেডেলীকে ধোৱা দিলো হে।" ভেডেলী মানে ৰত্নেশ্বৰী আইতাৰ আল-পৈচান ধৰা অসহুতৰ ছোৱালী। জলপান খাই থাকোঁতে কথাৰ সিদ্ধান্ত কৰা হ'ল—বাতিটো ইয়াতে থাকি পুৱা কাবোবাৰপৰা নাও এখন খুজি লৈ বলোভদ্ৰ আৰু মেধিৰ পুতেক ৰামদিয়ালৈ যাব।

বাটঘৰৰ চাং এখন আছিল বলোভদ্ৰৰ শেতেলি। চাৰিটা বাঁহৰ খুটাৰ ওপৰত কঠাল কাঠৰ এখন তক্তাৰে তৈয়াৰী এখন চাং। বহলে তিনি হাতমান হ'ব কিজানি। তাতে শুবলৈ দিলে অতিথিক আৰু বলোভদ্ৰ শুলেগৈ ওচৰৰে খেৰৰ চাক।এটাত। কিন্তু ৰাতি কেইবাবাৰো দুৱাৰ খোলাৰ শব্দ বলো বাপুৰ কাণত পৰিল। বাটঘৰৰ দুৱাৰখনো চাঙৰ তক্তাখনৰ দেখিয়া অৰ্থাৎ তিনিহাত পুতলৰ তক্তাৰ এখন দুৱাৰ। দুৱাৰখন খোলা-মেলা কৰিলে ঘৰৰ মানুহৰতো কথাই নাই ওচৰ চুবুৰীয়াৰো কেৰকেৰ মেৰমেৰ শব্দত দোভাগ ৰাতি ঘুমতি ভাঙে। বাৰে বাৰে দুৱাৰ খোলাত বলোভদ্ৰ ওলাই আহিল ; দেখে, এইখিনি সময়ৰ ভিতৰতে বানপানীয়ে বাটঘৰৰ কাঠি তল কৰিছে আৰু মেধিৰ ল'ৰাই ভয়তে অস্থিৰ হৈ চাঙৰ ওপৰত ভৰি তুলি বহি আছে। বলোভদ্ৰক দেখিয়েই—"ডেকা বাপু, সৰ্বনাশ, কিবা এটা সোমাইছে, ভিতৰখন আন্ধাৰ, দেখা নাপায়, চাকিটো জ্বলাওক।" ৰাতি জোনাক আছিল যদিও বতৰ ডাৱৰীয়া। তেতিয়াতো জুইশলা নাছিল যে খোচ এটা মাৰি দিলেই পোহৰৰ মুখ দেখিব। তুঁহৰ জুহাল, তাতে সেমেকা বতৰ, তলে পানী ওপৰেও পানী, দুখনমান তামোল খাবৰ সময় ফুৱাওঁতে ফুৱাওঁতে জুই উঠিল। চাকিত জুই দি ভয়ে ভয়ে ছুয়ো বাটঘৰ সোমালত দেখে এটা প্ৰকাণ্ড ৰবালি মাছ মূৰ মুতিয়াই আছে। ইকবাৰ বেৰ। প্ৰতি বছৰে বেৰৰ তলভাগ বানপানীয়ে বুৰাই ৰখাত পঁচ ধৰিছিল, কিবা প্ৰকাৰে খুন্দা মৰাত বেৰ ভাঙি মাছে ভিতৰলৈ প্ৰৱেশ কৰিলে হয়, কিন্তু প্ৰস্থান পথ বিচাৰি নাপাই মূৰ মুতিয়াই আছে।

"ডেকা বাপু, মাছটো শত্ৰুৰদ্বাৰা আক্ৰান্ত হৈছিল। প্ৰাণ নাশৰ আশংকাত দৌৰোঁতে ঘৰ সোমালহি। ইয়াক নামাৰিব।" মেধিৰ পুতেকৰ কথাত প্ৰবল এডাল লগাই মাছটো পানীত এবাল দি থৈ ছুয়ো শুলেগৈ। পুৱা মাছটো বলোভদ্ৰই তুলি আনিলে। ইয়াকে দেখি ৰত্নেশ্বৰী আয়ে কলে—

“বাপৰে বাপ এটো মাছ খাবা নৰি, কিচাখান দেখোন কিবাই খাছি, কিজানি সাপে-চাপে খাছি, বিহ থাকিব পাৰে।” আইৰ কথাত মেধিৰ পুতেকে ক'লে, “ভেকা বাপু, পানীৰ মাছ পানীলৈ যাব দিয়ক। আমাৰ ঘৰত ই আশ্ৰয় প্ৰাৰ্থী। শৰণাগতক অন্যায় কৰিব নাপায়।” মেধিৰ কথাত বলোভদ্ৰই মাছটো পানীত এৰি দিলে। অতিথিক জানো সুদাই ভাত দিব পাৰি। কাৰৈ লাঙিখন গোহালি ঘৰৰ পাছফালে পাতি বাখি বাৰনি শালত জুই নিয়াৰ লগে লগে তুলি আনিলে। দহ গণ্ডামান কাৰৈ মাছ পালে।

বলোভদ্ৰ গ'ল নাও বিচাৰি। বাটঘৰৰ চাঙৰ পেৰাত পুৰণি আখৰৰ সাঁচিপতীয়া পুথি এখন আছিল। অনুমান ১৮শ শতিকাৰ লিখা ‘ভক্তি ৰত্নাকৰ।’ গা-পা ধুই জা-জলপান খাই উঠি ৰব মনোযোগেৰে মেধিৰ ল'ৰাই পুথিখন পঢ়ি আছে। তাকে দেখি ৰহেশ্বৰী আয়ে মাজু পুতেক বলোভদ্ৰক ক'লে—“দেখচাহ, মেধিৰ আপাই কি ঠগুৱা কৰি শাস্ত্ৰোখান পঢ়্‌ছি। সাধু-মহন্তৰ ছলি হৈ তন্থে হলি শাস্ত্ৰোপুথি একো নপঢ়। ভালোৰ ভাল সৰ্বতি কাল, বেয়াৰ বেয়া।”

গোটেই গাওঁখন চলাথ কৰিলে নাও বিচাৰি, কিন্তু নাও নাই। আহাৰত পকা আম পাই ঘ'তে ত'তে, শাওনত বানপানী হয় সকলোতে। সকলো কামতে, সকলো ক্ষেত্ৰতে নাও হ'ল একমাত্ৰ সম্বল। সকলোৰে আৱশ্যক। কোনে কাক দিয়ে। সিও এদিনৰ বাবে নহয়, ৰামদিয়ালৈ কীৰ্তন উপলক্ষে যাব যেতিয়া কম পক্ষেও ৩।৪ দিন। শাওনাইতৰ আম কাঠৰ নাওখন নাই, জাম কাঠৰ সক নাওখন আছে, অৱস্থা বাক নহয়। কিন্তু বলোবাপুৰ হাবিয়াস কোনোমতে যাব পাৰিলেই হয়। ৰামদিয়াৰ কীৰ্তন বুলিলে লধিসত্ৰৰ মহন্ত ঘৰত বহি থাকিব পাৰে জানো? তাতে আক যাত্ৰা-ভাওনা আছেই। আন আন বছৰত, পিতাক ৺কৃষ্ণৰায় বুঢ়াসাধুৰ লগত গৈছিল, বলোভদ্ৰ, এইবাৰ ৰামভদ্ৰ যোৱাত এই সুযোগকণৰপৰা বঞ্চিত হৈছিল; কিন্তু ভগৱন্তই দূতৰূপে মেধিৰ পুতেকক পঠাইছে। তেওঁক থোৱাৰ ছলেৰে যাত্ৰা-ভাওনা উপভোগ কৰিব পাৰিব, এই আনন্দত উত্ৰাৱল হৈ বলোভদ্ৰই নাও বিচাৰাত হীন-দেৰি কৰা নাই। হুপৰীয়া জাম কাঠৰ নাও লৈ বলোভদ্ৰ আগচোতালত হাজিৰ হলত টুলুঙা নাওখন দেখি ৰহেশ্বৰী আইতাই আপত্তিৰ সুৰত ক'লে—“ঔ, উৰে, আমৰ নাও, শাল-জামে বোলে যাওঁ খাওঁ।” ঔ, উৰে আক আমৰ নাও হুবিলেও পানীত ভাহে কিন্তু শাল আক জাম কাঠৰ

নাও ডুবিলেই তৎক্ষণাৎ তল পৰে। প্ৰথমৰ কেইবিধত মৃত্যু ভয় কম, দ্বিতীয় প্ৰকাৰৰ নাওত মৃত্যু ভয় বেছি। সেয়ে মাতৃহৃদয়ে ফকৰাৰে নাওৰ গুণাগুণ বৰ্ণনা কৰি বাধা প্ৰদানৰ ইঙ্গিত দিছে।

বেলি ভাটী দিলেই। যাত্ৰা আৰম্ভ হয় এখোন। ভঙা বঠা এপাট লৈ মূৰত গামোচাৰ পাগুৰি এটা মাৰি বলোভদ্ৰ হ'ল গুৰিয়াল আৰু দীঘল চৰিৰাবী এডাল লৈ মেধিৰ পুত্ৰেক বহিল আগত। গুৰু আৰু শিষ্য, দুই বাইচাৰ হাতত নাও তীব্ৰ গতিত চলিল, সন্মুখত জলাতক মহাসমুদ্ৰ। পূৰে কুলহাটী, দক্ষিণে শোৱালকুছি, উত্তৰে দধি-ৰবগাওঁ আৰু পশ্চিমে ৰামদিয়া। ছয় মাইল অথাই পানীৰ দুৰ্গম পথ। পৰ্বতে-পাহাৰে, সত্ৰই, মঠে মন্দিৰে মাজতে পঞ্চতীৰ্থ হাজো যেন মহাসাগৰৰ দ্বীপ।

হিদালগুৰি-দধি সত্ৰৰপৰা এমাইলমান পাইছেহে, মেধিৰ পুত্ৰেকে হঠাতে চিঞৰি উঠিল,—"পানী! পানী! সৰ্বনাশ বুৰিল, 'বুৰিলোঁ।" হাতৰ বঠা এৰি ভেৰা লাগি চাই থাকিল বলোবাপুই। মেধিৰ ল'ৰাই লৰি আহি নাওৰ বুকুত ভৰি এখনেৰে হেঁচা দি ধৰিলে। পানীৰ হো-হোৱনি বন্ধ হ'ল। নাওখন আছিল তলিফুটা। তাতে শাওনাকাই ফটা কাপোৰৰ সোপা এটা দি থৈছিল যদিও বহুদিনীয়া পুৰণি হোৱা বাবে উৰলি যাওঁ যাওঁ অৱস্থা প্ৰাপ্ত হৈছিল। আগটো ওলাওঁ নোলাওঁ কৰি আছিল এজোপা বগৰী গছ, গুৰিয়ালৰ অসাৱধানতাৰ গুণত নাও উঠিল বগৰী জোপোহাৰ ওপৰত, কাঁইটত লাগি ৰ'ল কাপোৰৰ সোপা, হো-হোৱাই পানী সোমাল নাওত। বলোভদ্ৰ কিং কৰ্তব্য বিমূঢ় হৈ বহি থাকোঁতে মেধিৰ ল'ৰা আহি ভৰিৰে বিন্ধাটোত হেঁচি ধৰিলে। আৰু অলপ পানী সোমালেই নাও বুৰেই, মাত্ৰ এক আঙুলমানহে বাৰা আছে। লৰচৰ কৰিলেই ধৰিব। পানী সিঁচিবলৈ নাই দোনা-চকুৰা নাইবা সিঁচনি। দুয়োজনৰে সলিল সমাধি হয় এতিয়া পানীখাইতী বিলৰ বুকুত। "ডেকা বাপু, মূৰৰ পাগুৰিটি খুলি গামোচাখন দিয়ক"—মেধিয়ে কলে; "নাই, নাই দিব নোৱাৰিম; মায়ে গালি পাৰিব কালিলে;" "নাফালো নহয়, দিয়কচোন।" বলোভদ্ৰই গামোচাখন দলিয়াই দিলত মেধিৰ ল'ৰাই গামোচাখন তিয়ালে আৰু নাওখন লৰচৰ নকৰাকৈয়ে বাহিৰত পানীখিনি চেপি পেলাই দিলে। এনেদৰে ঘনাই ঘনাই চেপি পেলোৱাত যেতিয়া নাওৰ বাৰা দুআঙুলমান ওলাল, তেতিয়া দুয়োজনে আঁজলি ভৰাই পানী সিঁচিবলৈ লাগিল। "নাওত যদি পানী আৰু ঘৰত

যদি ধন বাঢ়ে, দুই হাতেৰে আঁজলি ভৰাই সিঁচি দিয়া জ্ঞানী লোকৰ কাম" মেধিৰ ল'ৰাই বলোভদ্ৰক কলে।

দুয়ো এইবাৰলৈ ৰক্ষা পৰিল। নাও চলিল ৰামদিয়া অভিমুখে। কেকেৰীসাগৰ পাৰ হৈ নেতাই ধুবুনীৰ ঘাট পালে; আৰু এনেতে আন এটা বিপদ আহি উপস্থিত। বিষাশৰদে সাপ এটা নাওৰ পিনলৈ আহি আছে। মেধিৰ ল ৰাৰ চকু পৰিল আৰু চিঞৰি কলে, "ডেকা বাপু, সৌডাল কি দেখিছে? সাপ! জোৰে মাৰক, আহিলেই।" মেধিয়ে জোৰেৰে ভৰিয়েদি তেতিয়ালৈকে নাওৰ সেই বিন্ধাটো হেঁচি ধৰিয়ে আছিল। লৰচৰ কৰিলেই সোমাব পানী। এপাট বঠাৰে কি নাও আগুৱাব! অথাই পানীত পৰি সাপটোৱেও হাবাথুৰি খাই কৰবাত আশ্ৰয় পোৱাৰ আশাৰে উটি ফুৰিছিল; সেয়ে নাওখন দেখি উধাতু খাই লৰি আহিছে। সাপটো নাও পায়েই; মেধিৰ ল'ৰাই আচৰাজাল পেলোৱাৰ দৰে গামোচাখন সাপটোৰ মূৰত্তে ভৰি দিলে; সাপটো পানীত বুৰ মাৰিলত, তাৰ ওপৰেদি নাওখন পাৰ হৈ আহিল। কেইগজমান অহাৰ পাছত, সাপটোৱে গামোচাখন এৰাবৰ চেষ্টাৰে পানী তল-ওপৰ কাৰ যুঁজি থকা তেওঁলোকে দেখিবলৈ পালে। পানীৰ সোঁত থকা বাবে গামোচাখনে আনায়াসে হয়তো সাপটোৰ মূৰত লিপিট খাই ধৰিছিল, এৰাবৰ চেষ্টা কৰিও পৰা নাই।

"মেধি, মোৰ গামোচাখন হলে গ'ল, মায়ে কিন্তু মোক শুদাই নেৰে," —বলোবাপুৱে কলে।

হাজোৰ গণেশ মন্দিৰৰ চোতালত নাওখন চপাই নাওৰ বিন্ধাটোত ধান খেৰৰ সোপা এটা টান কৰি দি ৰামদিয়া অভিমুখে ঢাপলি মেলিলে। কলম্বছে আমেৰিকাৰ মাটি দেখি চিঞৰি উঠাৰ দৰে মেধিৰ পুতেকে কৈ উঠিল,— "ডেকা বাপু, সৌৱা ৰামদিয়া পালোঁহি দিয়া। পাম বুলি ভাবিবই নোৱাৰিছিলোঁ। এতিয়ালৈকে কি জানি পানী খাই পানীখাইতা বিলৰ বুকুত মৰি থাকিলোঁ হয়।" মেধিৰ কথাত ডেকা বাপুৱে কলে,—"মোৰতো হিতাহিত জ্ঞান লোপেই পাইছিল। তোমাৰ সাহস আৰু বুদ্ধিৰ গুণতহে এইবাৰলৈ ৰক্ষা পৰিলোঁ।" "বাপু, তুমি আৰু মই নিমিত্ত মাত্ৰ। সৰ্বশক্তিমান, নিৰাকাৰ, নিৰ্বিকাৰ, পৰমব্ৰহ্ম, ভগৱন্তৰ কৃপাতহে উদ্ধাৰ পালোঁ। দুজনা গুৰুৰ কৃপাই, তেৰাৰ ভকতক তেৰাৰ থানলৈ আনিলে।"

দধিমথন যাত্ৰাৰ আখৰা আৰম্ভ হৈছিল। খোলৰ চেও, নচিয়াৰ প্ৰসঙ্গৰ তাল আৰু চাপৰিৰ শব্দ তেওঁলোকৰ কাণত পৰিল। যোগমৰা আস্কাৰ, হৰিনামৰ ধ্বনিক লক্ষ্য কৰি ধাকুৱাপাৰাত তেওঁলোকৰ নাও চাপিলগৈ।

ৰামদিয়াৰ অতীত কাহিনী, বিশেষকৈ মেধি বংশৰ বিষয়ে চৰ্চা-আলোচনা আমাৰ ঘৰত প্ৰায়েই হৈছিল। মোৰ পিতা ৺যশোভদ্ৰ আৰু খুৰা ৺ৰামভদ্ৰ মহন্তই মেধিৰ পুতেক মানে কালিৰাম মেধি ডাঙৰীয়াৰ এই ভ্ৰমণ কাহিনীটো কোৱা আজিও মোৰ মনত পৰে।

# অসম সাহিত্য সভা আৰু মেধি ডাঙৰীয়া

## অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

বৰ্তমান অসমীয়া সাহিত্যৰ বৰ নামঘৰটোৰ ভাষাবিদ কালিৰাম মেধি ডাঙৰীয়া এটি তুলসীৰ বৰখুঁটা। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকলৰ মাজত তেখেতৰ আসন আগৰ শাৰীত। শঙ্কৰী ধৰ্ম-সংস্কৃতিৰ প্ৰতি, পুৰণি অসমীয়া সাহিত্যৰ প্ৰতি, ভাষা-বিজ্ঞানৰ প্ৰতি আছিল তেখেতৰ প্ৰবল অনুৰাগ আৰু আছিল সেই জোখৰ প্ৰশংসনীয় পাণ্ডিত্য। মানুহজনে কম কথা কৈছিল, বেছি কথা ভাবিছিল আৰু বেছি কাম কৰিছিল। ভৰা মুখখনেৰে মাণ্ডববৰণীয়া মানুহজন। ওখও নহয়, চাপৰো নহয়, গায়ে-গাৰিয়ে শকতো নহয়, লিটাও নহয়—থাউকতে নিয়মীয়া গঢ়ৰ এজন ব্যক্তিত্বসম্পন্ন লোক। দেখিলেই পুৰণি ডাঙৰীয়া চামৰ এজন লোক যেন ভাব হয়।

১৯৩১ চনৰ কথা। মেধি ডাঙৰীয়া তেতিয়া মঙলদৈৰ মহকুমাধিপতি। তেখেত মোৰ আত্মীয়। সেই সূত্ৰে মই তাৰ চৰকাৰী বিদ্যালয়ত শিক্ষকতা কৰিবলৈ গৈ অলপ দিন তেখেতৰ ঘৰত আলহী হৈ আছিলোঁ আৰু সেই কেই দিন পুৱাৰপৰা ৰাতিলৈকে মানুহজনক ওচৰৰপৰা নিৰীক্ষণ কৰিবলৈ সুযোগ পাইছিলোঁ। আহলবহল এটা মুকলি চোতাল—মাজতে এটা কাঠৰ চাংবঙলা সেয়ে মহকুমাধিপতি মেধিৰ বাসভৱন। তলত এটা মাথোন ডাঙৰ খোঁটালী—কাৰ্যালয় আৰু মেধি ডাঙৰীয়াৰ ব্যক্তিগত অধ্যয়ন-কক্ষ। তাতে ৰাতি এভো-খৰলৈ তেখেতে অধ্যয়ন আৰু লিখাপঢ়া কৰে—নিত্যনৈমিত্তিকভাবে। পুৱা চৰকাৰী কাম-কাজ কৰে। দহমান বজাত কাছাৰীলৈ যায়। তাৰ আগৰ এঘণ্টামান ভাত-খোৱা মেজত আৰু আবেলি চাহপানী খোৱা মেজত তেখেতক ঘৰুৱাভাবে লগ পোৱা যায়। মোৰ লগত বাহিৰা কথা বেছি নহয়, থকা-মেলাত মোৰ কিবা অসুবিধা হৈছে নেকি বুজ লয়, ইমানেই। মই তেতিয়া ল'ৰামতীয়া। আগশাৰীৰ ভদ্ৰলোকৰ শাৰীলৈ উঠিবৰ নোঁ-এখোন। সময়েৰে তেখেতৰ লগত জুখিমাখি কথা পাতোঁ। মই মেধি ডাঙৰীয়াৰ লগৰীয়া-সকলৰ ওচৰলৈ যোৱা নাছিলোঁ, যাবৰ প্ৰয়োজনো হোৱা নাছিল। সেইসকলৰ কথা আজি বিশেষ একো মনত নপৰে। মোৰ লগ আছিল বেলেগ, কৰ্ম-ক্ষেত্ৰও বেলেগ।

এই কথা মই ভেতিয়া উপলব্ধি কৰিছিলোঁ যে ব্যক্তি কেইযন্টামান সময় মেধি ডাঙৰীয়াই ধ্যানমগ্ন যোগীৰ দৰে অধ্যয়ন-কক্ষত অতিবাহিত কৰিছিল, যাইকৈ নানা ভাষা-সাহিত্যৰ বুৰঞ্জী, ব্যাকৰণ আৰু অভিধানৰ মাজত। আমি খাই-বৈ উঠি ভাতঘুমটিত পৰোঁ। কিমান ৰাতি তেখেতে অধ্যয়ন-কক্ষৰপৰা ওপৰলৈ উঠি আহিছিল, সেই কথা গম পোৱা নাছিলোঁ। এয়া আছিল তেখেতৰ বিখ্যাত তত্বগধুৰ ব্যাকৰণখনৰ প্ৰস্তুতিৰ কাল, সময় আহৰণৰ কাল।

এতিয়া আন কথা অৰ্থাৎ মেধি-প্ৰতিভাৰ অন্যান্য দিশ আনলৈ থৈ এই আলচৰ নিৰ্দিষ্ট বিষয়-বস্তুৰ কাষ চাপোঁ। তাৰ আগতে অলপ উজাই যাব লাগিব। এই কথা সৰ্বজন স্বীকৃত যে কলিকতাৰ অ.ভা.উ.সা. সভাখনেই আছিল অসম সাহিত্য সভাৰ পূৰ্ববৰ্তী ৰূপ। এই অ.ভা.উ.সা. সভাৰ জয়জয়-ময়ময় অৱস্থা আনিছিল কলিকতাত পঢ়িবলৈ যোৱা তেতিয়াৰ এমুঠি অসমীয়া ছাত্ৰৰে। সেই সকলৰ মাজত নিশ্চয় কালিৰাম মেধিও আছিল। কিন্তু সেয়ে হলেও সেই সভাৰ কৰ্ণধাৰ আৰু জোনাকীৰ ধনুৰ্ধৰসকলৰ মাজত এই ধান-পুৰীয়া কঠালটো পাতৰ আঁৰ হৈ আছিল কিয় ? ইয়াৰ সম্ভাব্য কাৰণ এয়ে হ'ব পাৰে যে 'পঢ়ে, পঢ়ুৱায় বোৱে পাণ, ই তিনি নিচিন্তে আন;'—এই নীতিকে হয়তো সাৰোগত কৰি লৈ তেতিয়া মেধিদেৱে একাণপতীয়া হৈ একমাত্ৰ পঢ়াশুনাতে মনপ্ৰাণ লাগিছিল আৰু সেইমতে সফলতাও লাভ কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে সেই সময়ত উচ্চশিক্ষিত অসমীয়াৰ সংখ্যা নিচেই তাকৰ আছিল। এম.এ. পাছ অসমীয়াৰ সংখ্যা এটা আঙুলিৰ পাৰতে শেষ হৈছিল।* তেতিয়া কলিকতাত পঢ়িবলৈ যোৱা অসমীয়া সাহিত্যানুৰাগী ছাত্ৰসকলৰ মাজত একমাত্ৰ জ্ঞানৰ্ষি ৰাধানাথ ফুকন আৰু ভাষাবিদ কালিৰাম মেধিয়েহে বি.এ.ৰ জপনা পাৰ হৈ এম.এ. মহলাৰ ওখ জ'পৰ জপনা পাৰ হবলৈ সমৰ্থ হৈছিল।

১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম হোৱাৰ আগে আগে উজনি আৰু নামনিৰ কথ্য ভাষাৰ শুদ্ধাশুদ্ধ লৈ এখন চুৰ্চুৰীয়া লতা-কটা যুদ্ধ হৈছিল—বিশেষকৈ 'বাঁহী' আৰু 'আসাম-বান্ধৱ'ৰ মাজত। দুয়োটা দলৰ লগতে মেধি ডাঙৰীয়াৰ অন্তৰঙ্গতা আছিল। কিন্তু কোনো ফালে বেছিকৈ হয়ভৰ দি তেখেত সক্ৰিয়ভাবে আনপক্ষৰ হৈ পৰা নাছিল। তেখেতে সদায়

---

* ১। ৰাধানাথ ফুকন—যোৰহাট ২। অন্নদাচৰণ ভট্টাচাৰ্য—গুৱাহাটী ৩। কালিৰাম মেধি—গুৱাহাটী ৪। যোগেন্দ্ৰনাথ বৰুৱা—গোলাঘাট

দুয়োকালৰ মাজত ভাৰসাম্য ৰক্ষা কৰি চলিছিল। সত্যনাথ বৰাৰ দৰে তেওঁ জঞ্জালৰপৰা আঁতৰত থাকি ভাল পাইছিল। ইও আছিল মেধিৰ চৰিত্ৰৰ এক বৈশিষ্ট্য।

ৰংপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত মেধি ডাঙৰীয়া উপস্থিত নাছিল। তাৰ পিছৰ বছৰ ১৯১৮ চনত গোৱালপাৰাত অনুষ্ঠিত দ্বিতীয় অধিবেশনৰপৰাহে অসম সাহিত্য সভাৰ লগত তেখেতৰ নিবিড় সম্পৰ্ক স্থাপন হয়। নামত নহলেও কামত মেধি ডাঙৰীয়া আৰু 'অঞ্জলি'ৰ কবি দুৰ্গেশ্বৰ শৰ্মা ডাঙৰীয়া এই অধিবেশনৰ পৰামৰ্শদাতা আৰু শুবিধবোঁতা-সকলৰ মাজত আছিল। তেতিয়া মেধি আছিল ভূমি-জৰীপ বিষয়া আৰু শৰ্মা আছিল মেছপাৰাৰ জমিদাৰৰ মেনেজাৰ। দুয়োজনৰে স্থানীয় লোক-সকলৰ লগত বন্ধুত্ব আৰু প্ৰতিপত্তি আছিল। সেই কাৰণে তেখেতসকলক পাই গোৱালপাৰা অভ্যৰ্থনা সমিতিৰ শক্তি বৃদ্ধি হৈছিল।

১৯১৯ চনৰ ডিচেম্বৰ মাহত বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনত মেধি ডাঙৰীয়া অসম সাহিত্য সভাৰ সভাপতিৰ সিংহপীৰাত বহে। এই অধিবেশনৰ বিতং বিৱৰণ 'অসম সাহিত্য সভাৰ ৰূপলেখা'ত পোৱা যাব। সেই সময়ত অসম এছোচিয়েচন আৰু অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশন একেখন ৰভাৰ তলতে আগাপিছাকৈ বহিছিল। সেই কাৰণে সমগ্ৰ অসমৰ নেতৃস্থানীয় সাহিত্যিকসকল আৰু ৰাজনীতিৰ নেতা-সকলো বৰপেটাত সমবেত হৈছিল। ইংৰাজী অভিভাষণৰ পূৰ্বপৰম্পৰা ভঙ্গ কৰি অসম এছোচিয়েচনৰ সভাপতিৰ ভাষণ দিছিল পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই অসমীয়া ভাষাৰে। শ্ৰীবিষ্ণুৰাম মেধি, দেশভক্ত তৰুণৰাম ফুকন, কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মা, সত্যনাথ বৰা, কামাখ্যাৰাম বৰুৱা, যোগেন্দ্ৰনাথ বৰুৱা, সুৰেশচন্দ্ৰ বেনাৰ্জী, ডালিম বৰা আৰু লোহিতচন্দ্ৰ নায়ক প্ৰমুখ্যে বিশিষ্ট জননায়কসকলে দুয়োখন সভাৰে কাৰ্যসূচীত ভাগ লৈছিল।

এই অধিবেশনৰ মুকলি সভাত ভাগৱতবাগীশ নাৰায়ণচন্দ্ৰ দেৱমিশ্ৰই এটা পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ পাঠ কৰিছিল আৰু আবুৰৰ মেৰঘৰৰপৰা সাহসেৰে ওলাই আহি সভাপতিৰ মঞ্চত উঠি কিশোৰী চন্দ্ৰপ্ৰভা দাসে ( পিছত বিখ্যাত মহিলা-নেত্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী ) ওজস্বিনী ভাষাৰে ভাষণ দিছিল। মেধি ডাঙৰীয়াৰ সভাপতিৰ ভাষণখন আছিল চিন্তাপ্ৰসূত উৰ্ধস্তৰৰ। অভিভাষণৰ আদিতে তেখেতে অধিবেশনৰ স্থান-মাহাত্ম্য প্ৰকাশ কৰিছে এনেদৰে :

"প্ৰায় ৬০০ বছৰ অতীত হ'ল, ভবানন্দ নামে এজন ধনী, মানী আৰু ক্ষমতাশালী সাউদে নিজৰ নাও আৰু চাকৰসকলক হালধীয়া নামে গাঁও এখনত থই হীন বেশে নাৱেৰে উজাই আহি এই সভামণ্ডপতে বা তাৰ নিচেই ওচৰতে তিনিখন ভটীয়াই অহা নাৱৰপৰা গোৱা সুললিত গীত শুনি মন্ত্রমুগ্ধ সাপৰ দৰে স্তব্ধ হৈ নাও বাধিছিল। নাৱৰীয়াসকলৰ ওচৰত গীতৰচক মহাপুৰুষৰ বাতৰি সুধিছিল, নাৱৰীয়াও নাৱৰ গুৰিত থিয় হৈ চুণপোৰা নামে বৃক্ষ আঙুলিৰে দেখুৱাই দি তাৰ গুৰিতে মহাপুৰুষ আছে বুলি কৈ দিছিল। সাউদে তেতিয়া নাও তিনিখনৰ পিছে পিছে গৈ বৰপেটা খিলাইত পৌঁছিলে। বেত-বাঁহৰ জঙ্গলাকীৰ্ণ ঠাইৰ মাজত চুণপোৰা ঘাটত নাও বান্ধিলে, হাবি কটোৱা কাৰ্য চাই থিয় হৈ থকা অৱস্থাতে মহাপুৰুষৰ সাক্ষাৎ লাভ কৰিলে, চৰণত পৰি সেৱা কৰিলে। তেওঁ ধন্য হ'ল। তেওঁৰ জীৱন সাৰ্থক হ'ল। এই দেশৰ লোকৰো মহাভাগ্য মিলিল। সাউদ ভবানন্দ শুচি ৰামদাস হ'ল। তেওঁ দেশৰ প্ৰধান প্ৰধান মানুহৰ পৰিচয় মহাপুৰুষক দিলে। এটি এটি কৰি দেশৰ কবি, সদাগৰ, গৃহস্থী আৰু ক্ষমতাশালী মানুহক মহাপুৰুষৰ আগত আনি উপস্থিত কৰিলে। তেওঁলোকে মহাপুৰুষৰপৰা নাম ধৰ্ম লৈ কৃতাৰ্থ হ'ল। বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ সূত্ৰপাত হ'ল। বিষ্ণুপ্ৰেমত দেশ মুগ্ধ হ'ল। হৰিভক্তি ৰসত লোক নিমগ্ন হ'ল। হৰিনামৰ অমিয়মাধুৰী বাঢ়িল। নৰ মাত্ৰে এক মহিয়সী শক্তিৰ প্ৰভাৱত নাচি উঠিল। সুসুপ্ত সমাজ মহাপুৰুষ শঙ্কৰ ধ্বনিত জাগি উঠিল। দেশৰ নদী, বিল, হাবি-জঙ্গলত হৰিধ্বনিৰ প্ৰতিধ্বনি হব ধৰিলে। গছৰ গুৰিত, নদীৰ বুকুত, সাউদৰ নাৱত, খেতিৰ মাজত হৰিৰনাম-কীৰ্ত্তন হবলৈ আৰম্ভ হ'ল। দেশখন এক অভিনৱ আনন্দত উৎফুল্ল হ'ল। দেশত নতুন জীৱনীশক্তি সঞ্চাৰিত হ'ল। নতুন প্ৰাণ আহিল। নতুন আশা, নতুন আদৰ্শৰ উদয় হ'ল, অজ্ঞান আন্ধাৰত পৰি থকা জনসাধাৰণে ৰিণিকি ৰিণিকি পোহৰ দেখা পালে। অসমীয়া সাহিত্যৰ নতুন যুগ পৰিল আৰু ভাষাত নতুন তেজৰ আবিৰ্ভাৱ হ'ল।" তেখেতে আকৌ লিখিছে :

"কেৱল নামধৰ্মই নহয়, অসমীয়া জাতীয় সাহিত্যও ইয়াতে বৰ্দ্ধিত আৰু পুষ্ট হৈছিল। এই ঠাইতে শঙ্কৰদেৱ, ভট্টদেৱ, মাধৱদেৱ আদি মহাপুৰুষ-সকলে অসমীয়া সাহিত্যৰ নতুন যুগৰ সূচনা কৰিছিল, ইয়াতে অসমীয়া গীতা-ভাগৱত ওলাইছিল, ইয়াতেই দশম, ৰত্নাৱলী আৰু ঘোষাৰ জন্ম হৈছিল আৰু ইয়াতেই অসমীয়া নাটৰ সৃষ্টি হৈছিল। ইয়াতেই উক্ত মহাত্মাসকলে

নিবক্ষৰ জনসাধাৰণৰ মাজত হিন্দুৰ অমূল্য শাস্ত্ৰাদিৰ অপূৰ্ব জ্ঞানৰ ভাণ্ডাৰ খুলি দিছিল, সৰ্বসাধাৰণক মাতৃভাষাত পুৰাণ-ভাৰত আদিৰ আস্বাদ লোৱাইছিল আৰু জাতিবৰ্ণ-নিৰ্বিশেষে হিন্দুৰ ধৰ্ম, দৰ্শন আৰু নীতিশিক্ষা দিছিল। মাধবদেৱৰদৰে ভাৰতৰ কোন সন্তানে সেই কালত মাতৃভাষাত চহা মানুহক দৰ্শন আৰু উপনিষদৰ উপদেশ শিক্ষা দিব পাৰিছিল ? ভাৰতৰ কোন পণ্ডিতে ভট্টদেৱৰ নিচিনা মাতৃভাষাত শুৱলা গদ্যত ভাগৱদ্গীতা জনসাধাৰণক শিক্ষা দিব পাৰিছিল ? নামঘোষাৰ নিচিনা কোনোবা গ্ৰন্থই সৰল, প্ৰাঞ্জল আৰু ঘৰুৱা কথাৰে সেই কালত কপিলৰ সাংখ্য, পাতঞ্জলৰ যোগ আৰু বেদব্যাসৰ বেদান্তৰ সাৰ শিক্ষা দিব পাৰিছিল নে ? হিন্দু দৰ্শনৰ আভাষ বিচৰা, ধৰ্মৰ উচ্চ লক্ষ্য বিচাৰা, নামঘোষা চোৱা। প্ৰাঞ্জল আৰু সাৰ্বজনীন পুৰণি অসমীয়া ভাষা জানিব খোজা, নামঘোষা পঢ়া। সেইদৰে ঈশ্বৰবাদ আৰু ষড়দৰ্শনৰ আস্বাদ লব খোজা, ভট্টদেৱৰ কথাগীতা পঢ়া। জ্ঞানী, কৰ্মী আৰু যোগী হব খোজা, কথাগীতা পঢ়া। আৰু বৈষ্ণৱ ধৰ্মৰ সাৰ বিচাৰা, শঙ্কৰদেৱৰ কীৰ্তন-দশম আৰু ভট্টদেৱৰ কথা-ভাগৱত পঢ়া। সংস্কৃত পঢ়িবৰ আৱশ্যক নাই, পণ্ডিত হব নালাগে, দূৰলৈ যাবৰ সকাম নাই, কোনো আয়াসৰ কথা নাই, দূৰৈৰ গঙ্গা হাতে পাবা, নিজৰ ভাষাৰ ধৰ্ম শিকিবা আৰু নিজ ভাষাৰ সাহিত্যৰ সোৱাদ বুজিবা, জটিল ভাষাকো মহাপুৰুষসকলে পানী যেন কোমল কৰি থৈ দিছে।” এইবোৰ কথাই মেধি ভাওৰীয়াৰ আমাৰ অমূল্য সম্পদ চৰিত্ৰ পুথিসমূহ আৰু প্ৰাচীন উত্তম গ্ৰন্থসমূহ অধ্যয়ন কৰাৰ উজ্জ্বল সাক্ষ্য বহন কৰা নাই জানো ? তেখেতৰ ভাষণৰ অন্যান্য অংশত য়ুৰোপীয় গ্ৰন্থ অধ্যয়নৰ চানেকীও জলজল পটপট হৈ আছে।

আজিকালি সকলো সাহিত্যত বস্তুবাদৰ নাম লোৱা হয় ; সৰ্বসাধাৰণৰ বাবে সাহিত্যৰ কথাও কোৱা হয়। আজিৰপৰা প্ৰায় তিনিকুৰি বছৰ আগতে মেধি ভাওৰীয়াই তেখেতৰ ভাষণত এই সম্পৰ্কে বিস্তৰ আলোচনা কৰিছিল। তেখেতে লিখিছিল :

“আমি আমাৰ কল্পনাতে বিভোৰ হৈ দৈনন্দিন জীৱনৰপৰা ক্ৰমশঃ আঁতৰি গৈছোঁ, অকৃত্ৰিম এৰি কৃত্ৰিমলৈ আগবাঢ়িছোঁ আৰু সত্য এৰি মিছাত প্ৰবৰ্ত্তিক ওলাইছোঁ। আমাৰ নাট আৰু উপন্যাসে অসমীয়া জীৱনক স্পৰ্শ কৰিব পৰা নাই। আমি ভালেই হক বেয়াই হক, ইংৰাজী আদৰ্শৰফালে অবিৰাম গতিত চলিছোঁ। আমাৰ দিগ্ভ্ৰম হৈছে। আমি আমাৰ সমাজ, আমাৰ কৃষি,

আমাৰ বাণিজ্য আৰু আমাৰ শিল্পক অৱহেলা কৰিছোঁ। মুঠতে কবলৈ গলে আমাৰ সমাজ আৰু আমাৰ সাহিত্য বিপৰীত দিশে চলিছে। আমাৰ সাহিত্যত আমাৰ সমাজৰ অভাৱ আকাঙ্খা আৰু লক্ষ্য প্ৰকাশ কৰিবলৈ পাহৰিছোঁ। তেনেস্থলত সাধাৰণৰ সহানুভূতি ক'ৰ পৰা হব পাৰে?" তেখেতে যথাৰ্থভাবে আকৌ লিখিছে :

"নানা কাৰণে আমাৰ সাহিত্যত এতিয়াও স্বাধীন চিন্তাৰ সোঁত চলা নাই। আমাৰ সমাজৰ গুণ-দোষ, অভাব-অভিযোগ, আশা-ভৰসাই এতিয়ালৈ আমাৰ সাহিত্যত সম্পূৰ্ণ স্থান পোৱা নাই। এনে অৱস্থাত স্বাধীন চিন্তাৰ বিকাশ বা আত্মকেন্দ্ৰতাৰ চল ওলাব নোৱাৰে। স্বাধীন চিন্তাৰ অভাৱত আমাৰ সাহিত্য এতিয়াও শৈশৱ অৱস্থাতে আছে। যদি আমাৰ সাহিত্যিকদলে অসমীয়া সমাজৰ দুখ, অভাৱ আৰু আশাৰ কথা নাট, উপন্যাস আদিত অবিকৃতভাবে অঙ্কিত কৰি দেখুৱাবলৈ সমৰ্থ হয়, যদি তেওঁলোকে আমাৰ গাঁৱলীয়া জীৱন, কৃষক জীৱন আৰু দৰিদ্ৰ জীৱনৰ চিত্ৰ ফটফটীয়াকৈ দেখুৱাব পাৰে তেনেহলে স্বাধীন চিন্তা আৰু আত্মকেন্দ্ৰতাৰ বাট মুকলি হব, সমাজ আৰু সাহিত্য উভয়ে উন্নতিৰ পথ ধৰিব। সেইখিনি নহয় মানে স্বাধীন চিন্তাৰ সোঁত নবয়, স্বাৱলম্বন আৰু আত্ম-মৰ্যদাৰ ভাব মনত নেখেলায় আৰু সমাজৰ ভিন ভিন অঙ্গ স্বদেশ-প্ৰেমত স্পন্দিত নহয়। আমাৰ সাহিত্য বাস্তৱ জীৱনৰ আদৰ্শ ৰাখি উধাব লাগিব, সমাজৰ অভাৱ, দুখ আৰু কুসংস্কাৰ নিবাৰণৰ নিমিত্তে লক্ষ্য থাকিব লাগিব। নিম্ন স্তৰৰ লোকক আমাৰ সুখ দুখৰ কথা কব লাগিব, তেওঁলোকৰো শুনিব লাগিব। তেওঁলোকৰপৰা আঁতৰ হৈ আমি কোনোমতে উন্নতিৰ পথত আগুৱাই যাব নোৱাৰোঁ।"

তেখেতে আৰু লিখিছে :

"বৰ্তমান বহুত গ্ৰন্থ লক্ষ্যহীন বুলিব পাৰি। লক্ষ্য থাকিলেও সি বৰ্তমানত আমাৰ সমাজৰ পক্ষে 'ভাল ভাল ঘোঁৰাই নাপায় ঘাঁহ বটুৱা ঘোঁৰাই খোজে মাহ'—কথাৰ নিচিনা। কথাটো অলপ বহলাই কওঁ। বৰ্তমানত নাটকেই আমাৰ মাজত বেছি প্ৰচাৰ হব ধৰিছে; নাট ন'পঢ়িলেও সাধাৰণে তাৰ অভিনয় দেখে। সিবিলাক কি উদ্দেশ্যে লিখা হয় ঠিক ধৰিব নোৱাৰি। হৰিশ্চন্দ্ৰ, পাৰ্থপৰাজয়, মেঘনাথ বধ আদি নাট লৈ আৰু কিমান দিন থাকিম? হৰিশ্চন্দ্ৰ এজন চক্ৰবৰ্ত্তী ৰজা আছিল আৰু তেওঁ পৃথিৱী দান কৰিছিল আৰু সত্য পালন কৰিছিল। আমি খাবলৈ ভাত নাপাওঁ। আমাক এনে দানৰ

আদৰ্শ কিয় ? আমি বাহিৰত সভ্যৰ আদৰ কৰোঁ আৰু ভিতৰত মিছাত প্ৰবৰ্ত্তো। আমাক ইমান মহৎ আদৰ্শ নেলাগে। আমি বংশ-পৰিয়ালক বিপদৰ কালতো কিবি নাচাওঁ, ম্ৰজাতিক হিংসা কৰোঁ। আমাক ইমান উচ্চ আদৰ্শ কিয় ? সেইদৰে আমি জাহাজৰ খালাচীৰ দাবীত কোঁচ খাওঁ। ৰেলৰ গাৰ্ডৰ দাবী নীৰৱে সহ্য কৰোঁ। আমাক মেঘনাথৰ বীৰত্বৰ আদৰ্শ কেলৈ ? বৰঞ্চ আমাক ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়ত সাহসী কৰক। শুদা পেটেৰে ভীমৰদৰে বলী নকৰি, স্বাভাৱিক নিয়মে বলী আৰু স্বাস্থ্যবান কৰক। আমাৰ বহুত উপকাৰ হব যি সৰ্বসাধাৰণৰ নীতি, স্বাস্থ্য আৰু বলৰ সহায়ক আৰু পৰিপোষক, তেনে ভাবৰ চিত্ৰ আদৰ্শৰূপে ধৰক। বিশ্ব মানৱৰ ভাণ্ডাৰৰপৰা, প্ৰকৃতিদেৱীৰ ভাণ্ডাৰৰপৰা, জগতৰ ভাণ্ডাৰৰপৰা সৎভাব, সৎ আদৰ্শ আৰু সৎ উপদেশ আনি নিজৰ দেশত, নিজৰ সমাজত আৰু নিজৰ পৰিয়ালত প্ৰচাৰ কৰক।”

মেধি ডাঙৰীয়াৰ এইবোৰ কথা নিশ্চয় তাৎপৰ্যপূৰ্ণ আৰু আজিও বিশেষ ভাবে টলকি চাবলগীয়া। এতিয়া অৱশ্যে সমাজৰ সোঁত সলনি হৈছে। তাৰ লগে লগে মানুহৰ চিন্তাধাৰাও বিভিন্নমুখী হৈছে। আজিকালি সামাজিক নাট, উপন্যাস আৰু চুটি গল্পৰ প্ৰতিহে মানুহৰ অনুৰাগ বাঢ়িছে। কিন্তু এইবোৰত অসমীয়া মানুহৰ প্ৰকৃত জীৱনৰ প্ৰতিফলন হৈছে নে ? সাময়িকভাবে সাময়িক তৃপ্তিদান কৰিব পাৰিলেও এইবোৰে ব্যক্তি আৰু জাতিৰ নৈতিক মানদণ্ড ওপৰলৈ তুলিছে নে, তললৈ নমাইছে ইও এটা প্ৰশ্ন।

মুঠতে মেধি ডাঙৰীয়াৰ এই সুদূৰ প্ৰসাৰী ভাষণখনি আমাৰ সাহিত্যৰ এখনি মূল্যবান সম্পদ।

সভাৰ তেতিয়াৰ নিয়মাৱলীমতে বছেৰেকীয়া পূজা খোৱা বিগ্ৰহৰ দৰে অধিবেশন অন্ত পৰাৰ লগে লগে সভাপতিকো বিসৰ্জন দিয়া হৈছিল বুলি কব পাৰি। দৰাচলতে সেই সময়ত সভাপতিয়ে আসন এৰাৰ লগে লগে প্ৰধান সম্পাদকজনেই হয় সভাৰ ঘাই কাৰ্যনিৰ্বাহক বিষয়া। বাগ্মীবৰ নীলমণি ফুকনৰ দিনৰপৰা অৱশ্যে এই নিয়ম সলনি হয়। এই কথা মনত ৰাখিব লাগিব যে মেধি ডাঙৰীয়া যি সময়ত সভাপতি হৈছিল, সেই সময়ছোৱা আছিল অসম সাহিত্য সভাৰ পানীকেচুৱা কাল। থৰকবৰক কৰি থিয়দণ্ডা দিয়া সাহিত্য সভাখনক সম্পাদকে বছৰ দিন তুলিতালি লওতে সভাপতি-জনৰ ব্যক্তিত্বত বাইজে বিশেষ গুৰুত্ব আৰোপ কৰিছিল। মেধি ডাঙৰীয়াৰ

পাণ্ডিত্য আৰু ব্যক্তিত্বই নিঃসন্দেহে অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাৰ বাটত বহুখিনি আগবঢ়াই নিবলৈ সমৰ্থ হৈছিল। আনুষ্ঠানিকভাবে পাছত একো কামৰ লেঠাপিঠা নাথাকিলেও তেখেতে যে তাৰ পিছত সাহিত্য সভাৰ লগত সংস্ৰৱ ত্যাগ কৰিছিল এনে কথা ভাবিবৰ থল নাই। সাহিত্য-কৰ্মকৰ্তা-সকল, যাইকৈ প্ৰতিষ্ঠাতা-সম্পাদক শৰৎচন্দ্ৰ গোস্বামীৰ লগত তেখেতে সততে যোগাযোগ ৰাখি চলিছিল আৰু আৱশ্যকমতে সজ দিহা-পৰামৰ্শ দিছিল।

১৯৩৩ চনত অসম সাহিত্য সভাৰ প্ৰথম উত্তৰলক্ষীমপুৰ অধিবেশনৰ পিছৰ বছৰৰ বাবে কোনো ঠাইৰপৰা নিমন্ত্ৰণৰ শৰাই অহা নাছিল। পিছে সভাৰ লেনচকুৱা প্ৰধান সম্পাদক চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নই দেখিলে যে তেতিয়ালৈকে মঙলদৈ এই বিষয়ত নিৰ্বিকাৰ হৈ আছে। কালিৰাম মেধি ডাঙৰীয়া তেতিয়া মঙলদৈৰ মহকুমাধিপতি। সম্পাদক সাহিত্যৰত্নই মেধি ডাঙৰীয়াৰ যোগে মঙলদৈলৈ হাকুটি জোৰালে। মেধি ডাঙৰীয়াই নিজে আঁৰত থাকি প্ৰবীণ স্থানীয় সাহিত্যিক শ্ৰীতপেশ্বৰ শৰ্মা ডাঙৰীয়াৰ সহায়েৰে মঙলদৈৰ গা তুলি দিলে। অচিৰতে শ্ৰীতপেশ্বৰ শৰ্মাদেৱক সভাপতি আৰু শ্ৰীৰামেশ্বৰ শৰ্মা, ফকৰুদ্দিন আহমেদ আৰু শ্ৰীগুণাৰাম নাথেৰে তিনিজনীয়া সম্পাদক লৈ আদৰণী সভা গঠন কৰা হ'ল। মেধি ডাঙৰীয়াই নিজে কোনো বিষয়বাব লোৱা নাছিল। কিন্তু সকলো আঙুলিয়ে খায়, বুঢ়াই হেচুকিলেহে যায়। এই বুঢ়াজন হৈ তেখেতে সেই মঙলদৈ অধিবেশন কাম নিয়াৰিকৈ সম্পন্ন কৰালে। এই দৰে অসম সাহিত্য সভাৰ অধিবেশনত তিনিবাৰ মেধি মেধি ডাঙৰীয়াক লগ পোৱা যায়। এবাৰ প্ৰত্যক্ষভাবে বৰপেটাত আৰু দুবাৰ পৰোক্ষভাৱে গোৱালপাৰা আৰু মঙলদৈত।

ইয়াৰ উপৰিও মেধি ডাঙৰীয়াই অসম সাহিত্য সভাৰ বাবে এটি মূল্যৱান সম্পদ প্ৰায় অকলশৰীয়া প্ৰচেষ্টাৰে আৰ্জি থৈ গৈছে। সেইটি হৈছে গুৱাহাটী ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত সংৰক্ষিত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ আৱক্ষ মূৰ্তি। এই সম্পৰ্কে 'ৰূপলেখা'ত বিৱৰি কোৱা হৈছে।

শেষ বয়সত মেধি ডাঙৰীয়াই তেখেতৰ মূল্যৱান গ্ৰন্থকেইখন প্ৰণয়ন আৰু প্ৰকাশৰ বাবে আজৰি সময়খিনি কামত লগাইছিল। তাৰ মাজতে সুকণ্ঠা উলিয়াই তেখেতে 'কামৰূপ সাহিত্য সমাজ' নাম দি এখন জিলাভিত্তিক সাহিত্যানুষ্ঠান গঠন কৰিবলৈ কুকংকাৰাং কৰি আঁচনি তৰি লৈছিল। কিন্তু শৰৎচন্দ্ৰ গোস্বামীয়ে হিতে বিপৰীত হৈ বিভেদৰ কাট মেলাৰ পাৰে বুলি

মেধিৰ পৰিকল্পনাত সঁহাৰি জনাবলৈ ভাল নাপালে। মেধিয়েও গোঁসাইৰ পৰামৰ্শত হয়তব দি সিমানতে কামৰূপ সাহিত্য সমাজৰ প্ৰাথমিক প্ৰচেষ্টাত হাত ধুই দিলে। সম্ভৱতঃ সেই 'কামৰূপ সাহিত্য সমাজ'ৰ পৰিকল্পনা বৰ্তমান 'কামৰূপ সাহিত্য পৰিষদ'ৰ অনুৰূপ আছিল। এইটো ঠিক যে তেতিয়াৰ অসম সাহিত্য সভাৰ জঠৰতালৈ লক্ষ্য কৰিহে মেধি ডাঙৰীয়াই এই অনুষ্ঠান গটি লব খুজিছিল।

এই কথা স্বীকাৰ কৰিব লাগিব যে মেধি ডাঙৰীয়া অসম সাহিত্য সভাৰ কেৱল যে এজন প্ৰাক্তন সভাপতিয়ে আছিল এনে নহয়, তেখেত আছিল অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠানখনিৰ অন্যতম হিতৈষী ব্যক্তি। ধৰ্মত কালিৰাম মেধি শঙ্কৰপন্থী, হেমচন্দ্ৰ গোস্বামী দামোদৰপন্থী আৰু শৰৎচন্দ্ৰ গোস্বামী চৈতন্যপন্থী হ'লেও কৰ্মত তিনিও পৰাকীয়ে আছিল নিৰহনিপানী অসমপন্থী। দুই গোঁসাই আৰু এক মেধি লগ লাগি হৈছিল অসম সাহিত্য সভাৰ ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ—তিনিয়েই এক, একেই তিনি।

# বিভিন্ন অনুষ্ঠানত মেধি ডাঙৰীয়া

শ্ৰীমুৰাৰিচৰণ দাস

স্বৰ্গীয় কালিৰাম মেধিদেৱ প্ৰকৃত পণ্ডিতৰ নিচিনা এজন ধীৰ, স্থিৰ, গহীন, গম্ভীৰ পুৰুষ আছিল। ছাত্ৰ হিচাপে তেখেত এজন মেধাৱী ছাত্ৰ আছিল আৰু ছাত্ৰ কালছোৱাত খেলা-ধূলা, সভা-সমিতি আদিত যোগদান নকৰি কেৱল অধ্যয়নতে ব্ৰতী আছিল। সেয়েহে ছাত্ৰ অৱস্থাত তেখেতে কোনো সভা-সমিতি আৰু অন্যান্য অনুষ্ঠানৰ লগত বিশেষভাৱে জড়িত আছিল বুলি জনা নাযায়। ১৮৯৭ খ্ৰীঃত মেধি ডাঙৰীয়াই গুৱাহাটীৰ বৰ্তমান কলেজিয়েট উচ্চ বিদ্যালয়ৰপৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ এফ. এ. পঢ়িবলৈ কলিকতালৈ যায়। তেতিয়া অৱশ্যে কলিকতাত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' আছিল। মেধি ডাঙৰীয়া যদিওবা এই সভাৰ এজন সদস্য আছিল তথাপিও তাত তেখেতে সক্ৰিয় ভাগ লোৱা নাছিল, তাৰ কাৰণ মেধি ডাঙ-ৰীয়াৰ মুখ্য উদ্দেশ্য আছিল ভালদৰে পঢ়াশুনা কৰি সুখ্যাতিৰে পৰীক্ষাত উত্তীৰ্ণ হোৱাটোহে। ১৯০৩ খ্ৰীষ্টাব্দত মেধি ডাঙৰীয়াই পদাৰ্থবিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লৈ ঘৰলৈ উভতি আহে আৰু ১৯০৪ খ্ৰীষ্টাব্দত চব-ডেপুটী কলেক্টৰৰ পদত নিযুক্ত হয়। ইয়াৰ পাছৰপৰাই তেখেতে সাহিত্য চৰ্চাত ব্ৰতী হয়। বিশেষ মন কৰিবলগীয়া যে চাকৰিৰ কাল ডোখৰত তেখেতে যি ঠাইত আছিল সেই ঠাইতে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ শাখা অথবা অসমীয়া ভাষা চৰ্চাৰ কাৰণে সভা-সমিতি পাতিছিল। এনেধৰণৰ সভা-সমিতি নগাওঁ আৰু গোৱালপাৰাত পাতিছিল বুলি তেখেতে কথা-প্ৰসঙ্গত আমাক কৈছিল। তেখেতৰ লগত বাসকৰা শ্ৰীকল্পনাৰায়ণ মজুমদাৰৰপৰা জানিব পাৰিছোঁ যে ১৯১৭ খ্ৰীষ্টাব্দত তেনেতে এনেধৰণৰ এখন অনুষ্ঠান গোৱালপাৰাত গঠন কৰিছিল। তেতিয়াৰ বঙালীপ্ৰধান গোৱালপাৰাত অসমীয়া ভাষা চৰ্চাৰ কাৰণে এখন অনুষ্ঠান গঠন কৰা সহজ কথা নাছিল; কিন্তু মেধি ডাঙৰীয়াৰ অসাধাৰণ ব্যক্তিত্বৰ কাৰণে সেইটো সম্ভৱপৰ হৈছিল। চাকৰিৰ আগডোখৰত তেখেত গোৱালপাৰা আৰু গাৰো পাহাৰত থাকিব লগীয়া হৈছিল। সেই সময়তে তেখেতে তুৰাৰপৰা ১৯১৩ খ্ৰীষ্টাব্দত হেম-সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' সম্পাদনা কৰি প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল।

এই পুথিখনৰ পাতনিটোৰে তেখেতৰ প্ৰাচীন কামৰূপৰ বুৰঞ্জীৰ বিষয়ে গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। উল্লেখযোগ্য যে পাৰো ভাষাত ব্যুৎপত্তি লাভ কৰাৰ কাৰণে অসম চৰকাৰে তেখেতক এটি পুৰস্কাৰ দিছিল। সেই সময়ত 'আসাম বান্ধৱ' নামে এখন অসমীয়া আলোচনী ওলায়। এই আলোচনী খনিৰ গুৰি ধৰোতাসকল আছিল কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, ড° হৰেকৃষ্ণ দাস আৰু গঙ্গাৰাম চৌধুৰী। পণ্ডিত তাৰানাথ চক্ৰৱৰ্তী আছিল ইয়াৰ সম্পাদক। যোৰহাটত সাহিত্য সভা আৰম্ভ হোৱাৰ ছমাহমান আগতে ১৯১৪ খ্ৰীষ্টাব্দত গুৱাহাটীত এখন সভাত কেইগৰাকীমান সাহিত্যিকে 'সদৌ অসম সাহিত্য সম্মিলন' এখন গঠন কৰাৰ কথা গভীৰ ভাৱে চিন্তা কৰিছিল। তাত উপস্থিত আছিল কালিৰাম মেধি, গৌৰীকান্ত তালুকদাৰ আৰু কেইগৰাকীমান অসমীয়া সাহিত্যিক।

আসাম বান্ধৱ, আসাম বন্ধু, আলোচনী, চেতনা আদি আলোচনীত বিভিন্ন বিষয়ৰ গাম্ভীৰ্যপূৰ্ণ আৰু তত্ত্বমূলক ভালেমান প্ৰবন্ধ লিখি মেধি ডাঙৰীয়াই সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছিল। তাৰ ফলত তেখেত ১৯১৯ চনত অসম সাহিত্য সভাৰ তৃতীয় ( বৰপেটাৰ ) অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। তেতিয়া তেখেতৰ বয়স ৪০/৪১ বছৰ মাথোন আছিল। ইমান কম বয়সতে অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাটো সচাঁকৈয়ে গৌৰৱৰ কথা। এই অধিবেশনখন নখাস্দা নদীৰ পাৰত হৈছিল। সেই একে ঠাইতে আনুমানিক ১৯৩৬-৩৭ খ্ৰীষ্টাব্দত বৰপেটা অঞ্চলৰ ৰাইজে মহাত্মা গান্ধীক সমাৰোহেৰে অভ্যৰ্থনা জনাইছিল। অসম সাহিত্য সভাৰ বৰপেটা অধিবেশনৰ সময়ত মই প্ৰাইমাৰী স্কুলৰ ছাত্ৰ আছিলোঁ যদিও ঘৰৰ ওচৰত হোৱাৰ কাৰণে সেই অধিবেশনৰ বিষয়ে কিছু কথা মনত আছে। উল্লেখযোগ্য যে একেখন মণ্ডপতে 'আসাম এছোচিয়েচন'ৰ বৈঠকো লগে লগে বহিছিল। অৱশ্যে এই কথাটো পাছতহে বুজিব পাৰিছিলোঁ। মূল সভাৰ দিনা বৰপেটাৰ ৰাইজে খোল-তাল বজাই নামকীৰ্তন গাই শোভাযাত্ৰা কৰি মেধি ডাঙৰীয়াক শহৰেকৰ ঘৰৰপৰা ( দক্ষিণহাটীৰ কীৰ্তন ঘৰৰ বলোৰাম উকিল ) সসন্মানে সভা মণ্ডপলৈ আগবঢ়াই অনা কথাটো মোৰ স্পষ্টকৈ মনত আছে। সভা মণ্ডপত আছিল— তৰুণৰাম ফুকন, দুৰ্গাধৰ বৰকটকী, পদ্মনাথ গোহাঁঞি বৰুৱা, চন্দ্ৰনাথ শৰ্মা, কমলাকান্ত ভট্টাচাৰ্য আৰু চন্দ্ৰপ্ৰভা শইকীয়ানী ( তেতিয়া চন্দ্ৰপ্ৰভা দাস )। এওঁলোকৰ ভিতৰত তৰুণৰাম ফুকন, দুৰ্গাধৰ বৰকটকী আৰু

পদ্মনাথ গোহাঞি বৰুৱাই চাহাৰী পোছাক পিন্ধিছিল। এই অধিবেশন কাৰ-কালি হৈছিল কাৰণে মুকনে পধুলি বাগৰ ছাত্ৰৰ নিচিনা এটি ওভাৰ কোট পিন্ধিছিল। সেই অধিবেশনত মেধি ডাঙৰীয়াই সভাপতিৰ আসনৰপৰা কৈছিল,—"আপোনালোকে শুনিছে এই সভা মণ্ডপৰ চাৰিওকালে বাবাদি, গণককুছি, সুন্দৰী, পাটবাউসী, ব্যাসকুছি, ভবানীপুৰ, বৰনগৰ, জিঞানগৰ, হালধীয়া, শিলা আদি ঐতিহাসিক আৰু পৱিত্ৰ ঠাইবোৰে কেনেকৈ এক সময়ত পৱিত্ৰাত্ম মহাপুৰুষসকলৰ পৱিত্ৰ হৰিধ্বনিত এক স্বৰ্গীয় গৰিমা লাভ কৰিছিল। শংকৰদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি মহাপুৰুষসকলৰ লীলাভূমি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ স্থানত আহি আজি আমি লগ লাগিছো। এই পৱিত্ৰ ঠাইৰ পৰাই বৈষ্ণৱ প্ৰেমৰ অমৃতধাৰা অসম আৰু বঙালভেদি গৈছিল। কেৱল ধৰ্ম নহয়, অসমীয়া জাতীয় সাহিত্যও ইয়াতে বৰ্ধিত আৰু পুষ্ট হৈছিল। এই ঠাইতে শংকৰদেৱ, ভট্টদেৱ, মাধৱদেৱ আদি মহাপুৰুষসকলে অসমীয়া সাহিত্যৰ নতুন যুগৰ সূচনা কৰিছিল। ইয়াতে অসমীয়া গীতা-ভাগৱত ওলাইছিল, ইয়াতেই নাটৰ সৃষ্টি হৈছিল।" তেখেতে শেষত দুঃখ কৰি লিখিছে, "যি ঠাইৰ পৰা শংকৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ আৰু ভট্টদেৱে বৈষ্ণৱ ধৰ্মৰ অমৃত-নদী বোৱাইছিল, যি ঠাইত অসমীয়া কবিসকলে অসমীয়া সাহিত্যৰ মৌচাক বান্ধি-ছিল · য'ত অসমৰ চাণক্য ডাকে শুক্ৰনীতিৰ নিচিনা ৰাজনীতি, বাণিজ্যনীতি, স্বাস্থ্যনীতি, ধৰ্মনীতি, কৃষিনীতি, সমাজনীতি ইত্যাদি কাব্য বিদ্যাৰ সহজ চুটি কথাত সৰ্বসাধাৰণক শিক্ষা দিছিল, সেই ঠাইৰ সন্তানসকলে আজি বাগ-দেৱীৰ পৱিত্ৰ মন্দিৰত আৰতিৰ সময়তো ভূমুকি নেমাৰে তাত আজি জাতীয় নাট, জাতীয় সঙ্গীত আৰু জাতীয় আদৰ্শৰ ঠাই বঙ্গালী নাট, বঙ্গালী গীত আৰু বঙ্গালী আদৰ্শই অধিকাৰ কৰিছে।" মেধি ডাঙৰীয়াৰ মন্তব্য নিৰ্ভুল আছিল কিয়নো, প্ৰায় ১৯২৯-৩০ খ্ৰীষ্টাব্দতে এই অঞ্চলত বঙালী নাট, বঙালী গীত আৰু বঙালী আদৰ্শ পূৰ্ণমাত্ৰাই চলিছিল। আজিকালি ইয়াত অসমীয়া ভাষাৰ চৰ্চা হৈছে যদিও দুই চাৰি জনৰ বাহিৰে নাম কৰা অসমীয়া সাহিত্যিক এই অঞ্চলৰপৰা ওলোৱা নাই। আশা ৰাখিছোঁ, মেধি ডাঙৰীয়াৰ উক্ত মন্তব্যই বৰপেটা অঞ্চলৰ অসমীয়া সাহিত্যিকসকলৰ মাজত উদগনি যোগাব। এই খিনিতে উল্লেখ কৰা উচিত হব যে উক্ত বৰপেটা সাহিত্য সভাৰ অধিবেশনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'জয়দ্ৰথ বধ' ( অসমীয়া ) নাটক অভিনয় কৰা হৈছিল। লগতে আৰু এটি কথা উল্লেখ কৰিব পাৰিযে উক্ত অধিবেশনৰ বহু

বছৰ আগৰপৰাই বৰপেটা কীৰ্ত্তন ঘৰৰ চোতালত দৌল, বহাগ আৰু মাঘৰ দোমাহী উৎসৱত অসমীয়া ভাষাৰে 'যাত্ৰা' চলি আহিছে। মেধি ডাঙৰীয়াই এই কথাটো অৱশ্যে উল্লেখ নকৰিলে।

১৯৩৫ খ্ৰীষ্টাব্দত মেধি ডাঙৰীয়াই চৰকাৰী কামৰপৰা অৱসৰ লয়। ইয়াৰ পাছৰপৰা তেখেতে বেচৰকাৰী অনুষ্ঠানত যোগদান কৰিবলৈ আহৰি পাইছিল। সেই সময়ত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি, বুৰঞ্জী, পুৰাতত্ত্ব আদিৰ গৱেষণামূলক বেচৰকাৰী অনুষ্ঠান কামৰূপ অনুসন্ধান সমিতিৰ কাম পূৰ্ণোদ্যমে চলিছিল। এই সমিতিৰ অবৈতনিক নিস্বাৰ্থী কৰ্মী কেই গৰাকী-মানৰ চেষ্টাত তাত এটি সৰু সংগ্ৰহালয় গঢ়ি উঠিছিল। উক্ত সমিতিৰ মুখপত্ৰ ইংৰাজী আলোচনী 'The Journal of the Assam Research Society'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যা ১৯৩৩ চনত প্ৰকাশ পায়। এই আলোচনীৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল বুৰঞ্জীবিদ্ ৰায়বাহাদুৰ কনকলাল বৰুৱা। ১৯৩৭ খ্ৰীঃত মেধি ডাঙৰীয়া এই সমিতিৰ সদস্য হিচাবে নিৰ্বাচিত হয়। ১৯৪৩ খ্ৰীষ্টাব্দত তেখেত সমিতিৰ আলোচনীৰ এজন সম্পাদক আৰু সেই বছৰতে সমিতিৰ কোষাধ্যক্ষ নিৰ্বাচিত হয়। সমিতিৰ আলোচনীৰ তেখেতৰ কেবাটিও গধুৰ আৰু গৱেষণাপূৰ্ণ প্ৰবন্ধ প্ৰকাশিত হৈছিল। সেই-বোৰৰ ভিতৰত 'The Brajavali Literature in Assam' শীৰ্ষক প্ৰবন্ধটিয়ে ধাৰাবাহিক ৰূপে কেবাটিও সংখ্যাত প্ৰকাশ পাইছিল।

কামৰূপ অনুসন্ধান সমিতিৰ সদস্য হৈ থাকোঁতে ১৯৪০ খ্ৰীঃত মেধি ডাঙৰীয়া গুৱাহাটীৰ Assam Provincial Museum (এতিয়াৰ Assam State Museum)ৰ বোৰ্ড অব্ ট্ৰাষ্টীৰ সভাপতি নিৰ্বাচিত হয়। এই বেচৰকাৰী অনুষ্ঠানটোৰ প্ৰতিষ্ঠাতা সভাপতি আছিল ৰায়বাহাদুৰ কনকলাল বৰুৱা। ১৯৩৯ খ্ৰীঃৰ ডিচেম্বৰ মাহত তেখেতৰ হঠাৎ মৃত্যু হোৱাত ড° সূৰ্যকুমাৰ ভূঞা কিছু দিনৰ কাৰণে সভাপতি হয়; আৰু তেওঁৰ পাছতে মেধি ডাঙৰীয়া ইয়াৰ সভাপতি নিৰ্বাচিত হয়। তেখেতৰ সভাপতিত্বৰ সময়তে ১৯৪০ খ্ৰীঃৰ ১২ এপ্ৰিলত তেতিয়াৰ অসমৰ গৱৰ্ণৰ ছাৰ ৰবাৰ্ট নীল ৰিদ চাহাবে 'অসম প্ৰাদেশিক সংগ্ৰহালয়'টো ৰাইজৰ কাৰণে মুকলি কৰে। ১৯৫৩ খ্ৰীঃত এই সংগ্ৰহালয়টো অসম চৰকাৰে লয়।

[illegible] হল লাইব্ৰেৰী'ৰ আগৰ নাম আছিল 'কাৰ্জন হল'। এসময়ত অসমৰ ভিতৰত এই লাইব্ৰেৰীটো প্ৰখ্যাত লাইব্ৰেৰী আছিল।

মেধি ডাঙৰীয়া মৃত্যুৰ আগলৈকে এই লাইব্ৰেৰীৰ কাৰ্যনিৰ্বাহক সমিতিৰ (Managing Committee) এজন সদস্য আছিল। তেখেত এই লাইব্ৰেৰীৰ সদস্য হৈ থকা কালতে কাৰ্জন হলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱাৰ মৰ্মৰ আৱক্ষ মূৰ্তিটো স্থাপন কৰা হৈছিল। উল্লেখযোগ্য যে মেধি ডাঙৰীয়া আৰু ৰঘুনাথ চৌধাৰীৰ আপ্ৰাণ চেষ্টাত এই মৰ্মৰ মূৰ্তিটো নিৰ্মিত হৈছিল। পাছত এই মূৰ্তিটো ভগৱতীপ্ৰসাদ বৰুৱা ভৱনলৈ স্থানান্তৰ কৰা হয়।

অসমীয়া ভাষাৰ এজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিক হিচাবে গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক অসমীয়া বিভাগৰ অধ্যাপক নিৰ্বাচনৰ এজন সদস্য মনোনীত কৰি সম্মান দেখুৱাইছিল। ইয়াৰ উপৰি তেখেত অসমীয়াৰ এম.-এ. পৰীক্ষাৰ এজন পৰীক্ষক আছিল। অৱশ্যে উল্লেখযোগ্য যে মেধি ডাঙৰীয়া প্ৰকৃততে এগৰাকী গভীৰ জ্ঞানলব্ধ অধ্যয়নশীল ব্যক্তিহে আছিল। সেয়েহে বিভিন্ন অনুষ্ঠানত জড়িত থাকিলেও জীৱনৰ শেষদিনলৈকে তেখেতে নিজৰ আচুতীয়া পঢ়া কোঠালিত ধীৰ-স্থিৰ চিত্তে, একান্ত ভাবেৰে অধ্যয়নতহে ৰত আছিল।

# মেধি ডাঙৰীয়াক কেন্দ্ৰ কৰি

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

আমি সৰুতেই তাৰানাথ চক্ৰৱৰ্ত্তী সম্পাদিত 'আসাম বান্ধৱ'ত প্ৰকাশ হোৱা কালিৰাম মেধি ডাঙৰীয়াৰ প্ৰবন্ধ পঢ়া মনত পৰে। তাৰ পাছত অম্বিকাগিৰী ৰায়চৌধুৰী সম্পাদিত 'চেতনা'ত মেধি ডাঙৰীয়াৰ অসম সাহিত্য সভাৰ বৰপেটাৰ অধিবেশনত দিয়া সভাপতিৰ অভিভাষণ পঢ়িবলৈ পাওঁ। সেই অভিভাষণ দীঘলীয়া আছিল আৰু গতানুগতিক অভিভাষণতকৈ অলপ বেলেগ আছিল। তেখেতে অভিভাষণত উল্লেখ কৰা দুটা এটা কথালৈ সামান্য বাদ প্ৰতিবাদো হৈছিল।

তেখেতৰ লগত মোৰ চিনাকি হয় তেখেতৰ ডাঙৰ ল'ৰা শ্ৰীৰামভদ্ৰ মেধিৰ যোগেদি। শ্ৰীৰামভদ্ৰ মেধি কটন কলেজত আমাৰ সমসাময়িক আছিল যদিও মোৰ লগত অলপ চিনাকি হে আছিল, ঘনিষ্ঠতা নাছিল। তেওঁ ইণ্টাৰ মিডিয়েট পাছ কৰি কলিকতাত পঢ়িবলৈ যায়; মই কটন কলেজৰপৰা বি.এ. পাছ কৰি কলিকতালৈ যোৱাৰ পাছতে তেওঁৰ লগত ঘনিষ্ঠতা হয়। তেওঁ কলিকতাৰ স্কটিচ্ চাৰ্চ কলেজৰ লেডী ডানৃডাছ্ হোষ্টেলত আছিল। সেই হোষ্টেলত তেতিয়া কবি যতীন্দ্ৰনাথ দুৱৰা ৰেছিডেণ্ট এছিষ্টেণ্ট চুপাৰ্ ইন্‌টেনডেণ্ট। মোৰ বন্ধু সঙ্গীতজ্ঞ স্বৰ্গীয় দৰ্পনাথ শৰ্মাও সেই হোষ্টেলতে আছিল। শ্ৰীৰামভদ্ৰ মেধি মই থকা প্ৰেছিডেন্সি কলেজৰ ইডেন হোষ্টেললৈকো মাজে মাজে আহিছিল আৰুময়ো আজৰি পালেই তেওঁলোকৰ হোষ্টেললৈ গৈছিলোঁ আৰু তাত দুৱৰাৰ কোঠাত বহি তেওঁৰ লগত তেওঁৰ নতুনকৈ ৰচনা কৰা কবিতা শুনিছিলোঁ আৰু তেওঁৰ লগত কবিতা আৰু সাহিত্য বিষয়ক নানা আলোচনা কৰিছিলোঁ।

এবাৰ জহৰ বন্ধত ঘৰলৈ আহোঁতে মেধি আৰু মই দুয়ো একেলগে আহিছিলোঁ আৰু মেধিৰ সস্নেহ অনুৰোধক্ৰমে মঙলদৈত দুইৰাতি থাকি আহিবলৈ সন্মত হলোঁ; সেই সময়ত কালিৰাম মেধি ডাঙৰীয়া মঙলদৈত মহকুমাধিপতি। আমি টংলাত ৰাতি থাকিব লগীয়া হ'ল। দোকানী এজনে আমাক থকা-মেলা, খোৱা-বোৱা ইত্যাদি সুবিধা কৰি দিলে। ওচৰতে

বন্তালীসকলে সংকীৰ্তন কৰিছিল। টোপনিত কিঞ্চিত ব্যাঘাত হলেও ভালেই লাগিছিল। "অনন্ত বান্ধিল নাম, অন্ত না পাইয়া"—এই কথাষাৰ লৈ ভক্তসকলৰ যথেষ্ট আলোচনা হৈছিল। কথাটো আছিল, বিষ্ণুৰ অনন্ত নাম কোনে বান্ধিলে ? এই তৰ্কৰ বোধকৰোঁ অন্ত নহ'ল ; কিয়নো, ইতিমধ্যে মোৰ গভীৰ নিদ্ৰা। পাছদিনা পুৱাহে সাৰ পাইছোঁ। পুৱা মুখ ধুই জা-জলপান খাই মেধিৰ দেউতাকে পঠোৱা গাড়ীত মঙলদৈলৈ আহিলোঁ। মঙলদৈ টাউনখন তেতিয়া সৰু এটা চুবুৰীৰ সমান। পানীবোৰত মেটেল বেছি থকা বাবে তিয়নী কাপোৰত হালধীয়া হালধীয়া ৰং এটা লাগে।

যি হওক মেধি ডাঙৰীয়াই মোৰ লগত কথা-বাৰ্তা পাতি বৰ ভাল পালে আৰু তেখেতে চৰকাৰী কামৰ মাজে মাজে কৰি থকা সাহিত্য-কৰ্মৰ কথাও কলে। অংকীয়া নাট তেখেতে তেতিয়াৰপৰাই দুই এখনকৈ গোটাই অধ্যয়ন কৰি আছিল। দেখাত মানুহ গৰাকী গহীন অল্পভাষী, কিঞ্চিত কঠোৰ বুলিও ভাবিব পাৰে, কিন্তু বাহিৰখনৰ পৰা মানুহৰ বিষয়ে একো ৰায় দিব নোৱাৰি। মেধিয়ে মই কলিকতাৰ কলেজত পঢ়া, হোষ্টেলত থকা, বেলে-জাহাজে ফুৰি ঘোৰা-ঘোৰা কৰা ল'ৰা বুলি জানিও মোৰ ভাত তেওঁৰ বাৰীতে থকা বামুনৰ ল'ৰা এজনৰ দ্বাৰা ৰন্ধাই দিয়াইছিল।

দ্বিতীয়দিনা তেওঁ মঙলদৈৰ উত্তৰ সীমাত পাহাৰত থকা খেৰখেৰীয়া বোলা চাহ বাগিচা এখনলৈ আমাক লৈ গৈছিল। সেই বাগিচাৰ বুঢ়া ইংৰাজ মেনেজাৰৰ তাতে মৃত্যু হয়। তেওঁৰ বাচন-বৰ্তন, চকী-মেজ, কিতাপ-পত্ৰ আদি বহুত বস্তু নিলামত বিক্ৰী হ'ব, সেই নিলাম চলাবৰ কাৰণে বোধ-কৰোঁ মেধি ডাঙৰীয়াক ভাৰ দিছিল। মঙলদৈৰপৰা প্ৰায় চল্লিছ মাইলমান গৈ সেই পাহাৰীয়া অঞ্চল পালোঁগৈ। মৃতকৰ বস্তু-বাহানিবোৰ সস্তাত নিলামত কিনিবৰ বাবে বহুত মেম্-চাহাব গোট খাইছিল। বস্তু কিনাতকৈ স্ফুৰ্তিৰ বাবে অহা যেনহে লাগে। কিয়নো, মেম-চাহাববোৰৰ মাজত দেখিলোঁ হাঁহি খিকিন্দালি যেন ক্লাবতহে গোট খাইছে। এজন বুঢ়া চাহাবে মাৰি এডাল লৈ ওৱান-টু-থ্ৰি গোৱিং গোৱিং—বুলি খুব আটাহ পৰিছিল আৰু মেম-চাহাব-বোৰেও বস্তু-বাহানি লৈছিল। সেই চাহাবৰ কিতাপবোৰৰ মাজত বেছিভাগ সস্তীয়া ডিটেক্‌টিভ্ 'Penny dreadful' 'Schilling shooker' বেছি, তাৰ মাজতে এখন এলিজাবেথৰ যুগৰপৰা ভিক্টোৰিয়াৰ যুগলৈকে ইংৰাজী কবিতাৰ এন্থোলজি। মোৰ হাতত পইচা নাছিল, কোনোমতে গুৱাহাটীলৈ পোৱাৰ

জোখাৰে দুটকামান মাত্র আছিল। সেই কিতাপ মই কিনিম বুলি লোভ লাগিছিল, কিন্তু শ্রীৰামভদ্রই কিনি ললে। তেওঁৰ দেউতাকে ভাল পালে। সেই পুৰণি কিতাপখন বোধকৰোঁ ৰামভদ্রৰ হাতত এতিয়াও থাকিব পাৰে।

ইয়াৰ পাছত বহুত দিনলৈকে মেধি ডাঙৰীয়াৰ লগত মোৰ কোনো দেখা সাক্ষাত নাই। ৰামভদ্রই আমাৰ গাঁৱতে আমাৰ শিক্ষক এগৰাকীৰ কন্যাক বিয়া কৰাই আমাৰ গাঁৱৰ জোঁৱাই ল'বা হৈ আমাৰ লগত যেন আৰু আপোন হ'ল।

তেতিয়া ১৯৪৯ চন, গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হৈছে। পণ্ডিত সন্দিকৈ ডাঙৰীয়া উপাচার্য। সন্দিকৈ ডাঙৰীয়াই অসমীয়া সাহিত্যৰ বেলেগ বেলেগ যুগৰ লেখক সকলৰ সম্পর্কে আলোচনাত্মক প্রবন্ধ লিখাই বিশ্ববিদ্যালয়ৰপৰা প্রকাশ কৰিবলৈ সিদ্ধান্ত লয় আৰু এই কার্য সম্পন্ন কৰিবৰ বাবে এটা কমিটী গঠন কৰে। এই কমিটীত মেধি ডাঙৰীয়াও আছিল। এই কমিটীৰ অধিবেশনত প্রায় কুৰিবছৰৰ মূৰত মেধি ডাঙৰীয়াৰ লগত দেখা হয় আৰু মোক তেখেতৰ ঘৰলৈ মাজে মাজে যাবলৈ কয়।

'অঙ্কাৱলী -ছপা শেষ হৈছে, সেই সময়তে এদিন মেধি ডাঙৰীয়াৰ পাণবজাৰৰ ঘৰ ওলালোঁগৈ। তেওঁ পঢ়া কোঠালিতে বহিবলৈ দিলে আৰু নানা কথাবার্তাৰ শেষত তেওঁৰ কোঠালিত থকা আলমাৰি এটালৈ আঙুলিয়াই মোক কলে,—"অঙ্কাৱলী কেইখনমান মাত্র প্রেছৰপৰা আহিছে, তাৰে এখন আনা, তোমাক দিওঁ"। অঙ্কাৱলী নাট তেওঁ কিমান দিনৰপৰা সংগ্রহ কৰিছে কলে আৰু বেলেগ বেলেগ পুথি মিলাই সম্পাদন কৰোঁতেযে যথেষ্ট সময়ো লাগিছিল সেই বিলাকো কলে। মই কিতাপখনৰ পাত লুটিয়াই যাওঁতে কোনোবা এটা পাতৰ মার্জিনত লিখা আছিল পিয়াজ চাৰি অনা, গোলমৰিচ ছয় অনা, মৰিচ দুই অনা, মিঠাতেল ছয় অনা ইত্যাদি। কিতাপৰ নবন্ধা ফর্মাবিলাক দপ্তৰীৰ ঘৰত বন্ধাবলৈ দিওঁতে দপ্তৰীৰ নিজৰ বজাৰ খৰচৰ হিচাপ মুক্তি সাধক নাটকৰ পাতত্তে লিখি থলে। এই কথাটো সৰু হলেও ৰব আমোদৰ কথা। মেধি ডাঙৰীয়াক দেখুৱাই দিয়াত তেওঁ ৰব হাঁহিলে। তেখেতে নিজে উঠিগৈ আগেয়ে দিয়াখনৰ পৰিবর্তে আন এখন কিতাপ মোক দিবলৈ বুলি আলমাৰিৰপৰা আনিলে ; কিন্তু এই কিতাপতো দেখা গ'ল দপ্তৰীৰ সাংসাৰিক জীৱনৰ কবিতা। তেতিয়া আকৌ হাঁহিলে। মই কলোঁ, এই কিতাপত সংসাৰৰ দুটা পুৰুষার্থ সুমুৱাই থোৱা হৈছে— মুক্তি আৰু ভুক্তি।

ড° সূর্য্যকুমাৰ ভূঞাৰপৰা আমি জানিছোঁযে সাহিত্যাচার্য হেমচন্দ্র

গোস্বামীদেৱে 'অংকীয়া বাৰনাট' সম্পাদন কৰি ছপাখানাত দিয়ে, কিন্তু তেখেতৰ মৃত্যুৰ পাছত তাৰ কোনো উত্তাদিহ পোৱা নগ'ল। তাৰ পাছত অম্বিকানাথ ৰৰাই 'ৰুক্মিনীহৰণ নাট' সম্পাদনা কৰে আৰু কলিকতা বিশ্ব-বিদ্যালয়ে প্ৰকাশ কৰে। তাৰ পাছত ড° বিৰিঞ্চিকুমাৰ বৰুৱাই কেইখনমান নাট গোটাই বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ দ্বাৰা প্ৰকাশ কৰায়। এই পুথিখন বৰ লৰালৰিকৈ প্ৰকাশ কৰোৱা যেন লাগে। মেধি ডাঙৰীয়াৰ অঙ্কাৱলী দীঘলীয়া পৰিশ্ৰমৰ ফল। তেখেতে অসমৰ বেলেগ বেলেগ পুথি সংগ্ৰহ কৰি আনে আৰু পাঠান্তৰবিলাকো দি যায়। মেধি ডাঙৰীয়াৰ পাতনিখন দীঘ-লীয়া আৰু বহুত তথ্যৰে পূৰ্ণ। এনেদৰে যত্ন লৈ সম্পাদনা কৰা পুৰণি পুথি বেছি পোৱা নাযায়।

অসমীয়া ভাষাৰ সম্বন্ধে আলোচনা কৰা পুথি দেৱানন্দ ভৰালীৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰে'ই প্ৰথম। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ বঙ্গৰ ভাষা বিষয়ক সুদীৰ্ঘ পুথি ওলোৱাৰ বহু আগতেই দেৱানন্দ ভৰালীৰ অসমীয়া ভাষাৰ মৌলিক বিচাৰ প্ৰকাশ হয়। কালিৰাম মেধি ডাঙৰীয়াৰ পুথিত অসমীয়া ভাষাৰ গঠন আৰু ব্যাকৰণ সম্বন্ধে বহুত তথ্য পোৱা যায়। ভৰালী আৰু মেধি ডাঙৰীয়াৰ পুথি সম্পূৰ্ণ বৈজ্ঞানিক যুক্তিত ৰচিত নোহোৱা বুলিও কোনো কোনোৱে ক'ব খোজে, কিন্তু এই দুয়োখন পুথিতেই বিশেষকৈ মেধি ডাঙৰীয়াৰ পুথিত অসমীয়া ভাষা সম্পৰ্কে আলোচনাৰ বাবে বিস্তৰ সম্বল থুপাই থোৱা আছে আৰু ভবিষ্যত গৱেষণাকাৰীসকলৰ বাবে এইখিনি অপৰিহাৰ্য। শংকৰীযুগৰ আগতে ৰচিত বৈষ্ণৱ সাহিত্যৰ পুথি প্ৰহ্লাদ চৰিত্ৰ আৱিষ্কাৰ কৰাৰ প্ৰশংসাও তেখেতৰ প্ৰাপ্য। প্ৰথমে তেখেতেই এই পুথি সম্পাদনা কৰি উলিয়ায়।

দায়িত্বপূৰ্ণ চাকৰি কৰিও বাৰেপাচি কামৰ মাজত আহৰি উলিয়াই মেধি ডাঙৰীয়াই অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে সেই সহায়-সুবিধা নোহোৱাৰ দিনতে যিখিনি কৰি গ'ল সি সকলো সাহিত্যসেৱীৰ পক্ষে অনুকৰণ যোগ্য। তেনে সাধকৰ অভাৱ বৰ্তমান কালত আমি লক্ষ্য কৰিছোঁ। মেধি ডাঙৰীয়াৰ আদৰ্শই উঠি অহা সাহিত্যানুৰাগী লোকক ভাষা সাহিত্যৰ প্ৰেৰণা যোগাব বুলি আশা কৰা যায়। অসমীয়া ভাষা-সাহিত্য-চৰ্চা আৰু গৱেষণা কৰি অসমীয়া সাহিত্যৰ মূল্য সকলোকে বুজাবলৈ চেষ্টা কৰা সকলৰ মাজত মেধি ডাঙৰীয়াৰ নামো সদায় স্মৰণীয় হৈ থাকিব।

# মণ্ডলদৈত মেধি চাহাব

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

হাকিম আৰু মহকুমাধিপতি হিচাপে মণ্ডলদৈত কাশিৰাম মেধি ডাঙৰীয়া এবি এবি দুবাৰ আছিল। সত্তৰ চাকৰি-জীৱনৰ স্মৰণীয় সুদীৰ্ঘ কাল এছোৱা তেওঁ মণ্ডলদৈতে কটাইছিল। সমগ্ৰ মহকুমাটোত্তে মেধি ডাঙৰীয়াক সৰ্বসাধাৰণে মেধি-চাহাব বুলি জানিছিল। তেওঁক সকলোৱে ভয় আৰু সমীহ কৰি চলিছিল, কাৰণ তেওঁৰ এটা খ্যাতি বা কুখ্যাতি আছিল যে তেওঁ হেনো ফৌজদাৰী মোকৰ্দমাৰ আচামীক সততে জেলত দিও জেলত দিওকৈ থাকিছিল। অলপ কচুৰতে দোষীক জেল-জৰিমনাৰ হুকুম দিয়াটো তেওঁৰ হেনো অভ্যাসত পৰিণত হৈছিল। সেইবুলি আদালতৰ বাহিৰত তেওঁক সাধু লোক বাবে সকলোৱে শ্ৰদ্ধা কৰিছিল। তেওঁ কৰবাত কেতিয়াবা পুৰণি অসমীয়া পুথি-পাঁজি, নাইবা পুৰণি মঠ-মন্দিৰৰ চিন-মোকাম আদি ওলোৱা বুলি খবৰ পালে নানা কষ্টেৰে হলেও তালৈ ততালিকে গৈছিল আৰু সেইবোৰ নিজে তন্ন-তন্নকৈ পৰীক্ষা কৰি চাইছিল। অকল পৰীক্ষা কৰি চোৱায়ে নহয়, সেইবোৰৰ সংৰক্ষণৰ যথাবিহিত ব্যৱস্থাও কৰিছিল।

মেধি ডাঙৰীয়া থকা সময়ত মণ্ডলদৈ অঞ্চলত বৰখেলীয়া ভকত-মহন্তসকলৰ ঠগী আৰু ভকতসেৱা সঘনে হৈছিল। এনেবোৰ ঠগী সাধাৰণতে ভিতৰুৱা পাতল বসতিৰ গাওঁবোৰত পতা হয়, কাৰণ গোপনীয়তা ৰক্ষা এই অনুষ্ঠানৰ এটা বিশেষ পালনীয় কৰ্তব্য। এওঁলোকক ৰাতিখোৱা বা পূৰ্ণধৰীয়া সম্প্ৰদায় বুলিও জনা যায়; কাৰণ, ৰাতিৰ ভিতৰতে এওঁলোকৰ ভকতসেৱাৰ যাৱতীয় সকলো কাম সমাধা হয়। পুৰুষ-মহিলা সকলোৱে মদ-মঙহে খাই জীৱনৰ এটা পূৰ্ণ ৰূপতে থাকি পৰম প্ৰভু পৰমেশ্বৰক আৰাধনা কৰা হয় বুলিয়ে হেনো সম্প্ৰদায়টোক ৰাতিখোৱা বা পূৰ্ণধৰীয়া বুলি সকলোৱে জানে। বহুত গোপনীয় আৰু ৰহস্যজনক নীতি-নিয়ম তাত মানি চলা হয়। সেৱাৰ সময়ত গোৱা গীতবোৰৰ সাধাৰণ নাম সাজনী গীত। এইবোৰ গুঞ্জনধৰ্মী আৰু অতিশয় সুশ্ৰাব্য।

বাতিখোৱা সম্প্ৰদায়ৰ ঠগীত মদ-ভাত-গাহৰি-কুকুৰা অবাধে চলে, কিন্তু জীৱহত্যা নিষেধ। হেনো মন্ত্ৰ মতাৰ দৰে এটা বিশেষ সুৰত চিয়া গীত গাই মহন্তই পানী ছটিয়াই থাকোঁতেই ঠগীত আগৰখোৱা সেই প্ৰাণীবোৰ নিধন প্ৰাপ্ত হয়। এই পন্থৰ ভকত-মহন্তসকলৰ কাৰণে—'শাল-শিঙী-সুৰাৰ, ই তিনি ভক্তিৰ দুৱাৰ' অৰ্থাৎ ভক্তি-মন্দিৰৰ দ্বাৰ প্ৰৱেশ কৰিবলৈ হলে মাছ-মঙহ (সুৰাৰ—গাহৰি)-সুৰা গ্ৰহণ অনিবাৰ্য।

ভকত-মহন্তসকলে মেকসেৱা বা ঠগীত আসন গ্ৰহণ কৰাৰো নিৰ্দিষ্ট নীতি আছে, তাকে মেক-কৰণী বোলে। অভকতক অৰ্থাৎ সেই পন্থত যথাৰীতি ভুক্ত নোহোৱা লোকক সেইবোৰ শিকোৱা বা চাবলৈ দিয়া নহয়। ভকত-মহন্তসকলে কেতিয়াবা জানি বা নাজানি কিবা অপৰাধ কৰিলে নাইবা তেওঁলোকৰ কিবা প্ৰকাৰে পদস্খলন ঘটিলে—এখন বিশেষ 'সভাই' তেনে অপৰাধৰ বিচাৰ কৰি দণ্ড বিহে। এই সভা একপ্ৰকাৰ পঞ্চায়ত। ইয়াৰ নাম 'বাৰাপত' বা 'বাৰপায়ত'। কাৰ্বিসকলৰ 'কেবাং' সভাৰ দৰে এই সভা বৰ ক্ষমতাশালী।

বৰখেলীয়া ভকত-মহন্তসকলৰ উপাস্য-দেৱতা আদিপুৰুষ নিৰঞ্জন। বৌদ্ধ আৰু হিন্দু ধৰ্মৰ সংমিশ্ৰণত সৃষ্টি হোৱা ই এটা বিশেষ সম্প্ৰদায়ো হব পাৰে। ভুটিয়াসকলো বৌদ্ধ আৰু তেওঁলোকেও প্ৰাণী বধ নকৰে, কিন্তু মঙহ খায়। তেওঁলোকে গাঁৱৰ হাট-বজাৰৰপৰা কুকুৰা কিনি নি আলিৰ দাঁতিত পথুৰ শিল, একোটা জাপি দি দুৰত থিয় হৈ থকা আমি নিজে দেখিছোঁ। মৰিলে সেই কুকুৰাৰ মঙহ সিজাই লৈ ভোজন কৰে। আমাৰ বৰখেলীয়া ভকত-মহন্তসকলেও হাঁহ-পাৰ-কুকুৰা-গাহৰি আদি প্ৰাণীবোৰ হাতেৰে নামাৰি মন্ত্ৰেৰে মাৰে বুলি শুনা যায়।

ভকত-সেৱাও বোলে তিনি প্ৰকাৰৰ আছে, যেনে, (১) কৰণীপতীয়া, (২) পূৰ্ণধৰীয়া আৰু (৩) দিগম্বৰী। প্ৰত্যেক সেৱাৰে নিয়ম-নীতি বেলেগ বেলেগ। মদক তেওঁলোকে ৰস বা মধু, কুকুৰাক বামপাৰ, গাহৰিক সুৰাৰ বোলে। বন্ধা-বঢ়া কৰা ধাই ৰান্ধনী তিৰোতাজনী হ'ল থালমাই বা ভক্তিমাতৃ। এইবোৰ ৰহস্যপূৰ্ণ কথা মঙলদৈত থকা কালত কালিৰাম মেধি চাহাবে সঘনে শুনি আছিল আৰু ৰবকৈয়ে শুনি আছিল। কাৰণ, এইবোৰ কথালৈ তেওঁৰ কাণ আছিল সজাগ আৰু মন আছিল কৌতূহলী। অনুসন্ধান-প্ৰৱণ মনটোৱে তেওঁৰ এইবোৰে বাৰকৈয়ে আলোড়নৰ সৃষ্টি কৰিছিল। খোৱা মহন্ত বুলি এজন উঠন মহন্তক ৰবকৈ ধৰাত মহন্তই হেনো চিয়াগীত একাকি

সুৰ লগাই গাই শুনাইছিল,—'প্ৰেম গঙ্গাৰ জল—চৰণ কমল—ভকতি নিৰ্মল—বৈয়াছে গঙ্গাৰ মাজেহে ৰাম ৰাম—প্ৰেম গঙ্গাৰ জল' ইত্যাদি। তাকে শুনি এই পন্থটোৰ বিষয়ে 'ৰদী মাৰি' (সবিশেষ) জানিবৰ কাৰণে তেওঁ আৰু বহু যত্ন কৰিও অন্য উপায়ে এই ভকত-মহন্তসকলৰপৰা ইয়াৰ গূহ্য তত্ত্ববোৰ খৰচিমাৰি জানিব নোৱাৰি শেষত টুপী-মালা পিন্ধি হাতত চোকন লৈ দস্তৰমতে ভকত হৈ মাজে সময়ে ভকত-সেৱালৈ গৈছিল। মণ্ডলদৈ চহৰৰ অনতিদূৰত থকা ডাকচকি গাঁৱলৈ তেওঁক তেনেকৈ যোৱা আমি নিজ চকুৰে দেখিছিলোঁ। অৱশ্যে তেওঁ মহকুমাধিপতিৰ চহৰৰ মাজত থকা চাংবঙলাৰপৰা তেনেকৈ ভকতৰ মাজত ওলাই গৈছিল বুলি ভবাটো ভুল হ'ব; তেওঁ গাঁৱৰ ওচৰলৈ মটৰ গাড়ীত গৈ ভকত-মহন্তসকলৰ লগ লৈ গাঁৱতহে ভকত হৈ পৰিছিল। নকলেও হ'ব যে তেওঁৰ তেনে ভকত সজাৰ আচল উদ্দেশ্য আছিল সেই সম্প্ৰদায়টোৰ মূল কথাবোৰৰ তত্ত্ব উদঘাটন। মেৰি ডাঙৰীয়াই এই বিষয়ে একাধিক মূল্যবান প্ৰবন্ধ যুগুত কৰিছিল বুলি জনা যায়।

## ( ২ )

আমি পঢ়া দিনত মণ্ডলদৈ মহকুমাত এখন মাত্ৰ হাইস্কুল আৰু এখন মাত্ৰ মাইনাৰ স্কুল আছিল। মণ্ডলদৈ হাইস্কুলেই একমাত্ৰ হাইস্কুল আৰু মাইনাৰ স্কুলখন আছিল পাথৰিঘাটত। আমি পাথৰিঘাট মাইনাৰ স্কুলত পঢ়িছিলোঁ। এবাৰ সৰস্বতী পূজাৰ সময়ত দৰং জিলাৰ তেতিয়াৰ ডেপুটী কমিছনাৰ মিষ্টাৰ চি. এছ. গানিং আৰু মেৰি চাহাব দুয়ো গৈ আগতে খবৰ-বাতৰি নিদিয়াকৈ হঠাৎ পাথৰিঘাট মাইনাৰ স্কুলত সোমাল—স্কুল পৰিদৰ্শন কৰাৰ উদ্দেশ্যে। আচলতে দুয়ো গৈছিল অন্য কিবা প্ৰশাসনীয় কামত। তাতে গানিং চাহাবে ইচ্ছা প্ৰকাশ কৰাত স্কুলত সোমাল। আমি তেতিয়া ক্লাছ থ্ৰিৰ বছৰেকীয়া পৰীক্ষা দি উঠিছোঁ। সেইদিনা সৰস্বতী পূজাৰ বভা দিবৰ কাৰণে বাঁহ, নৰা, কল-চোঁচনি আদি আনিবলৈ দলে দলে ওলাই গৈছিলোঁ—শিক্ষকেই যাবলৈ দিছিল। শ্ৰেণীবোৰত ল'ৰা নাই। এনে সময়তে জিলাৰ চাহাব আৰু মহকুমাধিপতি দুয়োবো প্ৰৱেশ। শিক্ষকসকল বেবুৰা লাগিল। হেড্‌মাষ্টৰ আছিল মুক্তিসংগ্ৰামৰ এগৰাকী নায়ক ৺ভবেন্দ্ৰচন্দ্ৰ দাস। তেখেতে দুয়োকো স্কুলৰ পৰিস্থিতি বুজাই কলে আৰু খন্তেক ৰবলৈ অনুৰোধ কৰিলে। দুয়ো সেইমতে অলপ জিৰণি লৈ স্কুলৰ পুথিভঁৰাল,

হাজিৰা বহী, হিচাব আদি চোৱাত লাগি গ'ল। ইতিমধ্যে চকিদাৰে মকৈ কোবাই দিয়াত ওচৰ-পাজৰৰ ল'ৰাকোৰ শ্ৰেণীত সোমালহি। চকিদাৰেও মাকে ম'ত পালে মাত্তি আনিলে।

আমাৰ শ্ৰেণীত প্ৰায় ৪০ জনমান ছাত্ৰৰ ভিতৰত সেইদিনা ৩০ জনমান উপস্থিত আছিল। তাৰে কুৰিজনমান গৈ শ্ৰেণীত সোমোৱাত আমাৰ শ্ৰেণীটো সংখ্যাগৰিষ্ঠ হ'ল। দুয়োজন চাহাবে হেডমাষ্টৰক লগত লৈ আমাৰ শ্ৰেণীত সোমালহি। আমি নমস্কাৰ জনালোঁ। দুয়ো দুখন চকীত বহিল। হেড্‌মাষ্টৰ বহা নাছিল। দুয়ো পৰিদৰ্শনত লাগি গ'ল। গানিং চাহাবে মেধি চাহাবক 'ট্ৰেন্সলেচন' ধৰিবলৈ কলে। মেধি চাহাবে দুই-চাৰিটা সৰু সৰু বাক্যৰ ইংৰাজী অনুবাদ সুধিলে. যেনে, 'মই ঘৰলৈ যাওঁ; তেওঁ ভাত খায়, মোৰ ভোক লাগিছে' ইত্যাদি। শেষত সুধিলে—'মোৰ টোপনি ধৰিছে।' কেইবাজনকো সুধিলে—কোনেও নোৱাৰিলে। 'কোনে পাৰিবা' বুলি সোধাত উত্তৰ নাপাই হেড্‌মাষ্টৰে শেষত মোলৈ নাম ধৰি আঙুলিয়ালে। মই থিয় হৈ উত্তৰ দিলোঁ—'I am sleeping'. মেধি চাহাবে কলে—'I am sleeping' মানে 'মই শুই আছোঁ' হ'ব; মোৰ টোপনি ধৰিছে বুলিলে ইংৰাজীত কেনেকৈ কবা—কোৱা।' গানিং চাহাবে বোৰ্ডত লিখিবলৈ কলে। মই গৈ মোৰ ইংৰাজীটো লিখিলোঁ—'I am sleeping', মেধি চাহাবে কলে—'I am feeling sleepy'; মই লিখিলোঁ। তাতে আমাৰ হেড্‌ মাষ্টৰে কলে—'I am getting sleepy'. গানিং চাহাব আৰু মেধি চাহাব দুয়ো কলে, 'yes, yes'. মোক লিখিবলৈ দিয়াত মই getting বানানটোত ভুল কৰি এটা 't' দিয়াত হেড্‌মাষ্টৰে দুটা 't' দিবলৈ কৈ কিয় দুটা 't' হয় বুজাই দিলে।

তাৰ পাছত ইংৰাজী সাহিত্য ললে। 'মডাৰ্ণ ইংলিছ ৰিডাৰ' বুলি এখন ইংৰাজী পুথি আমি পঢ়িছিলোঁ। তাৰে 'ৰৰণী বোৱা শিতানৰ পাঠ এটা পঢ়িবলৈ দিলে। পঢ়ি অসমীয়াত অৰ্থ কব লাগে। তাতে এটা বাক্য আছিল—'Pull hard but pull slow'. তাৰ অৰ্থ 'টানকৈ টানিবা কিন্তু লাহেকৈ আনিবা'—বোলাত মেধি চাহাবে বেচ হৈছে বুলি, সুধিলে—'কোনে ইংৰাজী শিকায় ?' 'হেড্‌ মাষ্টৰে'—বুলি আমি কোৱাত তেওঁ একো নকৈ মূৰ দুপিয়ালে। গানিং চাহাবে এটা মাত্ৰ শব্দ কৈছিল,—'splendid'। পিছত আমি হেড্‌মাষ্টৰ হাবৰপৰা তাৰ অৰ্থ সুধি লৈছিলোঁ—'বঢ়িয়া'।

( ৩ )

১৯৫০ চনব অসহযোগ আন্দোলনব সময়ত মঙলদৈত বহুত বহস্যপূর্ণ ঘটনা ঘটিছিল। জননেতা বজেশ্বব শর্মা আৰু টঙ্কেশ্বব শর্মাব বিচাবো তাবে এটা। এই ডেকা নেতা দুজনক পুলিচে ধবি বন্ধ কবিলে। বিচাব নোহোৱালৈকে মহকুমাধিপতিয়ে তেওঁলোকক এবি নিদিলে। বিচাবব দিন ধার্য কবি তাব আগে আগে এদিন মহকুমাধিপতি মেধি চাহাবে জেলখানালৈ গৈ তেওঁলোক দুজনব খোজ-খবব লৈছিল। তেওঁ তেওঁলোকক বিচাবব দিনটোৰ কথাও সোঁৱবাই দি প্রয়োজন মতে উকীল নিয়োগ কবিবলৈ কৈছিল। উত্তবত অৱশ্যে তেওঁলোক দুজনে চাহাবক ভাববাবে ধন্যবাদ দি কৈছিল যে উকীল তেওঁ-লোকে নিদিয়ে, নিজব ওকালতি নিজে কবিব।

মোকৰ্দমাৰ দিনব দিনা দুয়োজন শর্মাকে আদালতত হাজিব কৰা হ'ল। দুয়োকো দেখি তেওঁলোকব বিষয়ে বহুতে মন্তব্য দি কৈছিল যে তেওঁলোক তেজপুৰীয়া হেমবকৰা-অমিয় দাসবে নতুন সংস্কবণ।

মোকৰ্দমাত মহকুমাধিপতিয়ে নথি-পত্র চাই গহীনকৈ তেওঁলোকক সুধিলে—'আপোনালোকব নাম অমুক আৰু অমুক নহয় নে?'

—হয়।

—আপুনি অমুক আৰু আপোনাব পিতাক অমুক, নহয় নে?

—নহয়।

উত্তব শুনি হাকিম থমকি ব'ল। ভাবিলে,—নামটো হয় বুলিছে, অমুকব অমুক বোলোতে নহয় বোলে—তাব মানে? তেওঁ তেওঁক আৰু একো নুসুধি অন্যজনক সুধিলে—'আপোনাব নাম অমুক নহয় নে'?

—হয় ছাব; আপুনি মোক চিনি পায়; মোব নাম সেইটোৱে।

—আপুনি অমুকব পুত্র অমুক। আপোনাব গাওঁ অমুক, নহয় নে?

—নহয়।

—আকৌ নহয়! কিয় নহয় বুলিছে?

দুয়ো একে মুখে কলে,—'নহয় দেখি নহয় বুলিছো'। এজনে কলে, 'মোব পিতা অমুক নহয়, এইটো মোব মোকৰ্দমাই নহয়'। আনজনেও কলে, 'মবো পিতা অমুক নহয়—মোবো এইটো মোকৰ্দমাই নহয়'।

হাকিম হতভম্ব হ'ল। তেওঁ কলে—'আপোনালোকে প্রত্যেকে নিজ নিজ পিতাকব নাম কওকচোন'।

দুয়ো কলে। হাকিমে দেখে ইজনৰ পিতাকক পুলিচে নথিত সিজনৰ পিতাক বুলি লিখিত বিৱৰণ দাখিল কৰিছে। হাকিমে ভেতিয়া প্ৰকাশ্যে অলপ হাঁহিলে। গোমোঠামুৱা গহীন-গম্ভীৰ হাকিমৰ মুখত হাঁহি বিৰিঙা দেখি দৰ্শক আৰু শ্ৰোতাসকলেও বস পালে আৰু হাঁহিলে। দুয়োজন শৰ্মা আচামীয়ে কলে—'আজি যাত্ৰা ভঙ্গ হৈছে। আজি বিচাৰ ঠিক নহ'ব। আদালতে ভাবি চাওক।'

হাকিমে দিন দিলে আৰু পাছদিনা বিচাৰ হ'ব বুলি কৈ পুলিচক ভৰ্ৎসনা কৰি সেই দিনটোৰ বাবে এজলাচ এৰিলে।

পাছদিনা চমু বিচাৰত দুয়োৰে সশ্ৰম কাৰাদণ্ডৰ আদেশ হ'ল। শুনি জনতাই হায়, হায় কৰিলে।

আগতে কোৱা হৈছে—আচামীৰ কাৰণে কালান্তক যম আছিল বুলি মেধি হাকিমৰ এটা নাম বা বদনাম আছিল। ৰঙেশ্বৰ-টঙ্কেশ্বৰক ফাটেকত দিয়া শুনি কংগ্ৰেছৰ মহিলা ভলন্টিয়াৰ অগ্ৰজা ভক্তেনীয়ে (ভকতনীয়ে) পোনে পোনে মহকুমাধিপতি চাহাবৰ চাংবঙলালৈ গৈ তলৰপৰাই মেমচাহাব মেধিয়নীক সম্বোধন কৰি কৈছিল—'আই দেউতেনী, হ'ব লগা হ'ল দে। আপোনাৰ পতি ধৰ্মাৱতাৰে আমাৰ ৰবলৰ টোপৰ দৰে জলজলকৰে নিৰ্দোষী ডেকা ল'ৰা দুটাক—সেই ৰঙেশ্বৰ আৰু টঙ্কেশ্বৰক দেশৰ কাম কৰা বাবে ফাটেকত দিলে। দেশখন নো কিবা সিহঁতৰহে নে, মোৰ আই? আমাৰ সকলোকে নহয় নে? দেশ স্বাধীন হলে—সিহঁতহে স্বাধীন হ'ব নে আমি সকলোৱে হম? ধৰ্মাৱতাৰক এই কথাটো সুধিবৰ্চোন আই। তাকে কবৰ কাৰণেহে আহিছিলোঁ। যাওঁগৈ। চাহাবে ইয়াৰ পাছৰবাৰ মোকে ফাটেকত থব লাগিব।

## ( ৪ )

মঙলদৈৰ মহকুমাধিপতি চাংবঙলাৰ সন্মুখত ভেলাঘৰ আৰু মঙলদৈয়া ভেলাপুঁজি সাজি অসমীয়া মাঘ-বিহু পতা চাহাব প্ৰথমজন আছিল স্বৰ্গীয় কালিৰাম মেধি ডাঙৰীয়া। ইংৰাজৰ শাসন-কালত তেনে কাম দেখিলে মানুহে কিবা অঘটন ঘটা যেন পাই তৰধ নয়নে চাইছিল; কাৰণ চাহাবৰ বঙলাত সদায় চাহাবী কথা, তাত গঞা অসমীয়াৰ জাতীয় উৎসৱ পতা বা জাতীয় সংস্কৃতি প্ৰদৰ্শন কৰা নোহোৱা-নোপোজা কথা। কিন্তু, মেধি চাহাবে

তাকে কৰিছিল। চাল-চলন, আচাৰ-ব্যৱহাৰত তেওঁ আছিল গহীন আৰু কথা-বতৰাত অতিশয় মিতভাষী। অল্পভাষী হোৱা বাবে তেওঁৰ মনৰ কথা অন্তৰঙ্গ বন্ধুবৰ্গত বাহিৰে আনে বুজিবলৈ টান পাইছিল।

কৃষ্টি বা ভাষা সম্পৰ্কীয় প্ৰতিটো বিশেষত্বলৈ তেওঁ সতৰ্ক আৰু সচেতন আছিল। আনকি আদালতৰ মেজখনৰ তলৰ 'ড্ৰয়াৰ'তো তেওঁ সদায় টোকা-বহী এটা সুকীয়াকৈ ৰাখিছিল—মোকৰ্দমাত শুনা ভাষাতাত্ত্বিক ৰহস্যবোৰ লিপিবদ্ধ কৰি ৰাখিবলৈ। মেধি ডাঙৰীয়াৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ সুবৃহৎ গ্ৰন্থখনৰ জন্মমূঠিও এইদৰেই হৈছিল।

এবাৰ তৰুণৰাম ফুকনে জেৰা কৰা এটা মোকৰ্দমাত এটা আমোদজনক ভাষাতাত্ত্বিক ৰহস্য ওলাইছিল। ফুকনে এটা বৰো-কছাৰী লোকক জেৰা কৰি মঙলদৈয়া মাত-কথাত সুধিছিল :

—'হেৰা, ৰৰডেকা কাকা, পুলিচে ধৰি আনা এই চেঙেৰা লিকিৰাটো সোমাৰ কি হয় হেৰা ?'

—'কি হবনো আৰু দেউতা! শুৰশুৰীয়া বেটা হয় আৰু'। ফুকনে হাকিমক নথিত কথাটো লিপিবদ্ধ কৰিবলৈ কলে। পিছে, শুৰশুৰীয়া বেটা নো কি তাকে ভাবি হাকিম অলপ হতভম্ব হ'ল। কলে,—'মই ভালকৈ বুজা নাই ; পোষ্যপুত্ৰ নেকি ?'

ফুকনে কলে—'একেবাৰে ঠিক সেইটো নহয়। ৰৰডেকা, হাকিমক তোমাৰ শুৰশুৰীয়া পোটো নো কেনে সম্বন্ধৰ শুৰশুৰীয়া হ'ল বুজাই কোৱাচোন। হাকিমে সেইটো জানিব খুজিছে।'

সি কলে—'এঃ সেইটো নো কি ডাঙৰ কথা হ'ল ? হজুৰে সচাঁকৈয়ে বুজা নাই নেকি ? নাই যদি কওঁ শুন তেন্তে। হাকিমৰ মাকক যেনবা মই মোৰ তিৰি কৰি আনলু আৰ। হাকিম তেতিয়া চানা ছলি। হাকিম মাকৰ লগতে মোৰ ঘৰকলৈগি আহিল। হাকিমে তেতিয়াৰপে মোক বাপাই বুলি মাতেই। এতিয়া হাকিম হ'ল মোৰ শুৰশুৰীয়া পো আৰু মই হাকিমৰ বাপক। এই লিকিৰাটোও মোৰ তেনে শুৰশুৰীয়া বেটা। বুজিলি নে ইতা ?'

বাইজে পিৰ্জনি মাৰি হাঁহি উঠিল। মেধি ডাঙৰীয়াই ফুকনৰ কালে চোৱাত ফুকনে, 'হয়, ঠিক সেয়ে' ( ইয়েছ, জাষ্ট, ডেট্ ) বুলিলে। এইদৰে সেইদিনাৰ সেই মোকৰ্দমাত মঙলদৈত ব্যৱহাৰ হোৱা অনেক আঁচহুৱা শব্দ ওলাইছিল

আৰু ফুকন ভাণ্ডাৰীয়াই ধানৰ মৰাশত খেৰবোৰ উধনিয়াই দিয়াৰ দৰে শব্দবোৰ খুচিয়াই উলিয়াই ৰগৰ কৰিছিল। কেনচেং দি পৰা, মুখাছেৰি লগা, মৰ-খৰ সোপোৰাই খোৱা, আথামুখাকে, অলমান আদি অনেক নতুন শব্দ গুলি মাজে সময়ে মহকুমাধিপতি হাকিমে পকা আম বোটলাৰ দৰে সেইবোৰ টপাটপ নোট বহীত টুকি ৰাখিছিল।

ফুকন চাহাবৰ জেৰাত এটা সাক্ষীয়ে এবাৰ কৈছিল—'মানুহচোৰে মুখাছেৰি সময়ত আন্ধাৰে-মুধাৰে গুড়া সান্দহ চোৰ কৰি খাওঁতে—সি বিহু খাই মৰিব ধৰিছিল'। তাতে মেধি ভাণ্ডাৰীয়াই ফুকন চাহাবক সুধিলে—'সেইটো দেখোন বিহুৰ সময় নহয়, বাৰিষা কালহে। সি কেনেকৈ আকৌ বিহু খালে? ফাঁকি নেকি?'

ফুকনে কলে—'নহয়, সি ফাঁকি দিয়া নাই। মঙলদৈয়া লোকৰ কথা-বতৰাত বহুত নতুন নতুন শব্দ শুনা যায়। বিহু মানে আমি যি বুজোঁ মঙলদৈত সেই অৰ্থত বাহিৰেও তাৰ আৰু এটা অৰ্থ আছে। ইয়াত সেই দ্বিতীয় অৰ্থটোহে হৈছে। আমাৰ বিহু, দোমাহী বা সংক্ৰান্তিও তেওঁলোকৰ একপ্ৰকাৰ বিহু; আৰু অইন একপ্ৰকাৰ বিহু তেওঁলোকে মাজে-সময়ে খায়, অৱশ্যে আমিও খাওঁ—তেওঁলোকে মাহ বুলি খায়, আমি যেনিবা জি-জি বুলি খাওঁ। লৰালৰিকৈ বা উধামুখাকৈ খাওঁতে গাঁঠি খোৱা বা চৰ্‌চৰি খোৱাটো হ'ল দ্বিতীয় অৰ্থৰ বিহু খোৱা। এইটো বোধ হয় 'বেহু' বা 'ব্যূহ' শব্দৰ অপভ্ৰংশ, কিয়নো বেহুত গাঠি লাগিয়ে অভিমন্যু মৰা নাছিল জানো? এই সাক্ষীয়ে তাকেই কৈছে। শুকান গুড়ি সান্দহত জুলীয়া গুৰ সানি এঠাসিঠাকৈ সোপাসোপে গিলোঁতে তাৰ এই গতি হৈছিল। সি বোধকৰো মিছা কোৱা নাই।'

এবাৰ আচামী-ফৰিয়াদী উভয় পক্ষই হাকিমক কৰপুতে কলে—'হজুৰ, আমি ভেতে বাহিৰলৈ গৈ একখোৱা গোলমাল কৰি চাওঁ, ইয়াত আদালতত গোলমাল কৰা ঠিক নহ'ব। আমাক অলপমান সময় দিয়ক।'

ফুকনে এইবাৰো টিপ্পনী দি কৈছিল—'আদালতে জানে নে নাজানে নাজানো, পিছে এই 'গোলমাল' শব্দবো মঙলদৈত বিহুৰ দৰে মঙলদৈয়া দ্বিতীয় অৰ্থ এটা আছে। দ্বিতীয়টো অৰ্থ কিন্তু প্ৰথমটোৰ বিপৰীত ইয়াৰ দ্বিতীয় অৰ্থটো হৈছে আপোচ কৰিবৰ কাৰণে শান্তিত ধীৰে-সুস্থিৰে আলাপ-আলোচনা চলোৱা। গোলমাল মানে হাই-কাজিয়া নহয়। বিহুৰ দৰে

হয়োটো অৰ্থ বিপৰীতাৰ্থক নহয় নে ? এটা বিহু খাই মানুহ জীয়াই থাকে, আনটোত মৰিবও পাৰে। গোলমাল কৰোঁতেও মানুহ মৰিব পাৰে, শান্তি স্থাপনো হ'ব পাৰে। কেনে মজা।' মেধি ডাঙৰীয়াই এইবাবো বহুত শব্দবোৰ টুকি ললে।

আগতে কৈ অহা হৈছে যে মেধি ডাঙৰীয়াই জীৱনৰ স্মৰণীয় দীঘল ডেকাকাল এছোৱা মণ্ডলদৈত কটাইছিল আৰু তেওঁৰ কীৰ্তিস্তম্ভ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' গ্ৰন্থৰ শব্দ-সম্ভাৰত মণ্ডলদৈয়া মাত-কথাৰ অৰিহণা এজাপেচা বিধৰ নহয়।

# প্ৰশাসক মেধি ডাঙৰীয়া

শ্ৰীকমলনাৰায়ণ মজুমদাৰ

স্বৰ্গীয় কালিৰাম মেধি ডাঙৰীয়াক মই লগ পাইছিলোঁ কেৱল এজন উচ্চ-পদস্থ চৰকাৰী বিষয়া হিচাপেই নহয়, মোৰ এজন ব্যক্তিগত অভিভাৱক, পাৰিবাৰিক বন্ধু আৰু শুভচিন্তক ৰূপে। তেনেদৰেই তেখেতৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল। কটন কলেজত মই বি. এ. মহলাৰ ছাত্ৰ অৱস্থাত থকাৰ পৰাই অৰ্থাৎ প্ৰায় ১৯১৫ চনৰপৰাই মেধি ডাঙৰীয়াক লগ পোৱাৰ সুযোগ ঘটিছিল—এক ব্যক্তিগত পৰিৱেশত। স্বৰ্গীয় মেধিৰ ভাতৃ ৺দীননাথ মেধি কলেজত মোৰ সহপাঠী আছিল। দীননাথৰ লগত মই মাজে সময়ে তেওঁলোকৰ পাণবজাৰৰ ঘৰলৈ গৈছিলোঁ, তাতেই মেধি ডাঙৰীয়াৰ লগত পৰিচয়ৰ সুযোগ পাইছিলোঁ। সেই সময়ত ব্ৰিটিশ চৰকাৰৰ উচ্চপদস্থ বিষয়া-সকলৰ ভাব-ভঙ্গী, চাল-চলন সকলো সুকীয়া আছিল। ৺মেধি ডাঙৰীয়া যদিও উৰ্চ্চ চৰকাৰী বিষয়া আছিল, তথাপি তেখেত আনৰ দৰে নাছিল। তেখেতে আমাৰ লগত সহজ সৰল ভাবেই ঘৰুৱা পৰিৱেশত কথা-বতৰা পাতিছিল।

চাকৰি জীৱনৰ প্ৰাৰম্ভতেও এই গৰাকী সুদক্ষ চৰকাৰী বিষয়াক লগ পোৱাৰ সেই ভাগ্য মোৰ ঘটিছিল। ১৯১৭ চনত বি. এ. পাছ কৰাৰ পাছত গোৱালপাৰা হাইস্কুলত মই কিছুদিনৰ বাবে শিক্ষক হিচাপে সোমাওঁ। সেই সময়ত মেধি ডাঙৰীয়া অসম চিভিল চাৰ্ভিছৰ 'চৰ ডেপুটি কালেক্টৰ'ৰপৰা উন্নীত হৈ গোৱালপাৰাৰ জৰীপ বিষয়া ( Settlement Officer ) নিযুক্ত হৈছিল। সেই সময়ত এনে উচ্চ পদত অসমীয়া মানুহ খুব কমেই আছিল। সোণত সুৱগা চৰাদি সেই সময়তে গোৱালপাৰাৰ মহকুমাধিপতি পদত আছিল অসমৰ আৰু এগৰাকী সুযোগ্য সন্তান স্বনামধন্য বুৰঞ্জীবিদ স্বৰ্গীয় কনকলাল বৰুৱা ডাঙৰীয়া। মেধি ডাঙৰীয়াৰ সাহিত্য-চৰ্চাত বৰুৱা ডাঙৰীয়াই যে যথেষ্ট প্ৰেৰণা যোগাইছিল সেই বিষয়ে সন্দেহ নাই। সেইটো আছিল অসমীয়া সাহিত্যত 'চেতনা'ৰ যুগ। অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদনাত প্ৰকাশিত 'চেতনা'ত মেধি ডাঙৰীয়াই পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধপাতি লিখি প্ৰকাশ

কৰিছিল। সেই সময়ত গোৱালপাৰা জিলাত বঙলা ভাষাৰ যে প্ৰতিপত্তি আছিল, কাৰণ তাৰ জমিদাৰসকলে প্ৰত্যক্ষ আৰু পৰোক্ষ ভাৱে বঙলা ভাষাৰহে পৃষ্ঠপোষকতা কৰিছিল। জমিদাৰৰ প্ৰজাসকলক বঙলা ভাষাৰ কবলৰপৰা ৰক্ষা কৰোঁতা কোনো নাছিল। মেধি ডাঙৰীয়াকে আদি কৰি কেইগৰাকীমান বিচক্ষণ অসমীয়া উচ্চ পদস্থ বিষয়াৰ আপ্ৰাণ চেষ্টাৰ ফলত গোৱালপাৰা জিলাত অসমীয়া ভাষাৰ প্ৰচলন হ'ল। গোৱালপাৰাত অসমীয়া ভাষাক উদ্ধাৰ কৰা এই বিষয়াসকলৰ ভিতৰত ৺কালিৰাম মেধি ডাঙৰীয়াও অন্যতম আছিল। আনকি অম্বিকাগিৰীৰ অসমীয়া জাতীয়তাবাদ আৰম্ভ নোহওঁতেই গোৱালপাৰাক বঙলা ভাষাৰ কবলৰপৰা ৰক্ষা কৰি অসমৰ পশ্চিম সীমান্তত এক অলঙ্ঘ্য প্ৰাচীৰৰূপে ঠিয় কৰোৱাত মেধি ডাঙৰীয়াৰ দূৰদৰ্শিতা কৃতজ্ঞতাৰে স্মৰণ কৰাৰ যোগ্য। অৱশ্যে ইয়াৰ পাছত সেই অঞ্চলত অসমীয়া ভাষাক পুনঃ প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা বহুখিনি তল পৰি যায়। এই শতিকাৰ পঞ্চম-ষষ্ঠ দশকত আন কেইগৰাকীমান অসমীয়া উচ্চ পদস্থ বিষয়া এই বিষয়ে যত্নবান নোহোৱা হৈছেন বোধকৰোঁ আজি গোৱালপাৰাত অসমীয়া ভিতিৰই নোৱাৰিলেহেঁতেন।

ওপৰত তেখেতৰ জীৱনৰ এটা দিশ হে দেখুওৱা হ'ল। ইয়াৰ অৰ্থ এই-টোৱেই নহয় যে, তেখেতে চৰকাৰী কৰ্তব্য বা দায়িত্ব অৱহেলা কৰি সাহিত্য-চৰ্চা কৰিছিল বা ভাষাৰ হকে কাম কৰিছিল। চৰকাৰী কাম ক্ষতি কৰি তেখেতে এনেবোৰ কাম কৰা নাছিল। তেখেতৰ ওপৰত ন্যস্ত দায়িত্ব তেখেতে অতি নিষ্ঠাৰে পালন কৰিছিল। গোৱালপাৰাত জৰীপ-বিষয়া হিচাপে তেখেতে যিখিনি কাম কৰিছিল, সেইখিনিয়ে গোৱালপৰীয়া প্ৰজাৰ পৰম উপকাৰ সাধন কৰিছিল

গোৱালপাৰাত সেই সময়ত জমিদাৰী প্ৰথা চলিছিল। ৰাজহৰ সম্পূৰ্ণ দায়িত্ব সেই সময়ত জমিদাৰৰ হাতত আছিল। ৰায়তৰপৰা নানা উপায়ে খাজনা আদায় কৰা হৈছিল। খাজনা দিব নোৱাৰা মানুহক উচ্ছেদ কৰিবৰ কাৰণে জমিদাৰসকলৰ 'লাঠিয়াল' আছিল। তদুপৰি জমিদাৰসকলৰ ঘৰত হোৱা পূজা, বিয়া আদি উৎসৱৰ কাৰণেও ৰায়তৰপৰা চান্দা আদায় কৰা হৈছিল। আনহাতে প্ৰজাসকলৰ ভূমিস্বত্বৰ কোনো উপযুক্ত নথি-পত্ৰ (Record) নাছিল। ভূমিস্বত্ব বিষয়টো সেই অঞ্চলত বৰ গণ্ডগোলীয়া আছিল। অসমৰ অন্য কেইখন জিলাৰ দৰে গোৱালপাৰা জিলাখন 'কেডেষ্ট্ৰেল'

অঞ্চল নাছিল, অৰ্থাৎ ৰায়তৰ ভূ-সম্পত্তিৰ মেপ নাছিল। মাটিৰ দাগ সুনিৰ্দিষ্ট নাছিল। কেৱল চাৰিহদ দিয়া আছিল। উদাহৰণ স্বৰূপে হৰিৰামৰ মাটিভৰাৰ সীমা এনেধৰণৰ—উঃ—বলিৰাম, দঃ—কালিৰাম, পূঃ—জালিৰাম, পঃ—মালিৰাম। অৰ্থাৎ হৰিৰামৰ মাটি ভৰাৰ উত্তৰে বলিৰাম, দক্ষিণে কালিৰাম, পূবে জালিৰাম আৰু পশ্চিমে মালিৰামৰ মাটি। নিৰ্দিষ্ট সীমাৰেখা নথকা কাৰণে এই পাঁচোজন ৰায়তৰ মাজত সীমালৈ কাজিয়া-পেচাল চলি থাকিছিল। ৰেকৰ্ড বা নথি-পত্ৰৰ অভাৱত মাটিৰ দাগ ঠিক কৰাও দুৰূহ আছিল। সীমাৰ মানুহ মৰিলে সেই নাম কাটি পৰৱৰ্তী দখলকাৰীৰ নাম লিখা নহৈছিল। ৰায়তৰ ভূ-সম্পত্তিৰ মেপ নথকা কাৰণেই মাটিৰ মালিকীস্বত্বলৈ ৰায়তৰ মাজত সততে কাজিয়া, কটা-মৰা আদি চলিছিল। এই বেমাজালিৰ কাৰণেই মেল-মোকৰ্দমাৰ সংখ্যাও সেই অঞ্চলত বৰ বেছি আছিল। আদালতত উকীল সকলে অনিৰ্দিষ্ট নথি-পত্ৰৰ ওপৰতে যুদ্ধ কৰি মৰিছিল (fighting with the shadow), ফলত মোক্কেল সৰ্বহাৰা হৈছিল।

এনেবোৰ কাৰণতে গোৱালপাৰাৰ ৰাইজৰ আৰ্থিক অৱস্থা বৰ দুঃখলগা আছিল। জৰীপ-বিষয়া হিচাবে মেধি ডাঙৰীয়াই গোৱালপাৰা নগৰ অঞ্চলত পোন প্ৰথমবাৰৰ বাবে জৰীপ কৰাই মেপ আৰু উপযুক্ত নথি-পত্ৰ প্ৰস্তুত কৰায়। জৰীপৰ পাছত নথি-পত্ৰ হোৱাত আগৰ চিৰকলীয়া বেমেজালিবোৰ ভালেখিনি দূৰ হৈছিল। ফলত ৰাইজে ভালেখিনি সকাহ পাইছিল। আগতে কোনো কালে জৰীপ নোহোৱা আৰু বেমেজালিপূৰ্ণ ভূমি আইন থকা এখন ঠাইত জৰীপ কৰাৰ দৰে গুৰু দায়িত্ব মেধি ডাঙৰীয়াই অতি সুচাৰুৰূপে সম্পন্ন কৰি ৰাইজৰ প্ৰশংসাৰ পাত্ৰ হৈছিল। এই বিষয়ত তেখেত আছিল বাট-কটীয়া। ইয়াৰ প্ৰায় ৩৭ বছৰ পাছতহে জিলাখনৰ আন আন অঞ্চলত বিধিবদ্ধ জৰীপৰ কাম আৰম্ভ কৰোৱা হয়। ১৯১৭ চনত মেধি ডাঙৰীয়াই যি কাম আৰম্ভ কৰি থৈ গৈছিল, সেই কাম গোটেই জিলালৈকে ব্যাপ্ত কৰাৰ ভাৰ পৰিছিল এই প্ৰবন্ধ লেখকৰ ওপৰতে। লেখকৰ তত্ত্বাৱধানত ১৯৫৪ চনত গোৱালপাৰাৰ সমগ্ৰ জিলাৰ জৰীপৰ কাম আৰম্ভ হয়। সেই কাম শেষ হয় সুদীৰ্ঘ সাত বছৰ পাছত, অৰ্থাৎ ১৯৬১ চনত। এই কথা কোৱা বাহুল্য যে জৰীপৰ কামৰ দায়িত্বত থকা বিষয়াৰ বাবে দুৰ্নীতিত প্ৰবৃত্ত হোৱাটো অতি সহজ। বহুতো প্ৰলোভনৰ সন্মুখীন হবলগীয়া হয়। আমি জনাত মেধি

ডাঙৰীয়াৰ ভেনেকুৱা প্ৰবৃত্তি নাছিল। তেখেতৰ ন্যায়নিষ্ঠতাৰ কাৰণে চৰকাৰ আৰু বাইজ উভয় পক্ষৰপৰাই তেখেতে সম্মান লাভ কৰিছিল।

১৯২৫ চনত মঙলদৈতো এই প্ৰবন্ধ লেখকে মেধি ডাঙৰীয়াৰ তলত কাম কৰাৰ সুযোগ পাইছিল। সেই সময়ত মেধি ডাঙৰীয়া মঙলদৈত মহকুমাধিপতি হিচাপে আৰু প্ৰবন্ধ লেখক চব-ডেপুটি কালেক্টৰ হিচাপে আছিল। মহকুমাধিপতিৰ পদত সেই সময়ত ভাৰতীয় লোক আঙুলিৰ মূৰত লেখিব পৰা বিধৰ আছিল, অসমীয়াৰতো কথাই নাই। এই পদ আছিল শ্বেতাঙ্গ আই. চি. এছ্. বিষয়াৰ বাবে। ব্ৰিটিশ চৰকাৰে মেধি ডাঙৰীয়াক কৰ্তব্য পৰায়ণতা আৰু বিচক্ষণতাৰ বাবেই অসম চিভিল ছাৰ্ভিচৰ বিষয়া হ'লেও মহকুমাধিপতি পদত মকৰল কৰিছিল। এই সময়তো মেধি ডাঙৰীয়াৰ ওপৰত এক গুৰু দায়িত্ব পৰে। সেই সময়ত মৈমনসিংহ জিলাৰপৰা অসংখ্য মানুহ মঙলদৈলৈ আহিবলৈ ধৰে। তাত তেতিয়া বহুতো জঙ্গলী চৰকাৰী মাটি আছিল। তেতিয়া নিয়ম আছিল যে মাটি যাৰ দখলত থাকিব তেৱেঁ পট্টা পাব। সেই বাবে মৈমনসিংহৰপৰা দলে দলে মানুহ আহি মঙলদৈত মাটি দখল কৰিবলৈ ধৰিলে। আৰু লাহে লাহে মাটিৰ পট্টাদাৰ হৈ পৰিল। আজি যি অসমীয়াই মাটিহীন বুলি আপত্তি কৰে তেওঁলোকেই তেতিয়াৰ দিনত পানীৰ মূল্যত সেই পমুৱাসকলক মাটি বেচিছিল। পাছলৈ তেওঁলোক হ'ল জমিদাৰ আৰু স্থানীয় মানুহবোৰ হ'ল আধি খোৱা প্ৰজা। সেই কালৰ চৰকাৰে ৰাজনৈতিক কাৰণতে হওক বা আন কাৰণতে হওক, বিদেশী, বিশেষকৈ মৈমনসিংহীয়া পমুৱা অসমলৈ অনাৰ পক্ষপাতী আছিল। সেই সুবিধাকে লৈ জমিদাৰৰ তলত যাতনা ভুগি থকা মানুহবিলাকে দলে দলে আহি অসমৰ নগাওঁ, দৰং, কামৰূপ, গোৱালপাৰা জিলাত ভৰি পৰিছিল। তেতিয়া 'লাইন' আদি কৰি সেই পমুৱাৰ সোঁত বন্ধ কৰিবলে চেষ্টা কৰা হৈছিল, কিন্তু বিশেষ ফল নহ'ল। তেতিয়া অসমৰ জনাবুজা আৰু উচ্চ চৰকাৰী চাকৰিয়াল ভালেমান লোকে চেষ্টা কৰিবলৈ ধৰিলে যাতে এই ন-পমুৱা সকলে অসমৰ স্থানীয় মানুহৰ লগত মিলি যায়। এই কাৰ্যতো মেধি ডাঙৰীয়াই সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ন-পমুৱাসকলে যাতে অসমীয়া ভাষা শিকে আৰু নিজকে অসমীয়া বুলি পৰিচয় দিয়ে তাৰ বাবে মেধি ডাঙৰীয়াই সদায় চেষ্টা কৰিছিল। মেধি ডাঙৰীয়াৰ দৰে কেইগৰাকীমান দূৰদৰ্শী অসমীয়া লোকৰ চেষ্টাৰ অবিহনে অসম দেশৰ অৱস্থা আজি কি হ'লহেতেন সন্দেহ। তেখেতসকলৰ চেষ্টাতে

সেই সময়ত অসমলৈ অহা পমুৱাসকলে অসমৰ মাটিক যিদৰে দুহাতেৰে আকোৱালি লৈছে, অসমীয়া ভাষাকো সেইদৰে বুকুৰ আপোন হিচাপে গ্ৰহণ কৰিছে।

সেই সময়ৰ ভাৰতীয় উচ্চ পদস্থ বিষয়াসকলৰ মাজত যিটো ভেম দেখা গৈছিল, সেইটো মেধি ডাঙৰীয়াৰ ক্ষেত্ৰত দেখা নগৈছিল। তলতীয়া কৰ্ম-চাৰীৰ বাবে তেখেত যেনে মৰমিয়াল আছিল, সাধাৰণ ৰাইজৰ বাবেও তেনে সহজে ওচৰ চাপিব পৰা বিধৰ আছিল। তেখেতক দেখা কৰিবলৈ যোৱা কোনো লোক বিমুখ হৈ আহিব লগা নহৈছিল। এই প্ৰবন্ধ লেখকে যেতিয়াই প্ৰশাসনীয় বিষয়-সংক্ৰান্ত কোনো সমস্যা মহকুমাধিপতি মেধি ডাঙৰীয়াৰ ওচৰলৈ লৈ গৈছিল, তেতিয়াই তেখেতে আগ্ৰহেৰে তাৰ সমাধানৰ উপায় দিছিল। সেই কালৰ উচ্চ পদস্থ বিষয়াৰ দৰে sanctified aloofness তেখেতৰ নাছিল। তেখেতৰ সহজ সৰল স্বভাৱৰ বাবেই মঙ্গলদৈত থকা কালত সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছিল।

গোৱালপাৰাত জৰীপ-বিষয়া হিচাপে থাকোঁতে মেধি ডাঙৰীয়াই ‘চেতনা'ত প্ৰবন্ধপাতি লিখি সাহিত্য-চৰ্চাৰ যি ধাৰা প্ৰবাহিত কৰিছিল, সেই ধাৰা চৰকাৰী কামৰ গুৰু দায়িত্বৰ কাৰণেই বোধকৰো কিছু ক্ষীণ হৈ পৰিছিল। চৰকাৰী কামৰ ব্যস্ততা আৰু তেখেতৰ ওচৰলৈ ৰাইজৰ অবাধ গতি হোৱা বাবেই সাহিত্য-সৃষ্টিৰ বাবে তেখেতৰ সময়ৰ কিছু নাটান হৈছিল। এই পৰিস্থিতিয়ে তেখেতৰ সাহিত্যানুৰাগ ব্যাহত কৰিব পৰা নাছিল, আৰু সেই বাবেই অৱসৰ গ্ৰহণৰ পাছত গুৱাহাটীৰ নিজা ঘৰত থাকি তেখেতে সাহিত্য-চৰ্চাত একাণপতীয়া ভাবে মনোনিৱেশ কৰিছিল। ‘অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ সুবৃহৎ পুথিখনিয়ে তেখেতৰ পাণ্ডিত্য, বিস্তৃত অধ্যয়ন আৰু সূক্ষ্ম পৰ্যবেক্ষণ শীলতাৰ সম্যক পৰিচয় দিয়ে।

# কালিৰাম মেধি ঃ জীৱন-পৰিচয়

শ্ৰীনন্দ তালুকদাৰ

ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধ কাল অসমৰ ভাষা-সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত এক অন্ধকাৰ যুগ। ঊনবিংশ শতিকাত জন্মলাভ কৰি অসমীয়া ভাষা সাহিত্যৰ অৱিহণা যোগোৱা মহান ব্যক্তিসকলৰ ভিতৰত কালিৰাম মেধি অন্যতম। ঊনবিংশ শতিকাৰ অসমৰ গাঁৱলীয়া সমাজ আৰু গাঁৱলীয়া জীৱন আৰু বেছি অন্ধকাৰময়। শিক্ষাৰ নামত একোখন প্ৰাথমিক বা উচ্চ প্ৰাথমিক বিদ্যালয়। খোজকাঢ়ি নাইবা নাৱেৰে বাহিৰ জগতৰ লগত সম্বন্ধ ৰখাৰ বাহিৰে উপায় নাছিল।

১৮৭৮ খ্ৰীঃৰ অক্টোবৰ মাহত ( কাতিমাহ ) উত্তৰ কামৰূপৰ হাজোৰ ওচৰৰ ৰামদিয়া গাঁৱত কালিৰাম মেধিৰ জন্ম। ৰামদিয়া এখন পিছপৰা গাওঁ। একশ বছৰ পূৰ্বে অসমৰ এনে এখন ভিতৰুৱা গাঁৱত জন্মলাভ কৰি কৰ্তব্যনিষ্ঠা আৰু অধ্যৱসায়ৰ গুণত কালিৰাম মেধি এগৰাকী সুদক্ষ প্ৰশাসক আৰু গৱেষক পণ্ডিত স্বৰূপে খ্যাতি অৰ্জন কৰিব পাৰিছিল।

কালিৰাম মেধিৰ পিতৃ ভূকলি মেধি আৰু মাক সোণতৰা। তেওঁলোকৰ পূৰ্বপুৰুষ সৰভোগ অঞ্চলৰ। পিছত ৰামদিয়াত বসতি কৰেহি।

মেধিৰ পৰিয়াল ৰামদিয়া গাঁৱৰ এটা ডাঙৰ পৰিয়াল। ধৰম মেধি, ভূকলি মেধি আৰু যজ্ঞৰাম মেধি তেওঁলোক তিনিজন ভাই-ককাই। অৱশ্যে তিনিওজন একেজন পিতৃৰে সন্তান নহয়, ভাই-ককাইৰ সন্তান। ধৰম মেধি তিনিওজনৰ ভিতৰতে ডাঙৰ, ঘৰখনৰ ভিতৰতো মুখিয়াল ; গাঁৱৰো এজন মুৰব্বী মানুহ। ভূকলি মেধি এজন সহজ সৰল গাঁৱলীয়া খেতিয়ক। ভূকলি মেধিৰ পুত্ৰ কালিৰাম, বলিৰাম, চেনীৰাম আৰু দীননাথ।

ৰামদিয়া গাঁৱত তিনিজন ভাই-ককাইৰ ল'ৰা-ছোৱালী, বনকৰা চাকৰ-নাকৰৰ সৈতে এখন ভৰপূৰ ঘৰ। থালি পাতি ভাত বাঢ়িব লাগে।

ৰামদিয়া গাঁৱত সত্ৰ কেবাখনো। বগৰীবাৰী সত্ৰ ৰামদিয়াৰ এখন উল্লেখযোগ্য সত্ৰ। তেওঁলোক বগৰীবাৰী সত্ৰৰে মেধি। বৰপেটা সত্ৰৰপৰা বন্তি আনি হেনো সত্ৰৰ থাই বন্তি জ্বলাইছিল। বগৰীবাৰী সত্ৰ আৰু সত্ৰীয়া

পৰিবেশে জনা-নজনা অৱস্থাবেপৰা কালিৰাম মেধিৰ ওপৰত প্ৰভাৱ পেলাইছিল। মেধিৰ ওপৰত প্ৰভাৱ পেলোৱা আন এজন লোক ৰামদিয়া গাৱঁৰে শেহৰাম আতৈ। শেহৰাম আতৈ সত্ৰৰ আতৈ।

কালিৰাম মেধিৰ প্ৰাথমিক শিক্ষা ৰামদিয়া গাৱঁৰে 'ছাত্ৰঘৰ'ত। ছাত্ৰঘৰ এখন উচ্চ প্ৰাইমাৰী স্কুল। সকতে মেধিৰ গাৰ বৰণ কলা। ঠিক দেখনিয়াৰ বুলিবও নোৱাৰি। কিন্তু সকবেপৰা তেওঁ পঢ়াত বৰ চোকা। শ্ৰেণীত মেধিৰ স্থান সদায় আগশাৰীত। গাৱঁৰ স্কুলৰ শেষ পৰীক্ষা দি মেধিয়ে ভাবিলে পঢ়া আৰু শেষ হ'ল। পিতৃ ভুকলি মেধিও তাতেই সন্তুষ্ট।

মেধিৰ উচ্চ শিক্ষাৰ বাট মোকোলাই দিলে আন এটি ঘটনাই। গাৱঁৰে মণ্ডল এজনে হেনো কিবা এটা বুধি কৰি ধৰম মেধিৰ মাটি এডোখৰ নিজৰ কৰিলে। এই কাৰ্যত ধৰম মেধি ক্ষুণ্ণ হ'ল। তেতিয়াই মণ্ডলক উদ্দেশ্য কৰি ধৰম মেধিয়ে কলে—"মণ্ডল, তই মোৰ মাটি ডোখৰ বুধি কৰি নিজৰ কৰিলি। তই মণ্ডলহে, দেখিবি মোৰ ল'ৰাক হাকিম কৰিহে এৰিম।"

ক্ৰোধত অগ্নিশৰ্মা হৈ ধৰম মেধিয়ে ঘৰলৈ গৈ বিচাৰিলে 'কালিয়া ক'ত ?' 'কালিয়া' সুকতে কালিৰাম মেধিৰ ঘৰত মতা নাম। কালিয়া তেতিয়া ঘৰত নাছিল। ঘৰৰপৰা আঁতৰৰ পামত গৰু নে ম'হ চৰাই আছিল। ধৰম মেধি একেকোবে গৈ পাম পালে।*

'তই ইয়াত গৰু চৰাইছ, পঢ়াশুনা কৰিব নালাগে' বুলি দিলে কালিয়াৰ গালত এটি পূৰ্ণহতীয়া চৰ। তাৰ পিছত জেঠায়েকে কালিয়াক ধৰি বান্ধি ঘৰলৈ লৈ আহিল। গুৱাহাটীলৈ আনি চৰকাৰী হাইস্কুলত নাম লগাই দিলে। সেয়া ১৮৯১ খ্ৰীষ্টাব্দৰ কথা। কালিৰাম মেধিৰ বয়স তেতিয়া বৰ কম।

ৰামদিয়া আৰু গুৱাহাটীৰ দূৰত্ব প্ৰায় কুৰি মাইল। সেই সময়ত খোজ কাঢ়ি অহাৰ বাহিৰে আৰু উপায় নাছিল। কালিৰাম মেধিয়ে খোজ কাঢ়ি চাউলে-পাতে ভাৰে-ভেটিয়ে অহাযোৱা কৰিয়ে গুৱাহাটী হাইস্কুলত পঢ়িছিল। টকোবাৰীত বাহা সাজি নিজে ৰান্ধি বাঢ়ি খাই তেওঁ স্কুলত পঢ়িছিল। ইতিমধ্যে তেওঁ প্ৰাথমিক স্কুলত বৃত্তি লাভ কৰিলে।

তেতিয়াৰ গুৱাহাটী চহৰখন পাণবজাৰ, ফাঁচীবজাৰ আৰু উজান

* শ্ৰীতালুকদাৰৰ বৰ্ণনাৰ এইখিনি কথাৰ লগত শ্ৰীক্ষিতীশ চন্দ্ৰ মেধিৰ বৰ্ণনাৰ কিছু পাৰ্থক্য আছে ; পৃঃ ৪০ দ্ৰঃ—সম্পাদক

বজাৰতে এক প্ৰকাৰ সীমাৱদ্ধ আছিল। সেই সময়ৰ গুৱাহাটীৰ ঘাই আকৰ্ষণ ব্ৰহ্মপুত্ৰৰ পাৰৰ জাহাজ ঘাট। ব্ৰহ্মপুত্ৰ নদ খনেই বহিৰ্জগতৰ লগত সম্বন্ধ স্থাপনৰ একমাত্ৰ পথ। জাহাজেই প্ৰধান সম্বল।

১৮৯৭ খ্ৰীষ্টাব্দত কালিৰাম মেধিয়ে গুৱাহাটী চৰকাৰী হাইস্কুলৰপৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। এণ্ট্ৰেন্স পৰীক্ষাত তেওঁ সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰিছিল। সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰা বাবে তেওঁ দুটা ৰূপৰ পদক লাভ কৰিছিল। পদক দুটাৰ এটা হেমচন্দ্ৰ বৰুৱা পদক আৰু আনটো হেমধৰ বৰুৱা পদক। সেইবছৰতে গুৱাহাটী চৰকাৰী হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা সহপাঠীসকলৰ ভিতৰত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা সতীশচন্দ্ৰ দাসগুপ্ত, জ্ঞানৰঞ্জন লাহিড়ী, দ্বিজেন্দ্ৰমোহন সেনগুপ্ত, দ্বিতীয় বিভাগত জগন্নাথ বুজৰবৰুৱা, দানপতি দাস, পৰমানন্দ চৌধুৰী, সভাৰাম দাস (চৌধুৰী), সুৰেন্দ্ৰনাথ পাল আৰু তৃতীয় বিভাগত ৰাখালচন্দ্ৰ সেন। কালিৰাম মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত কুৰিটকীয়া বৃত্তি লাভ কৰিছিল।

কালিৰাম মেধিয়ে সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাত পিতৃ ভূকলি মেধি আৰু মাক সোণভৰাতকৈও বেছি আনন্দ পাইছিল জেঠাক ধৰম মেধিয়ে। ধৰম মেধিৰ ভতিজাকৰ ওপৰত পৰম আস্থা। এদিন ভাল দিনবাৰ চাই বগৰীবাৰী সত্ৰত সেৱা এটি কৰি ধৰম মেধিয়ে ভতিজাকক কলিকতা অভিমুখী জাহাজত উচ্চ শিক্ষাৰ বাবে পঠিয়াই দিলে। গুৱাহাটীৰ পৰা গোৱালগুৱাটলৈ জাহাজেৰে আৰু গোৱালগুৰপৰা কলিকতালৈ ৰেল গাড়ীৰে যাব লাগে। জাহাজৰ ভাড়া তৃতীয় শ্ৰেণীত ১০ টকা ২ অনা আৰু খোৱা খৰচ প্ৰতিদিনে ২ টকা। গুৱাহাটীৰপৰা কলিকতা পাবলৈ তিনিদিন লাগিছিল।

১৮৯৭ খ্ৰীষ্টাব্দৰ জুন মাহত অসমত প্ৰলয়ঙ্কাৰী ভূঁইকঁপ হয়। এই ভূঁইকঁপে অসমৰ বহুতো ক্ষতি কৰে।

মেধিয়ে কলিকতাত চিটি কলেজৰ এফ.এ. শ্ৰেণীত ভৰ্ত্তি হৈছিল। অসমৰ বহুতো ছাত্ৰই চিটি কলেজত পঢ়িছিল। চিটি কলেজত পঢ়াৰ প্ৰধান কাৰণ তাৰ মাহিলি মাচুল তিনি টকা। আনহাতে প্ৰেচিডেন্সি কলেজৰ ১২ টকা আৰু চেণ্ট জেভিয়াৰ কলেজৰ ৬ টকা। মেধি আৰু সভাৰাম চৌধুৰী দুয়ো স্কুলত পঢ়া দিনৰেপৰা অন্তৰঙ্গ বন্ধু। দুয়ো ১০৭ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ টা

বঙালী দ'বাৰ মেছত বাস কৰিছিল। ৮ নং পটল ডাঙ্গা ষ্ট্ৰীটত এটা ঘৰ ভাড়ালৈ লৈ অসমীয়া সবাই মেছ পাতিছিল। ৰাধানাথ ফুকন, বিষ্ণুপ্ৰসাদ দুৱৰা, লক্ষীনাথ শৰ্ম্মা, কমল বৰুৱা, চন্দ্ৰেশ্বৰ চলিহা, জগন্নাথ বুজৰবৰুৱা প্ৰভৃতি উক্ত মেছৰ বাসিন্দা। ডাক্তৰ হৰেকৃষ্ণ দাস, তৰুণৰাম ফুকন, নবীন-চন্দ্ৰ বৰদলৈ, যোগেন্দ্ৰনাথ বৰুৱা, কমলচন্দ্ৰ কাকতী প্ৰভৃতি কলিকতাৰ কলেজৰ ছাত্ৰ। হৰেকৃষ্ণ দাসে মেডিকেল কলেজত পঢ়িছিল। চিটি কলেজৰ পৰাই ১৮৯৯ খ্ৰীঃত কালিৰাম মেধিয়ে প্ৰথম বিভাগত এফ.এ. পৰীক্ষাত উত্তীৰ্ণ হয়।

চিটি কলেজখন পুৰণি কলেজ নহয়। ১৮৮১ খ্ৰীঃতহে এফ.-এ. শ্ৰেণী খোলা হয়। প্ৰেচিডেন্সি কলেজহে পুৰণি কলেজ। ১৮১৭ খ্ৰীঃত প্ৰথমতে কলিকতাত হিন্দু কলেজ স্থাপন কৰা হয়। ১৮৫৫ খ্ৰীঃৰপৰা হিন্দু কলেজেই প্ৰেচিডেন্সি কলেজলৈ ৰূপান্তৰিত হয়।

মেধি চিটি কলেজত পঢ়া সময়ত কলেজৰ অধ্যক্ষ উমাচৰণ দত্ত। চিটি কলেজতে মেধিয়ে পুনৰ বি.এ. পঢ়িলে। তেতিয়াৰ দিনত বি.এ. গ্ৰুপ—এ আৰু গ্ৰুপ—বি। ইংৰাজী দুয়োটা বিভাগৰে বাধ্যতামূলক বিষয়। মেধিয়ে বি.এ. গ্ৰুপ—বি লৈ পঢ়িছিল। ইংৰাজীৰ উপৰিও তেওঁৰ বিষয় অঙ্ক আৰু পদাৰ্থ আৰু ৰসায়ন বিষয়ত অনাৰ্ছ। তেতিয়াৰ দিনত পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন এটা বিষয়। ১৯০২ খ্ৰীঃত চিটি কলেজৰ পৰাই পদাৰ্থ বিজ্ঞান আৰু ৰসায়নত দ্বিতীয় বিভাগৰ অনাৰ্ছ লৈ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। সেই সময়ত অকল এম.এ. পৰীক্ষাতহে শ্ৰেণী (class) কোৱা হৈছিল। বি.এ. অনাৰ্ছত এণ্ট্ৰেন্স আৰু এফ. এ.ৰ দৰে বিভাগ (Division) কোৱা হৈছিল। সেই বছৰ পদাৰ্থ বিজ্ঞান আৰু ৰসায়নত কোনো ছাত্ৰই প্ৰথম শ্ৰেণী লাভ কৰা নাছিল। উত্তীৰ্ণ হোৱা পাঁচজন ছাত্ৰই দ্বিতীয় বিভাগৰ। মেধিৰ স্থান দ্বিতীয় বিভাগত চতুৰ্থ। অনাৰ্ছ লাভ কৰাৰ উপৰিও মেধিয়ে বি. এ. পৰীক্ষাত বিষ্ণুপ্ৰিয়া দেৱী পুৰস্কাৰ লাভ কৰিছিল। বি. এ. পৰীক্ষাত সৰ্বোচ্চ নম্বৰ লাভ কৰি উত্তীৰ্ণ হোৱা ছাত্ৰক 'বিষ্ণুপ্ৰিয়া দেৱী বঁটা' প্ৰদান কৰা হৈছিল।

গুণাভিৰাম বৰুৱাই তেওঁৰ অকালতে প্ৰাণ হেৰুৱা পত্নী বিষ্ণুপ্ৰিয়া দেৱীৰ স্মৃতিত কলিকতা বিশ্ববিদ্যালয়ৰ জৰিয়তে এই পুৰস্কাৰ প্ৰদান কৰিছিল। ১৯০২ খ্ৰীষ্টাব্দলৈকে বি. এ. পৰীক্ষাত অনাৰ্ছ লাভ কৰা ছাত্ৰ মাত্ৰ চাৰিজন— গোপীনাথ বৰদলৈ (ইংৰাজী, ১৮৮৬), গুণানন বৰুৱা (Mental and

Moral Science, ১৮৮৭ ), লক্ষ্মীনাথ শৰ্মা ( সংস্কৃত, ১৮৯৭ ) আৰু কালিৰাম মেধি ( ১৯০২ )। আটাই কেইজন দ্বিতীয় বিভাগৰ।

মেধিয়ে পুনৰ পদাৰ্থ বিজ্ঞানত এম. এ. পঢ়িলে কলিকতা প্ৰেচিডেন্সি কলেজত। মেধিয়ে এম. এ. শ্ৰেণীত দুবছৰ পঢ়া নাই, এবছৰ পঢ়িয়ে ১৯০৩ খ্ৰীঃত এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। অনাৰ্ছ লৈ উত্তীৰ্ণ হোৱা ছাত্ৰই সেই সময়ত এবছৰ পিছতে এম. এ. পৰীক্ষা দিব পাৰিছিল। কিন্তু নিয়মীয়াভাৱে নহয়, প্ৰাইভেটকৈহে। এম.এ. পৰীক্ষাত মেধিৰ স্থান দ্বিতীয় শ্ৰেণীত চতুৰ্থ। এম. এ. পৰীক্ষাত এজন ছাত্ৰই প্ৰথম স্থান লাভ কৰিছিল। এম. এ. ডিগ্ৰী লাভ কৰা অসমীয়া ছাত্ৰৰ ভিতৰত মেধি তৃতীয়। প্ৰথম ৰাধানাথ ফুকন ( ১৮৯৭, পদাৰ্থ বিজ্ঞান ), দ্বিতীয় অন্নদাচৰণ ভট্টাচাৰ্য (১৮৯৯, Mental and Moral Science ), তৃতীয় মেধি।

মেধি কলিকতাত উচ্চ শিক্ষা লাভ কৰা কালছোৱাত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ বেলি লহিয়াইছে। জোনাকী আৰু বিজুলী অস্তমিত। অৱশ্যে তেওঁলোক কলিকতাত পঢ়ি থকা সময়তে সত্যনাথ বৰাৰ সম্পাদনাত দ্বিতীয় খণ্ড জোনাকী গুৱাহাটীৰপৰা ১৯০২ খ্ৰীঃত পুনৰ প্ৰকাশ হৈছিল। স্কুলত পঢ়াৰ সময়ত, তেওঁ পঢ়াৰ বাহিৰে আন বিষয়ত বিশেষ একো ভূমিকা লোৱা নাছিল। তেতিয়াৰ মেধি পাঠ্যপুথিৰ মাজত মূৰ গুঁজি থকা এজন মেধাবী ছাত্ৰ আছিল। অধ্যয়নৰ বাহিৰে আন কথাত মনোযোগ দিবলৈ ভাল নেপাইছিল।

এম. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কালিৰাম মেধি সৰহদিন ঘৰত বহি থাকিব লগা নহল। সেই কালত শিক্ষিত লোকৰ সংখ্যা সৰহ নহয়; সেই অনুপাতে চাকৰিৰ সংখ্যাও কম। চাকৰিৰ সংখ্যা সৰহ নহলেও বি. এ. পাছ কৰি ডাঙৰ মানুহৰ দুই এখন চাৰ্টিফিকেট সংগ্ৰহ কৰিব পাৰিলে মাটি-হাকিম ( এছ.ডি.চি. ) চাকৰি পোৱা যায়। উচ্চ বংশ আৰু সম্ভ্ৰান্ত পৰিয়ালৰ হলে ই. এ. চি. পদো লাভ কৰিব পাৰিছিল। উচ্চ বংশ আৰু সম্ভ্ৰান্ত পৰিয়ালৰ প্ৰতি ইংৰাজ শাসকসকল সজাগ। আজিকালিৰ দৰে মেধা ( Merit ) ৰ ওপৰত সিমান গুৰুত্ব দিয়া নহৈছিল। শাসক হিচাপে ইংৰাজসকল শ্ৰেণী সচেতন।

কালিৰাম মেধি সত্ৰীয়া উচ্চ বংশজাত হলেও আৰ্থিকভাৱে সচ্ছল নাছিল। পিতৃ ভুকলি মেধি সাধাৰণ খেতিয়ক, এজন সহজ সৰল গাঁৱলীয়া লোক। সেইবাবে বোধহয় মেধাৱী ছাত্ৰ হৈও মেধিৰ ভাগ্যত ই.এ.চি. চাকৰি

সিমিলিল। ১৯০৪ খ্ৰীঃৰ ২৪ এপ্ৰিলত গুৱাহাটীৰ ছেটল্‌মেণ্ট কেম্পত মাটি-হাকিম (এছ. ডি. চি.) হিচাপে যোগদান কৰিছিল। শক্তিকে গাওঁৰ মণ্ডলৰ ওপৰত খং কৰি ধৰম মেধিয়ে নিজৰ ল'ৰাক হাকিম কৰিবলৈ সিদিনা যি ধৰ্ম-প্ৰতিজ্ঞা কৰিছিল কালিৰাম মেধি হাকিম হৈ এতিয়া তাক পূৰ্ণ কৰিলে। মেধিৰ কেইবছৰমান পূৰ্বে দক্ষিণ কামৰূপৰ ভাৰতচন্দ্ৰ দাস মাটি-হাকিম (১৮৯৯) নিযুক্ত হয়। ব্ৰহ্মপুত্ৰৰ দুইপাৰে এই দুজন হাকিম জনসাধাৰণৰ মাজত জনাজাত হৈ পৰিছিল।

প্ৰশিক্ষণৰ অন্তত মেধিৰ কৰ্মস্থান নগাওঁ। ১৯০৪ খ্ৰীষ্টাব্দৰ ১৩ আগষ্টত তেওঁ প্ৰবেচনাৰী মাটি-হাকিম স্বৰূপে যোগদান কৰিছিল। নগাওঁৰ পিছত তেওঁ বিং চৰ্কোলত কিছুদিন মাটি-হাকিম স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল (১৯০৮ খ্ৰীঃ ১ অক্টোবৰ)।

নগাওঁত থাকোঁতে মেধিয়ে বৰপেটাৰ বলোৰাম দাস আৰু হালধীপ্ৰিয়াৰ কন্যা মোক্ষদা দাসক বিয়া কৰাইছিল। মোক্ষদা মেধিৰ দ্বিতীয়া পত্নী। কলেজত পঢ়ি থকা সময়তে গাৱঁৰে ছোৱালী এজনী মেধিয়ে প্ৰথমতে বিয়া কৰাইছিল। মেধি কলেজত পঢ়ি থাকোঁতে ঘৰৰ আন ল'ৰাৰ বিয়া পাতিব লগা হ'ল। কিন্তু কালিৰাম মেধি ঘৰখনৰ ডাঙৰ ল'ৰা। এতিয়া ডাঙৰ ল'ৰাৰ বিয়া নপতাকৈ সৰু ভায়েকসকলৰ বিয়া পাতে কেনেকৈ? জেঠাক ধৰম মেধিয়ে ঠিক কৰিলে প্ৰথমতে কালিৰাম মেধিৰ বিয়া পাতিব। বন্ধত ঘৰলৈ আহোঁতে জেঠাকে ধৰি মেলি গাৱঁৰে এজনী অকুমাৰী ছোৱালীৰ লগত বিয়া পাতি দিলে। শান্তি বিয়া কৰাই ঘৰলৈ অনাৰ পূৰ্বে ছোৱালীজনীৰ মৃত্যু হয়।

নগাওঁত চাকৰি কৰি থকা সময়তে কমলাকান্ত বৰুৱা, দেৱানন্দ ভ'ৰালী, শৰৎচন্দ্ৰ গোস্বামী, ধনাই বৰা প্ৰভৃতি সাহিত্যানুৰাগী চাকৰিয়ালসকলক লগ পাইছিল। এই সাহিত্যানুৰাগী চাকৰিয়ালসকলৰ উদ্যোগত নগাওঁত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' এখন স্থাপন কৰা হৈছিল।

নগাওঁত থকা সময়ত নিশা হলে চোতালত চকী-মেজ পাৰি লৈ আকাশলৈ চাই থাকে। এনেদৰে চাই থাকোঁতে কেতিয়াবা নিশা ভালেমান হয়হি। তেওঁৰ 'হেলীৰ নেজাল তৰা' শীৰ্ষক প্ৰবন্ধটো নগাওঁতে ৰচনা কৰা।

ডিব্ৰুগড় মেধিৰ পৰৱৰ্তী কৰ্মক্ষেত্ৰ। ১৯১০ খ্ৰীঃৰ ২৩ মেইৰপৰা ডিব্ৰুগড়ত কাম কৰিছিল আৰু ইয়াতে পদোন্নতি লাভ কৰি ই. এ. চি. পদ লাভ কৰিছিল।

মেধি নগাঁওত থকা সময়তে তাৰানাথ চক্ৰৱৰ্তীৰ সম্পাদনাত 'আসাম বান্ধৱ' নামৰ এখন আলোচনী প্ৰকাশ হয়। পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী আসাম বান্ধৱৰ সহকাৰী সম্পাদক। প্ৰথম বছৰৰ পৰাই আসাম বান্ধৱত মেধিৰ ভালেমান তত্ত্বগৰ্ভধুৰ প্ৰবন্ধ প্ৰকাশ হয়। পিছত আসাম বান্ধৱৰ প্ৰকাশৰ ক্ষেত্ৰত কিছু আহুকালে দেখা দিলে। তেতিয়া আসাম বান্ধৱৰ দায়িত্ব গ্ৰহণ কৰিলে ডিব্ৰুগড়ত থকা ডাক্তৰ হৰিকৃষ্ণ দাস, কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, ৰায়চাহাব গঙ্গাৰাম চৌধুৰী প্ৰভৃতিয়ে। সেই সময়ত 'আসাম বান্ধৱ' প্ৰকাশো হৈছিল ডিব্ৰুগড়ৰপৰা।

মেধিয়ে ডিব্ৰুগড়ৰপৰা তুৰালৈ ই.এ.চি. স্বৰূপে বদলি হৈ যায়। সেই সময়ত তুৰালৈ যোৱা পথ দুৰ্গম। গোৱালপাৰাৰপৰা ধৌমাৰীলৈ জাহাজেৰে যাব লাগে। ধৌমাৰীৰপৰা তুৰালৈ যোৱা বাহন গৰুগাড়ী। মেধিয়ে তুৰাত গাৰো ভাষা শিকিছিল। অকল শিকাই নহয় গাৰো ভাষাৰ এটা পৰীক্ষা দি কৃতিত্বেৰে উত্তীৰ্ণ হোৱা বাবে এহেজাৰ টকা গৱৰ্ণমেণ্টৰপৰা পুৰস্কাৰ লাভ কৰিছিল। তেওঁৰ প্ৰথম প্ৰকাশিত পুথি 'প্ৰহ্লাদ চৰিত্ৰ' (সম্পাদিত) প্ৰকাশ হয় তুৰাৰপৰাই (১৯১৩ খ্ৰীঃ)। তুৰাৰ পাছত মেধিৰ কৰ্মস্থান গোলাঘাট। গোলাঘাটত প্ৰথম নিশাই তেওঁৰ ঘৰত চুৰি হয়। পাছত তেওঁৰ পাগুৰি এটাৰ চুকত লিখা K. Medhiৰ পম খেদি চোৰ ধৰা হয়। গোলাঘাটত থকা সময়ত ৰামদিয়াৰ ঘৰত পিতৃ ভূকলি মেধিৰ মৃত্যু হয় (১৯১৪)। পিতৃৰ শ্ৰাদ্ধত তেওঁ ওজাপালি ভাওনা কৰিছিল।

চৰকাৰী বিষয়া স্বৰূপে মেধিয়ে সৰহ দিন কাম কৰিছিল গোৱালপাৰা আৰু মঙ্গলদৈত। দুয়োখন ঠাইতে তেওঁ দুবাৰ কৈ কাম কৰিছিল। মেধিৰ কাৰ্যকাল গোৱালপাৰাতেই সৰহ দিন। প্ৰথমবাৰ বিভিন্ন দায়িত্বত ১৯১৪ খ্ৰীঃৰ পৰা ১৯২৪ খ্ৰীঃলৈ দহ বছৰকাল আৰু দ্বিতীয় বাৰ ১৯৩০ খ্ৰীঃৰ পৰা ১৯৩৪ খ্ৰীঃলৈ। ১৯১৪ খ্ৰীঃৰ ২৫ অক্টোবৰত তেওঁ ই.এ.চি. স্বৰূপে যোগদান কৰিলে যদিও প্ৰধানকৈ তেওঁৰ ওপৰত দায়িত্ব পৰিল হাবৰাঘাট পৰগণা আৰু গোৱালপাৰা চহৰৰ মাটি-বন্দোবস্তীৰ ( Settlement ) কামৰ। জমিদাৰী মাটিৰ কোনে কিমান খাইছিল তাৰ হিচাপ নাছিল। মেধিয়ে নিজে তদন্ত

কৰি এনেবোৰ গোলমলীয়া মাটিৰ সঠিক খাজনা নিৰ্ণয় কৰিছিল। গোৱাল-পাৰা চহৰখনো নতুনকৈ বন্দোবস্তী কৰিছিল। মেধিয়ে বিজনী ৰাজ্যৰ হাৱৰা-ঘাট পৰগনাৰ ছেটেলমেণ্টৰ কাম কৰা সময়তে এবাৰ ৰাণী অভয়েশ্বৰীক দেখা কৰিব লগা হয়। ৰাণীমাক দেখা কৰা নীতি-নিয়ম আছে। এখন লোহাৰ চিক দিয়া পৰ্দা। পৰ্দাৰ সিপাৰে ৰাণীমা আৰু ইপাৰে মেধি। মেধিয়ে কব লগা কথাখিনি ৰাণীমাক উদ্দেশ্য কৰি কয়; আৰু ৰাণীমাই দিব লগা উত্তৰ পৰ্দাৰ সিপাৰৰপৰা এজন বিষয়াৰ মুখেৰে কৈ পঠিয়ায়।

মেছপাৰা গোৱালপাৰা জিলাৰ প্ৰখ্যাত জমিদাৰী। লক্ষীপুৰ মেছপাৰাৰ ৰাজধানী। দুৰ্গেশ্বৰ শৰ্মাই কিছুদিন মেছপাৰা জমিদাৰীত মেনেজাৰ স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। মেছপাৰা জমিদাৰীৰ মাটি বন্দোবস্তীতো বহুতো অসোঁৱাহ আছিল। সেইবোৰ আঁতৰ কৰিবৰ বাবে কালিৰাম মেধিক নিযুক্ত কৰিলে। মেধিয়ে মেছপাৰা জমিদাৰীৰ নাচিনীপাৰা ডিহি আৰু জয়পুৰ ডিহিৰ মাটিৰ বন্দোবস্তীৰ কাম কৰিছিল।

লক্ষীপুৰত দুৰ্গেশ্বৰ শৰ্মা, কালিৰাম মেধি আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰী লগ হৈ নানান সাহিত্যৰ আলোচনা কৰিছিল। ৰাজবাৰীৰ সমুখতে আছিল এটা চ'ৰাঘৰ (Out house); সেইটোৱে আছিল তিনিওজন লগহৈ আলোচনা কৰাৰ কেন্দ্ৰস্থল।

গোৱালপাৰাত মহকুমাধিপতি স্বৰূপে কাৰ্যনিৰ্বাহ কৰা কালছোৱাত তেওঁ কাম কৰিছিল হুলুকন্দা পাহাৰৰ ওপৰৰ চৰকাৰী বঙলাত। মহকুমাধিপতি স্বৰূপে তেওঁ দুবাৰ কাৰ্যনিৰ্বাহ কৰিছিল। শেষৰবাৰ গোৱালপাৰাত মহকুমাধিপতি স্বৰূপে কাম কৰা সময়তে মেধি গোৱালপাৰা জিলাৰ অস্থায়ী ভাৱে উপায়ুক্ত নিযুক্ত হয়।

গোৱালপাৰাৰ পিছতে মেধিৰ দ্বিতীয় প্ৰধান কৰ্মক্ষেত্ৰ মঙলদৈ। মঙলদৈত মেধিয়ে প্ৰথমবাৰ ১৯২৬ খৃঃৰ ৭ আগষ্টৰ পৰা ১৯৩১ খ্ৰীঃৰ এপ্ৰিললৈকে আৰু দ্বিতীয়বাৰ ১৯৩৪ খ্ৰীঃৰ ১৬ মাৰ্চৰপৰা ১৯৩৬ খ্ৰীঃৰ অৱসৰ গ্ৰহণ কৰা-লৈকে। মঙলদৈৰপৰাই গৈ তেওঁ নগাওঁতো অস্থায়ী উপায়ুক্ত স্বৰূপে কাৰ্য নিৰ্বাহ কৰিব লগা হৈছিল।

গোৱালপাৰা মঙলদৈত কাম কৰা সময়ত তেওঁৰ কৰ্মক্ষেত্ৰ কেৱল চৰকাৰী ফাইলৰ মাজতে সীমাবদ্ধ নাছিল। চৰকাৰী কামত মফঃস্বললৈ গৈও তেওঁ কলা-কৃষ্টি সাহিত্যৰ কামত মনঃপুতি লাগিছিল। গাঁৱৰ মানুহবপৰা

সাহিত্যৰ সমল সংগ্ৰহ কৰা, পুথি-পাঁজি সংগ্ৰহ কৰা কাম তেওঁ প্ৰায় কৰিছিল। সেই সময়ত মহকুমা একোটাত চৰকাৰী বিষয়া দুজন—এজন মহকুমাধিপতি আৰু এজন ই. এ. চি. বা মুন্সিফ। মফঃস্বললৈ যাবলৈ যাতায়তৰ প্ৰধান অসুবিধা। যাতায়তৰ অসুবিধাৰ বাবে ওলালেই বাহি কটাব লগা হয়। তেনে এক প্ৰতিকূল পৰিবেশৰ মাজতো মেধিয়ে নিয়াৰিকৈ কাম কৰি নিজৰ দক্ষতা দেখুৱাব পাৰিছিল। এই কৰ্মব্যস্ততাৰ মাজতে ক'ৰবাত এখন প্ৰাচীন পুথিৰ সন্ধান পালেই নিজৰ গাঁঠিৰ ধন ভাঙিও সংগ্ৰহ কৰিছিল। আনকি আদালতত বিচাৰ কৰি থাকোঁতে সাক্ষী-বাদীৰ মুখত কিবা নতুন ধৰণৰ শব্দ পালেই লগে লগে ড্ৰয়াৰত থকা নোট বুকখন উলিয়াই টুকি লয়।

মেধি মানুহজন বৰ সহজ-সৰল অথচ গহীন-গম্ভীৰ। তেওঁক গোৱালপাৰা আৰু মঙলদৈত সকলোৱে সন্মান কৰিছিল। গোৱালপাৰাত অসমীয়া মানুহখিনিক একগোট কৰাতো মেধিৰ বৰঙণি কম নহয়। অসমীয়া মানুহ খিনিক একগোট কৰিবলৈ তেওঁ অসমীয়া অভিনয়ৰ আয়োজন কৰিছিল।

মেজিষ্ট্ৰেট হিচাপে মেধি এজন ন্যায় বিচাৰক। মেধিৰ হাতত প্ৰকৃত দোষী সাৰি যাব নোৱাৰিছিল। বহু সময়ত পুলিচে ধৰি বান্ধি খুওতাই দিয়া কেছ একোটা সাধাৰণ খুঁত উলিয়াই নাইবা 'বেনিফিট অৱ ডাউট'ত হাকিমে খালাচ দিয়ে। কিন্তু পুলিচে ধৰি বান্ধি দিয়া প্ৰকৃত দোষী কালিৰাম মেধিৰ হাতত সাৰি যাব নোৱাৰিছিল। সেইবাবে তৰুৰাম ফুকনৰ নিচিনা অভিজ্ঞ আইন ব্যৱসায়ীয়েও কব লগা হৈছিল,—"মই অইন হাকিম হলে পাৰিলোঁ-হেঁতেন, কিন্তু মেধি হাকিমক নোৱাৰিম।" আৰু ইয়াৰ বাবে মেধি আছিল পুলিচ বিভাগৰ মানুহৰ প্ৰিয়পাত্ৰ। প্ৰকৃত দোষীৰ শাস্তি হবই।

অৱসৰ গ্ৰহণ কৰাৰ পাছত মেধি পুনৰ দুবছৰ কাল স্পেচিয়েল মেজিষ্ট্ৰেট স্বৰূপে কাম কৰিছিল (১৯৩৬-৩৮)। Special Officer, War Risk Insurance—কালিৰাম মেধিৰ জীৱনৰ শেষ চাকৰি। ১৯৪৬ খ্ৰীঃলৈকে মেধিয়ে উক্ত দায়িত্ব বহন কৰি অসমৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিব লগা হৈছিল।

কালিৰাম মেধিৰ কৰ্মক্ষেত্ৰ অকল চৰকাৰী কাইলৰ মাজতে সীমাবদ্ধ নহয়। নানান ৰাজহুৱা জীৱনৰ লগতো মেধি জড়িত। অসম সাহিত্য সভাৰ দ্বিতীয় অধিবেশন ১৯১৮ খ্ৰীঃৰ ২৭ ডিচেম্বৰৰপৰা গোৱালপাৰাত অনুষ্ঠিত হয়। অভ্যৰ্থনা সমিতিৰ প্ৰধান উপদেষ্টা আছিল দুৰ্গেশ্বৰ শৰ্মা আৰু কালিৰাম মেধি। দুয়ো তেতিয়া মেছপাৰা জমিদাৰীৰ লক্ষীপুৰত। সাহিত্য সভাৰ দশম

অধিবেশন ১৯২৭ খ্ৰীঃৰ ৮ অক্টোবৰৰপৰা ভকণৰাম ফুকনৰ সভাপতিত্বত গোৱাল-পাৰাতে অনুষ্ঠিত হয়। গোৱালপাৰা অধিবেশনৰ দ্বিতীয় দিনা কালিৰাম মেধিৰ সভাপতিত্বত ভাষাতত্ত্ব শাখা আৰু দুৰ্গেশ্বৰ শৰ্মাৰ সভাপতিত্বত ইতিহাস শাখা অনুষ্ঠিত হোৱা কথা আছিল। ইয়াৰ বাবে দুয়োজনে দুখন অভিভাষণো প্ৰস্তুত কৰি আনিছিল। কিন্তু সিদিনা সভাৰ মূল মণ্ডপতে দিনৰ ১২ বজালৈকে গোৱালপাৰাৰ প্ৰজাসকলৰ এখন সাধাৰণ সভা বহিছিল। ইয়াৰ বাবে ভাষা-তত্ত্ব আৰু ইতিহাস শাখাৰ সভা পাতিব পৰা নহ'ল। ইপিনে শৰ্মা আৰু মেধি বৈ থাকিব নোৱাৰি নিজ নিজ কৰ্মক্ষেত্ৰলৈ উভতিব লগা হ'ল। ফলত দুয়োখন সভাই বাদ পৰিল।

১৯৩৪ খ্ৰীঃৰ ডিচেম্বৰ মাহত মঙলদৈত আনন্দচন্দ্ৰ আগৰৱালাৰ পৌৰো-হিত্যত পঞ্চদশ সন্মিলন বহিছিল। মঙলদৈলৈ সভা নিমন্ত্ৰণ কৰাৰ মূলতেও মেধি। অভ্যৰ্থনা সমিতিক মেধিয়ে নানা ভাবে সহায় কৰিছিল। মেধি সেই সময়ত মঙলদৈৰ মহকুমাধিপতি।

১৯১৯ খ্ৰীঃৰ ২৬ ডিচেম্বৰৰপৰা বৰপেটাত সাহিত্য সভাৰ তৃতীয় অধিবেশন বহিছিল। তৃতীয় অধিবেশনত সভাপতিত্ব কৰিছিল কালিৰাম মেধিয়ে। নখন্দা নৈৰ পাৰত সজা সাহিত্য মণ্ডপখন সজা হৈছিল কীৰ্তন ঘৰৰ ৰৰ ৰৰ চন্দ্ৰতাপেৰে। প্ৰতিনিধি থাকিবলৈ নখন্দাৰ পাৰতে সজা হৈছিল শাৰী শাৰী বাহৰ। মেধিৰ সভাপতিৰ অভিভাষণখন আছিল হাতে লিখা। বৰপেটা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ৰামপ্ৰসাদ দাস।

চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰাৰ পাছত মেধি কামৰূপ অনুসন্ধান সমিতিৰ লগতো জড়িত হৈ পৰে।

অনুসন্ধান সমিতিৰ কাৰ্যনিৰ্বাহকৰ সদস্য হিচাপে পৰীক্ষক আদি নানান দায়িত্ব বহন কৰি শেষত সভাপতি ৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। সংগ্ৰহালয় সমিতিৰো সভাপতিৰ দায়িত্ব বহন কৰিছিল মেধিয়ে। শেষ জীৱনত মেধিয়ে অনুসন্ধান সমিতি আৰু সমিতিৰ মুখপত্ৰ 'The Journal of the Assam Research Society'ৰ লগত নিড়িৰভাৱে জড়িত হৈ পৰিছিল।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্মতিথি উপলক্ষে বৰপেটা সত্ৰত পাঁচদিনীয়া কাৰ্যসূচীৰে উছৱ পালন কৰা হৈছিল। উছৱৰ চতুৰ্থ দিনাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ কলা। চতুৰ্থ দিনাৰ সভাপতি কালিৰাম মেধি।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়োগত ১৯৩৮ খ্ৰীঃৰ ২৯ মাৰ্চত গুৱাহাটী নবীন বৰদলৈ হলত অনুষ্ঠিত ৰাজহুৱা সভাত স্মৃতি ৰক্ষাৰ্থে এখনি সমিতি গঠন কৰা হয়। সমিতিৰ সভাপতি তৰুণৰাম ফুকন আৰু সম্পাদক কালিৰাম মেধি। এই সমিতিয়ে ১৯৫১ খ্ৰীঃৰ ৯ জুলাইত নবীন বৰদলৈ হলতে বেজবৰুৱাৰ মাৰ্বলৰ এটি আৱক্ষ মূৰ্তি উন্মোচন কৰিছিল। মূৰ্তি উন্মোচন কৰিছিল ৰাজ্য-পাল জয়ৰামদাস দৌলতৰামে। মূৰ্তিটো বৰ্তমান ভগৱতীপ্ৰসাদ বৰুৱা ভৱনলৈ স্থানান্তৰ কৰা হৈছে।

চৰকাৰী বিষয়া স্বৰূপে মেধি ইংৰাজসকলৰ কৰ্তব্য নিষ্ঠাৰ প্ৰতি সচেতন আছিল। ৰাতি লেম্প জ্বলায়ো তেওঁ সময়ে সময়ে আদালতত মোকৰ্দমাৰ বিচাৰ কৰিছিল।

মেধি নিজে বৰ যশস্যা অভিলাষী নাছিল। কিন্তু তেওঁৰ প্ৰকৃতি স্বকীয়া ধৰণৰ। আগবয়সত দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰী কিনিছিল কলিকতাৰপৰা। ভাটী বয়সত ঘৰত লাইট থকা সত্বেও লাইটৰ তলত এটা লেম্প লৈ পঢ়াশুনা কৰিছিল।

মেধিৰ দাম্পত্য জীৱন আৰু ঘৰুৱা জীৱন বৰ সুখৰ বুলি কব নোৱাৰি। জীৱনৰ আদিতে কেৰোণ। ছাত্ৰাৱস্থাতে পাতি দিয়া বিয়াখন যেনিবা ল'ৰা ধেমালিৰ বিয়া। গাত মাহ-হালধি সানি, জাত জাত নাম গাই দৰা ধুওৱা, মূৰত পাগুৰি মাৰি ঢোলে-দগৰে দৰা সাজি কইনা ঘৰলৈ যোৱা, হোমৰ কাষত মন্ত্ৰ উচ্চাৰণ কৰাৰ বাহিৰে দাম্পত্য জীৱনৰ একো কথাকেই উপলব্ধি আৰু উপভোগ কৰিবলৈ নাপালে। মাকৰ ঘৰতে ন কইনাৰ মৃত্যু হ'ল।

মেধিৰ দ্বিতীয় পত্নী মোক্ষদা বালাৰ লগত বাৰ বছৰ কাল সুখেৰে দাম্পত্য জীৱন অতিবাহিত কৰিব পাৰিছিল। তেওঁলোকৰ সন্তান পাঁচটা ; প্ৰথম পুত্ৰ ৰামভদ্ৰ মেধি। কাদম্বৰী, বিদ্যুৎপ্ৰভা আৰু কুমুদৰঞ্জন আন তিনিটি সন্তান। পঞ্চম সন্তান ৰত্ন। ৰত্নাৰ নিচেই সৰু কালতে হাইজা ৰোগত আক্ৰান্ত হৈ মোক্ষদা বালা মৃত্যু মুখত পৰে। মেধিৰ ঘৰ ভাঙিল। ৰত্নাক ডাঙৰ দীঘল কৰিলে মাক সোণতৰাই। মেধি তেতিয়া গোৱালপাৰাত ই. এ. চি. (১৮১৮)।

বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ অনুৰোধত মেধিয়ে তৃতীয়বাৰ স্বৰ্ণলতাৰ লগত বিবাহবন্ধনত আবদ্ধ হ'ল (১৯১৯ খ্ৰীঃৰ ৫ ডিচেম্বৰ)। স্বৰ্ণলতা নগাওঁৰ গেন্দাৰাম ভূঞাৰ কন্যা। স্বৰ্ণলতাৰ সন্তান ছয়টি ; প্ৰথম চাৰিজনী কন্যা— জাহ্নৱী, হেমৰেখা, কমলা আৰু উৎপলা ; আৰু পুত্ৰ দুজন—সুৰেন্দ্ৰনাথ আৰু সুভদ্ৰ। স্বৰ্ণলতা মেধিৰ লগতো তেওঁ গোটেই জীৱন অতিবাহিত কৰিব

নোৱাৰিলে। ১৯৪৮ খ্ৰীঃৰ ডিচেম্বৰ মাহত স্বৰ্ণলতাৰো মৃত্যু হ'ল। স্বৰ্ণলতাৰ মৃত্যুৰ পাছৰেপৰা এটা এটাকৈ বিপদে আগুৰি ধৰিলে। দুবছৰ পাছত সুমলীয়া কন্যা উৎপলাৰ (মাইটি) হাত্ৰীবাৰী হস্পিটেলত মৃত্যু হ'ল। তেওঁৰ নিজৰো চকুত কেটেৰেক্ট পৰা বাবে অপাৰেচন কৰিব লগা হ'ল।

মেধিৰ বৰ পুত্ৰ ৰামভদ্ৰ মেধি এগৰাকী মেধাবী ছাত্ৰ আছিল। তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈকো গৈছিল। তেওঁ প্ৰথমতে মুন্সিফ হিচাপে চৰকাৰী চাকৰিত সোমায়। শেষত ডিষ্ট্ৰিক্ট জৰ্জ হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে।

দ্বিতীয় পুত্ৰ সুৰেন্দ্ৰনাথ মেধি এগৰাকী মেধাবী ছাত্ৰ। তেওঁ লণ্ডন বিশ্ব-বিদ্যালয়ৰপৰা এম. এছ. চি. পাছ কৰিছিল।

তেওঁ ইউৰোপৰ ভালেমান ঠাইত শিক্ষকতা কৰিছিল। সুৰেন্দ্ৰনাথ মেধি বৰ্তমান অসম চিভিল ইঞ্জিনিয়াৰিং কলেজৰ অধ্যাপক। মেধি এগৰাকী প্ৰথিতযশা কথা সাহিত্যিক। বৰ্তমান মেধিৰ পাণবজাৰৰ নাথান ৰোডৰ ঘৰতে কনিষ্ঠ পুত্ৰ সুভদ্ৰ মেধি বাস কৰে। পাণবজাৰৰ ঘৰতে মেধিয়ে শেষ জীৱন অতিবাহিত কৰিছিল। গোলাঘাটত ই. এ. চি. থকা সময়তে এই মাটি ডোখৰ চৈধ্যশ টকাত কিনিছিল। পাছত চৰকাৰৰপৰা দহ হাজাৰ টকা ঋণ লৈ এই ঘৰটো সাজিছিল।

১৯৫৪ খ্ৰীঃৰ ২৪ জানুৱাৰী নিশা প্ৰায় দহ বজাত এইটো ঘৰতে কালিৰাম মেধি হঠাতে মৃত্যু মুখত পৰিল।

এগৰাকী সুদক্ষ প্ৰশাসক স্বৰূপে ইংৰাজ চৰকাৰৰ পৰা মেধিয়ে ১৯৪৬ খ্ৰীঃত ৰায়বাহাদুৰ খিতাপ লাভ কৰিছিল। আনহাতে তেওঁৰ গৱেষণা আৰু পাণ্ডি-ত্যৰ প্ৰতি সঁহাৰি জনাই নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই তেওঁক ১৯৪৩ খ্ৰীঃত 'তত্ত্বনিধি' উপাধি প্ৰদান কৰিছিল।

অসমীয়া ভাষা সাহিত্যৰ বেদীত কালিৰাম মেধিৰ বৰঙণি একক আৰু অতুলনীয়। মেধিৰ ৰচনাও সংখ্যা সাপেক্ষ নহয়। ছাত্ৰাৱস্থাতে স্কুল-কলেজৰ আলোচনী সম্পাদনা কৰি স্কুল-কলেজৰ প্ৰতিযোগিতাত প্ৰথম দ্বিতীয় স্থান অধিকাৰ কৰা নাইবা সোণ-ৰূপৰ পদক লাভ কৰা কথা শুনা নাযায়। ছাত্ৰা-ৱস্থাত কালিৰাম মেধি পঢ়াশালীয়া পাঠ্যপুথিত মূৰ গুজি থকা বিধৰ ছাত্ৰহে আছিল। মেধি স্কুলত পঢ়া সময়ত জোনাকী-বিজুলীৰ পয়োভৰৰ কাল। জোনাকী-বিজুলীত ছাত্ৰ-ৰচনা শিতান আছিল যদিও সম্ভৱত উক্ত শিতানত

মেধিৰ কোনো ৰচনা প্ৰকাশ হোৱা নাছিল। অৱশ্যে মেধি কলেজত পঢ়া কালছোৱা (১৮৯৭-১৯০৩) অসমীয়া সংবাদ পত্ৰ আলোচনীৰ বাবে এক অন্ধকাৰ কাল। নতুনখণ্ড জোনাকীত (১৯০৩) প্ৰকাশিত 'প্ৰলয়' নামৰ প্ৰবন্ধটোৱেই মেধিৰ প্ৰথম প্ৰকাশিত প্ৰবন্ধ।

মেধি ডিব্ৰুগড়ত থকা কালছোৱাই সাহিত্য চৰ্চাৰ পয়োভৰৰ কাল। ১৯০৯ খ্ৰীঃত আগা-পিছাকৈ প্ৰসন্নকুমাৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশ হয় 'আলোচনী', লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' আৰু তাৰানাথ চক্ৰৱৰ্তীৰ সম্পাদনাত 'আসাম বান্ধৱ'। প্ৰথম বছৰৰ 'আসাম বান্ধৱ' আৰু প্ৰথম বছৰৰ 'আলোচনী'ত প্ৰকাশ হয় ভালেকেইটি তত্ত্বগধুৰ প্ৰবন্ধ। প্ৰথম 'আসাম বান্ধৱ'ত প্ৰকাশ হোৱা প্ৰবন্ধসমূহ হ'ল : 'অসমীয়া নাট', 'হেলীৰ নেজাল তৰা', 'গৌৰৱ' আৰু 'লিখাৰ সঁজুলি' ; আৰু প্ৰথম বছৰৰ 'আলোচনী'ত প্ৰকাশ হোৱা প্ৰবন্ধ 'তপ', 'পৃথিৱী' আৰু 'সূৰ্য'। তেওঁৰ সৰহভাগ প্ৰবন্ধই প্ৰকাশ হৈছিল 'আসাম বান্ধৱ'ত। মেধিৰ প্ৰবন্ধ প্ৰকাশ হোৱা আলোচনীসমূহ হ'ল 'চেতনা', 'বাঁহী', 'জয়ন্তী', 'সুৰভি', 'আৱাহন', 'প্ৰবাসী', 'সাহিত্য সভা পত্ৰিকা', 'প্ৰভাত', 'নামধৰ্ম' আৰু 'ৰামধেনু'।

কালিৰাম মেধিৰ প্ৰবন্ধৰাজিক প্ৰধানকৈ তিনিশ্ৰেণীত ভাগ কৰিব পাৰি। তেওঁৰ কিছুমান প্ৰবন্ধ পৌৰাণিক আৰু সাহিত্য আৰু পুৰাতত্ত্ব বিষয়ক। দ্বিতীয় শ্ৰেণীৰ প্ৰবন্ধৰাজি বিজ্ঞান বিষয়ক আৰু তৃতীয় শ্ৰেণীৰ প্ৰবন্ধ ভাষা বিষয়ক। প্ৰবন্ধৰাজিৰ নামবোৰ চালেই সহজতে সেইকথা অনুমান কৰিব পাৰি।

কালিৰাম মেধিৰ অসমীয়া ভাষা বিষয়ক আলোচনা অকল 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' আৰু প্ৰবন্ধৰাজিতে শেষ নহয়। 'অসমীয়া ভাষাৰ মূল' তেওঁৰ এখন অপ্ৰকাশিত ভাষা বিষয়ক পুথি। পুথিখনি গোৱালপাৰাত ই. এ. চি. হৈ থাকোঁতে ১৯১৮ খ্ৰীঃত ৰচনা কৰা। পুথিখনিত মেধিয়ে অসমত আৰ্যবসতিৰ কথা যুক্তি আৰু তথ্য সহকাৰে আলোচনা কৰিছে।

'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬) কালিৰাম মেধিৰ ভাষা-সাহিত্য চৰ্চাৰ কীৰ্তিস্তম্ভ স্বৰূপ। ৫৩৯ পৃষ্ঠাৰ মূল গ্ৰন্থৰ উপৰিও ইংৰাজীত লিখা ১২৪ পৃষ্ঠাৰ Introduction আন এখন সুকীয়া পুথি সদৃশ। এই পুথিখনিত তেওঁ, ক্ৰমে উচ্চাৰণ, সন্ধি প্ৰকৰণ, স্বৰ প্ৰকৃতিৰ সাধাৰণ নিয়ম, শব্দ, লিঙ্গ, বচন বিভক্তি, শব্দৰূপ, কাৰক, বিশেষ্য, বিশেষণ,

সৰ্বনাম, ক্ৰিয়া আদিৰ কথা তথ্যপূৰ্ণ ভাবে আলোচনা কৰিছে। বহল ব্যাখ্যা, তুলনামূলক আলোচনা, বিবিধ উদাহৰণেৰে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব সমৃদ্ধ।

'অঙ্কাৱলী' ১ম ভাগ কালিৰাম মেধিৰ সাহিত্য সাধনাৰ আন এটি কীৰ্তি-স্তম্ভ। অঙ্কাৱলীত শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰৰ মুঠতে ২১ খন নাটক প্ৰকাশ কৰিছে। ইয়াত সন্নিবিষ্ট ১১২ পৃষ্ঠাৰ ইংৰাজী Introduction খনো এখন মূকীয়া গৱেষণা গ্ৰন্থ স্বৰূপ।

হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' কালিৰাম মেধি সম্পাদিত প্ৰথম পুথি (১৯১৩ খ্ৰীঃ)। তুৰাত থাকোঁতে পুথিখন সম্পাদনা কৰি প্ৰকাশ কৰিছিল।

'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' কালিৰাম মেধি সংগৃহীত আন এখন পুথি।

মেধিৰ অপ্ৰকাশিত ৰচনাৱলীৰ সংখ্যা সৰহ নহয় যদিও তালেকেইখন মূল্যবান গ্ৰন্থৰ পাণ্ডুলিপি পোৱা গৈছে। 'অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান' তেনে এখন পাণ্ডুলিপি। 'বীজগণিত'ৰ পুথি এখন পাণ্ডুলিপিতে হেৰাইছে। তেওঁৰ কিছুমান প্ৰবন্ধ, গল্প, কবিতাও হাতেলিখা অৱস্থাতে আছে।

অঙ্কাৱলী ১ম ভাগত প্ৰকাশিত অংকীয়া নাটৰ বাহিৰে আৰু তালেমান নাট সংগ্ৰহ কৰিছিল। কিন্তু তেওঁৰ জীৱদ্দশাত দ্বিতীয় ভাগ অংকীয়া নাট প্ৰকাশ নহ'ল। মেধি ডাঙৰীয়াই 'মনসা কাব্য'খনো সংগ্ৰহ কৰিছিল। পিছত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই সম্পাদনা কৰি প্ৰকাশ কৰিছে।

মেধিয়ে ৰচনা কৰা তালেকেইটি ইংৰাজী প্ৰবন্ধ 'Journal of the Assam Research Society' ত প্ৰকাশ হৈছে। 'The Kalitas', 'Brajavali Literature of Assam', 'Philosophic Aspects of the Assamese Brajavali Literature', 'Origin of Assamese Drama' কালিৰাম মেধিৰ ইংৰাজীত ৰচনা কৰা তত্ত্বগধুৰ প্ৰবন্ধ।

মেধিৰ ইংৰাজী-অসমীয়া ৰচনাই অসমীয়া ভাষা-সাহিত্য সমৃদ্ধ কৰিছে। বিজ্ঞানৰ ছাত্ৰ হৈ আৰু চৰকাৰী চাকৰি কৰি ভাষা সাহিত্যৰ এনেদৰে গৱেষণা কৰা লোকৰ সংখ্যা বিৰল। এইক্ষেত্ৰত মেধিক ব্যতিক্ৰম বুলিয়ে ক'ব পাৰি। নিষ্ঠা আৰু ঐকান্তিকতাৰে ভাষা-জননীৰ সেৱা কৰি যোৱা এই গৰাকী পুৰুষ আমাৰ বাবে প্ৰেৰণাৰ প্ৰতীক।

# অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব

## ( সমালোচনা )

### দেৱানন্দ ভৰালি

শ্ৰীযুত কালীৰাম মেধি এম, এ, প্ৰণীত এই কিতাপখন পঢ়ি আমি সুখী হৈছোঁ। ই এখন প্ৰকাণ্ড কিতাপ। ইয়াক দুখন কিতাপ বুলিলেও হানি নাই; ইংৰাজীত লেখা পাতনি খণ্ডই এখন কিতাপৰ সমান। এই খণ্ডত অসমীয়া ভাষাৰ মূল আৰু উৎপত্তি সম্বন্ধে লিখকৰ মন্তব্য, অসমীয়া মানুহৰ ৰীতি-নীতি, কলিতা জাতিৰ আঁতি-গুৰি, আৰু অসমীয়া কিতাপ আৰু লেখকসমূহৰ এখন দীঘল তালিকা দিছে। দ্বিতীয় খণ্ডত অসমীয়া ব্যাকৰণ আৰু তাৰ মূল বিস্তাৰিত ভাবে আলোচনা কৰিছে আৰু লগে লগে বহুত অসমীয়া শব্দৰ মূল অন্বেষণ কৰি দি গৈছে। এইখন কিতাপ সম্পূৰ্ণৰূপে সমালোচনা কৰিবলৈ গলে সিও এখন কিতাপ হব। মাথো আমি বিশেষকৈ চকুত পৰা গোটাচেৰেক কথাহে আলোচনা কৰিম। ভাষাৰ মূল সম্বন্ধে দুজনৰ একমত হোৱা বৰ টান আৰু তাৰ শেষ মীমাংসাত উপস্থিত হোৱাও দুঃসাধ্য। তথাপি আমাৰ উদ্দেশ্য হব লাগে, যিবিলাকে এই বিষয়ে ভাবিছে তেওঁলোকৰ মতবিলাক তুলনা কৰি নিৰপেক্ষ ভাবে সেই মত বিলাকৰ মূল্য নিৰূপণ কৰি সত্য আবিষ্কাৰ কৰা। এই মূল নীতি মনত ৰাখি তলৰ সমালোচনা মূলক কথাখিনি লিখা হ'ল।

ভাষাৰ মূল অন্বেষণ কৰা কাৰ্যটোও বিজ্ঞানমূলক হব লাগে, তাত পৰস্পৰ বিৰোধী কথা থাকিলে নহ'ব। লিখকে এটা নিৰ্দিষ্ট তথ্য ( theory ) আগত ৰাখি সকলোবিলাক সম্পদ ( Material facts ) সেই তথ্যাভিমুখী কৰিব লাগিব। কিন্তু বৰ্তমান গ্ৰন্থত আমি তেনে একানুবৰ্ত্তিতাৰ অভাৱ অনুভৱ কৰোঁ। গ্ৰন্থকাৰে কিতাপৰ আৰম্ভনিতে কৈছে যে অসমীয়া ভাষাৰ মূল সংস্কৃতত পোৱা নাযায়। অসম আৰু ভাৰতৰ অইন ঠাইৰ কথ্য ভাষাতহে পোৱা যায়। ( 'Its source is not to be found any more in Sanskrit·········or other parts of India' )। কিন্তু কিতাপৰ গৰ্ভত আলোচিত শব্দ আৰু ব্যাকৰণৰ—গঢ় আটাইবোৰ ( কেৱল কছাৰী আদি ভাষাৰপৰা অহা গোটা দুই একত বাজে ) সংস্কৃতৰ পৰাই টানি টুনি বাহিৰ

কৰা হৈছে। তদুপৰি এঠাইত লিখিছে "We may assert without possibility of contradiction that the whole of the Assamese Grammar and Vocabulary are to be found in Sanskrit." তেনে হলে সংস্কৃতৰপৰাই অসমীয়া ভাষাৰ উৎপত্তি হৈছে বুলি কোৱা নহয় কিয়? যদি কোনোবাই contradiction কৰিছে তেন্তে গ্ৰন্থকাৰে নিজেই হে নিজক কৰিছে যেন লাগে। এতেকে ওপৰৰ কথাফাঁকি ( Its source is not to be found any more etc. ) যিবাকি কথা আমি হুবহু অইন এখন কিতাপতো পাইছিলোঁ,—অৱশ্যে অইন ভাৰতীয় ভাষা সম্বন্ধে,—উঠাই লোৱাই ভাল আছিল। প্ৰত্যেক শব্দকে আমি সংস্কৃতৰ পৰা নমাই আনিবলৈ (derive) চেষ্টা কৰা আৰু একে উশাহতে সংস্কৃতক অসমীয়াৰ গুৰি ( Source ) নোবোলাটো অশোভন হৈছে।

গ্ৰন্থকাৰে কিতাপত বহুতো প্ৰাকৃত শব্দ উল্লেখ কৰিছে। আৰু সেই শব্দ সকলৰ দ্বাৰাই গ্ৰন্থকাৰ বেচি প্ৰভাবান্বিত হৈছে। বহুত শব্দ যে সংস্কৃতৰ পৰা অসমীয়ালৈ অন্য ৰকমে আৰু পোনে পোনে অৱতৰণ হৈছে তালৈ পিঠি দিছে। তাৰ ফলত গ্ৰন্থকাৰে কৈছে, 'I consider that the Assamese is a mixture of Śauraseni and Māgadhī Apabhraṃśas" অৰ্থাৎ মাগধী আৰু শৌৰসেনী অপভ্ৰংশৰ পৰাই অসমীয়া ভাষাৰ উৎপত্তি। আমাৰ মনত স্বভাৱতে প্ৰশ্ন উঠে, 'কেনেকৈ এই দুই দূৰ দেশৰ দুটা ভাষা গোটখাই সানমিহলি হৈ অসমত অইন এটা ভাষা জন্ম দিলেহি? তাৰ একমাত্ৰ উত্তৰ হব পাৰে, যে সেই দুই ভাষা কওঁতা মানুহ সৰহকৈ আহি অসমত বসতি কৰিলেহি। এই দুই প্ৰাকৃতৰ জন্মস্থান হৈছে বিহাৰ আৰু যুক্ত প্ৰদেশ আৰু সিঁহতৰ কাল হৈছে ২০০ খৃঃৰ পৰা ৯০০ খৃঃ লৈকে। তাৰ আগত পালি আৰু তাৰ আগত সংস্কৃত বা সেই সেই স্থানীয় কথ্য ভাষাহে চলিছিল। অতএব যিবিলাক প্ৰাকৃত শব্দ আৰু গঢ় গ্ৰন্থকাৰে কিতাপত উল্লেখ কৰিছে, সেইবিলাক এই ৮০০ বছৰৰ ভিতৰৰা। তেনেহলে সেই ৮০০ বছৰৰ ভিতৰতে উক্ত দেশৰ মানুহ আহি অসমত বহি অসমীয়া ভাষাৰ পাতনি পাতিলে। তেন্তে গ্ৰন্থকাৰে অইন এঠাইত কিয় লিখে—"These indicate a state of Aryan Civilisation in Assam which dates back to the Pre-Vedic time ( Vide Page V of Introduction )? আকৌ লিখিছে "The Aryan Civilisation spread into Assam probably before

the composition of the Rig-Veda" অৰ্থাৎ অসমত আৰ্য সভ্যতা প্ৰাগ্-বৈদিক যুগতে আৰম্ভ হ'ল। তেনেহলে নিশ্চয় প্ৰাগ্-বৈদিক যুগতে অসমত আৰ্য মানুহ আহি বহিছিল। এই আৰ্য মানুহবোৰৰ এটা ভাষা নাছিলনে? সেই ভাষা কলৈ গ'ল? গ্ৰন্থকাৰে কয় যে কলিতা বিলাকেই অসমত বসতি কৰা প্ৰথম আৰ্য মানুহ। আৰু কলিতাবিলাক উত্তৰ কালৰপৰা আহিছিল, বিহাৰ বা যুক্ত প্ৰদেশৰ পৰা নহয়। যদি এই কলিতাবিলাকেই বৈদিক বা প্ৰাগ্-বৈদিক যুগত আহিছিল তেনেহলে এই কলিতাবিলাকে নিজ ভাষা এৰি মাজতে শৌৰসেনী আৰু মাগধী ভাষা কওঁতা ন ভগনীয়াইতৰ ভাষা গ্ৰহণ কৰিলে নেকি? অসমত বৈদিক যুগত আৰ্য বসতি হৈছিল বুলি কৈ আকৌ দ্বিতীয় প্ৰাকৃত যুগত (Secondary Prakrit) চলা মাগধী আদি প্ৰাকৃত ভাষাৰ পৰা অসমীয়া ভাষা হ'ল, এই দুটা কথা একেখন কিতাপতে লিখিব নোৱাৰি।

অনা-অসমীয়া ভাষাতাত্ত্বিকসকলে (যি অসমীয়া ভাষাক মাত্ৰ ওপৰে ওপৰে চিনি পায়) অসমত আৰ্য বসতি আটাইতকৈ পিছত বঙ্গ, বিহাৰ আদি ঠাইৰ মানুহ গৈ কৰিছিল বুলি ভাবে। এতেকে অসমীয়া ভাষাৰ মূল মাগধী আদি অন্যান্য প্ৰাকৃত ভাষাই হয় বুলি বিশ্বাস কৰে। আমাৰ মতে অন্ততঃ দ্বিতীয় প্ৰাকৃত যুগৰ আগতে অসমত এক ভেদ আৰ্যে বসতি কৰিছিল; আৰু সেই আৰ্যবিলাকৰ যিটো ভাষা আছিল সেইটো এবিধ আৰ্য ভাষান্তৰ্গত আদি প্ৰাকৃত; সেই ভাষা দ্বিতীয় প্ৰাকৃত যুগত কিছু দূৰ পৰিবৰ্তিত হৈ বৈষ্ণৱ যুগত বাহিৰৰ পৰা আৰু কিছুমান শব্দ সম্পদ লৈ বৰ্তমান অসমীয়া ভাষা ৰূপে দেখা দিছে। (চন্দ্ৰকান্ত অভিধানৰ 'পাতনি' দ্ৰষ্টব্য।) উচ্চাৰণৰ পৰা বুজিব পাৰি যে অসমত বসতি কৰা প্ৰথম আৰ্য খেল মাগধী আদি ভাৰতীয় প্ৰাকৃত ভাষা কওঁতা আৰ্যসকলতকৈ পৃথক। দৰদী আৰু আবেষ্টিক ভাষা কওঁতা খেলৰ লগত অসমীয়া আৰ্য খেলৰ ওচৰা ওচৰি সম্বন্ধ আছিল। বঙালী, হিন্দী আদি ভাষাৰ লগত তুলনা কৰি অসমীয়া ভাষাৰ বিশেষত্বখিনি দাঙি ধৰিবলৈ গ্ৰন্থকাৰে চেষ্টা কৰা নাই। সেইটো গ্ৰন্থৰ উদ্দেশ্যৰ বাহিৰ হব পাৰে। কিন্তু এঠাইত লিখিছে—"The affinity between Assamese and Hindi is much greater than between Assamese and Bengali." এই কথাষাৰ সঁচা নহয় বুলি গ্ৰন্থকাৰে জানিব লাগিছিল, এতেকে নিলিখাই ভাল আছিল। ঠিক যে কথাষাৰৰ বিপৰীতটো হে সত্য সেই সম্বন্ধে একুৰি—দুকুৰি উদাহৰণ দিব পাৰি।

ডাকৰ বচনৰ কাল ১৫০০ খৃঃলৈ অনাটো গ্ৰন্থকাৰৰ পক্ষে 'জবৰদস্ত' কাম যেন হৈছে। 'বজাৰ' আদি এনে কিছুমান কাৰ্চী শব্দ গ্ৰন্থকাৰে উক্ত বচনবিলাকত পাইছে যিবোৰ বৈষ্ণৱ যুগৰ সাহিত্যতো বিৰল। সেইবোৰ ডাকৰ বচনত যদি আছে তেন্তে সেই বচনবোৰ ১৮ শতাব্দীৰ আগৰ নহয়। ডাকৰ বচনবোৰ নীতি বা উপদেশপূৰ্ণ (didactic)। কেৱল মাত্ৰ কিছুমান সত্যৰ উক্তি ( mere statement of facts ) নহয়। যিবোৰ বচন গ্ৰন্থকাৰে গ্ৰন্থত তুলি দিছে, যেনে, 'গৰুৱে নাজানে গৃহস্থৰ ধান' সেইবোৰ ডাকৰ বচনৰ লগত খাপ নাখায়। আমাৰমতে ডাকৰ বচনবোৰক ১৩০০ খৃঃৰ পৰা পাচলৈ আনিব আৰু ১০০০ খৃঃৰ আগলৈকো ঠেলিব নোৱাৰি।

**বৈষ্ণৱ যুগ ঃ** গ্ৰন্থকাৰে শঙ্কৰদেৱৰ ওপজা বছৰৰ পৰাই কিয় অসমীয়া সাহিত্যৰ বৈষ্ণৱ যুগ ধৰিছে তাৰ একো কাৰণ দিয়া নাই। সেই বছৰৰ পাছত যেনেকৈ কীৰ্ত্তন ভাগৱত আদি বৈষ্ণৱ গ্ৰন্থ ৰচিত হৈছিল, তাৰ আগতো সেইদৰে প্ৰহ্লাদ চৰিত্ৰ, বামণ পুৰাণ, ৰামায়ণ, মহাভাৰত ৰচিত হৈছিল। যদি কয় যে আগৰ ছোৱাত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ কাৰ্যত actively চলা নাছিল, তেনেহলে এইটোও ভাবিব লাগিব যে শঙ্কৰদেৱেও ভবাৰ দৰে উপজিয়েই ধৰ্ম প্ৰচাৰ কৰা নাছিল। তেওঁৰ ৫০ বছৰ বয়সৰ পৰা অৰ্থাৎ ১৫০০ খৃঃৰ পৰাহে অসমীয়া বৈষ্ণৱ যুগ আৰম্ভ হ'ল বুলিব লাগিব। কিন্তু প্ৰচাৰ কাৰ্যৰ লগত সাহিত্যৰ সম্বন্ধ নাই বুলিহে ভাবোঁ। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ উৰিষ্যা, বঙ্গ, অসম, মিথিলা এই কেইখন দেশত প্ৰায় একে সময়তে হৈছিল। এতেকে উৰিষ্যাৰ বলৰাম দাস, মিথিলাৰ বিদ্যাপতি, বঙ্গৰ চণ্ডিদাস, আৰু কীৰ্ত্তিবাস যদি বৈষ্ণৱ কবি হব পাৰে অসমৰ হেম সৰস্বতী, মাধৱ কন্দলি আৰু কবিৰত্ন সৰস্বতীকো বৈষ্ণৱ কবি বুলিব লাগিব। নতুবা কব লাগিব যে আন সকলো কথাত যেনেকৈ আজি অসমীয়া পিচ পৰা, পুৰণি কালতো সেয়ে—বঙ্গ বিহাৰ আদি দেশৰ পৰাহে অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হল। কথাষাৰ সঁচা হোৱা হলে আমি স্বীকাৰ কৰিবলৈ আপত্তি নকৰিলোহেঁতেন। কিন্তু অসমত বৈষ্ণৱ সাহিত্যৰ যুগ যে ১৩০০ খৃঃৰ পৰাই আৰম্ভ হৈছে সেই সত্য কথা লুকাই থব নোৱাৰি। শঙ্কৰদেৱলৈ বিশেষ সন্মান আৰু ভক্তি দেখুৱাবলৈ অন্য উপায়ো আছে।

**উদাহৰণ ঃ** শ, ষ আৰু স আখৰক অসমীয়াই যি দৰে উচ্চাৰণ কৰে সেইটোক গ্ৰন্থকাৰে 'relic of Pre-Vedic Aryan pronounciation'

বুলিছে। এইটো উচ্চাৰণ মাগধী আদি অইন প্ৰাকৃত ভাষাত নাই। ইয়াৰ পৰাই বুজিব লাগে অসমীয়া ভাষা মাগধী ভাষাৰ পৰা হোৱা নাই। মাগধী আদি ভাৰতীয় প্ৰাকৃতৰ পৰা যে আমি কোনো শব্দ লোৱা নাই সেইটো নহয়। কিন্তু আমাৰ উচ্চাৰণ আৰু ব্যাকৰণ নিজ অসমীয়া প্ৰাকৃতৰ। বহুতে আপত্তি কৰিব পাৰে এই বুলি যে যদি অসমীয়া স্বকীয়া প্ৰাকৃত এটা আছিল তেনেহলে তাৰ নাম প্ৰাকৃত ব্যাকৰণকাৰ সকলে নললে কিয়? তাৰ উত্তৰত আমি কওঁ যে ইৰাণ আৰু আফগানিস্থানতো আৰ্য প্ৰাকৃত ভাষা একোটা চলিছিল, সেই-বোৰৰ নামো প্ৰাকৃত—ব্যাকৰণকাৰ সকলে লোৱা নাই কিয়? আজি ১০০ বছৰ একে ইংৰাজ গৱৰ্ণমেণ্টৰ তলত থাকি আমাৰ এনে বিশ্বাস হৈছে যে অসমখন চিৰকাল ভাৰতৰ এটা অংশ। কিন্তু বাস্তৱিকতে পূৰণি কালত ই ভাৰতবৰ্ষৰ বাহিৰে হে আছিল। গতিকে ইয়াত কি ভাষা চলিছিল তাৰ উঁহ লবৰ আৰ্যাবৰ্তৰ গ্ৰন্থকাৰসকলৰ দৰ্কাৰ নহৈছিল। ভাষা নালাগে অইন সম্বন্ধেও অসম বা কামৰূপৰ উল্লেখ ভাৰতীয় সংস্কৃত বা প্ৰাকৃত গ্ৰন্থত অতি বিৰল।

চ আৰু ছ উচ্চাৰণৰ ভিত্তৰত অসমীয়াত অলপ প্ৰভেদ আছে বুলি কয়। আমাৰ মতে তেনে প্ৰভেদ কেৱল কাল্পনিক, কাৰণ আজি বহু শতাব্দী ধৰি এই দুয়োটা আখৰ সলনা সলনিকৈ আৰু পাচলৈ ছ এৰি কেৱল চ ব্যৱহাৰ কৰা আমি পাই আহিছোঁ। এই দুটা আখৰৰ অসমীয়া উচ্চাৰণ মাগধী উচ্চা-ৰণতকৈ যে বহুত লৰ, সেইটোলৈ গ্ৰন্থকাৰৰ দৃষ্টি আকৰ্ষণ কৰোঁ; আৰু মাগধী শৌৰসেনী প্ৰাকৃতৰ লগত অসমীয়া ভাষাৰ ঐক্য সম্বন্ধে গ্ৰন্থকাৰে পাতনিৰ LV পৃষ্ঠাত যি লিখিছে তাৰ লগতে সেই দুই ভাষাৰ পৰা অসমীয়া ভাষা কিমান আঁতৰ সেইটোও বিজাই চাব লাগে। (অসমীয়া ভাষাৰ মৌলিক বিচাৰ ৫৪-৫৫ পৃঃ দ্ৰষ্টব্য)

মাগধী আদি ভাৰতীয় প্ৰাকৃতৰ পৰা শব্দবিলাক অসমীয়ালৈ কেনেদৰে পৰিবৰ্তিত হৈ নামে, গ্ৰন্থকাৰে তাৰ কিছুমান সূত্ৰ দিছে। এনে সূত্ৰবোৰৰ কিবা মূল্য আছে বুলি ভাবিব নোৱাৰোঁ; কাৰণ তেওঁৰ যিটো Major praxis (যে অসমীয়া ভাষা মাগধী আৰু শৌৰসেনী প্ৰাকৃত সংমিশ্ৰণৰ পৰা হৈছে) সেইটো অনিশ্চিত আৰু প্ৰমাণ সাপেক্ষ। তাৰে নমুনা কিছু তলত দিয়া হল।

৯০ দফা (section) সূত্ৰমতে প্ৰাক্ 'পূৰ্ব্বান্থু'ৰ পৰা অং পূৰা শব্দ

ওলাইছে। এতেকে প্ৰাকৃতৰ 'হু' অসমীয়াত লুপ্ত হয়। কিন্তু বাস্তৱিকতে অং 'পুৱা' শব্দ 'পূৰ্ব্বাহ্ন'ৰ পৰা নহা নাই 'পুৱা' শব্দৰ মূল হৈছে 'প্ৰভাত'—পোহাঅ—পুৱা। বৈষ্ণৱ যুগৰ সাহিত্যত "পোহাইল ৰজনী" আছে।

৯১ দফা—দুটা 'ক' যুক্ত হৈ থাকিলে এটা লুপ্ত হয়। যেনে প্ৰাক্ ডক্ক—অং ডাক ( to bite )। কিন্তু মূল ধাতু যদি 'দংশ' ধৰা হয় তাৰ পৰা 'ডংক' হে হয়। আৰু পুৰণি বঙ্গলা ভাষাত 'ডংক' আছে। এনে স্থলত 'ক' লোপ নে 'ং' লোপ থিৰাংকৈ কব নোৱাৰি।

যুক্তাক্ষৰৰ 'গ' লুপ্ত হয়—উদাহৰণ প্ৰাক্ 'ব্‌গ্‌ঘ' অং বাঘ। কিন্তু সং, 'ব্যাঘ্ৰ'ৰ পৰা 'বাঘ' ও হব পাৰে। অসমত যে 'ব্যাঘ' শব্দ চলিছিল তাৰ কিবা প্ৰমাণ পোৱা হৈছে জানো ?

যুক্ত-জ্ঝ'ৰ কেতিয়াবা এটা 'জ' লুপ্ত হয়। প্ৰাক্—'বুজ্‌ঝিঅ'—অং 'বুঝি'। কিন্তু সং 'বোধতি' বা 'বোধতে' শব্দৰ পৰা 'বোঝই' বা 'বোঝএ' হোৱাটোহে বিশেষকৈ অসমীয়া প্ৰাকৃতত, সহজ আৰু স্বাভাবিক। বোঝ + ই = বুঝি। তদুপৰি অসমীয়াত 'বুজি' হে বোলে। এতেকে 'ধ—ঝ—জ' এইটোহে ক্ৰমণি।

১১১ দফা—শব্দৰ পাছত থকা 'অ' কেতিয়াবা লুপ্ত হয়; যেনে—সং 'শ্ৰুত্বা'—প্ৰাক্—'শুনিঅ' একো প্ৰয়োজন দেখা নাযায়। আদি প্ৰাকৃত যুগত 'ত্বি' এটা অসমাপিকা ক্ৰিয়াৰ প্ৰত্যয় আছিল। ঋগ্ বেদত তাৰ বহল ব্যৱহাৰ আছে। এতেকে গোৰতে 'শুনি' নাছিল বুলি কব নোৱাৰি। অৱশ্যে বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যত 'শুনিয়া' আৰু 'শুনি' দুয়োটা পোৱা যায়। কিন্তু দুয়োটাৰে মূল বেলেগ। এটা 'ত্বা' প্ৰত্যয়ৰ পৰা, আনটো 'ত্বি' প্ৰত্যয়ৰ পৰা। 'শুনিঅ' টো শৌৰসেনী। তাৰ মূল কিজানি অইন এটা। এইটো কথা মনত ৰাখিব লাগে যে সকলো ঠাইৰে মানুহৰ বাগ্-যন্ত্ৰ একে নহয়। কিছুমান শব্দৰ প্ৰথম মাত্ৰাত হেচা ( Accent ) দিয়ে; বিশেষকৈ পশ্চিম ভাৰতীয় মানুহে। অসমীয়াই সাধাৰণতে দ্বিতীয় মাত্ৰাত হেচা দিয়ে ( অঃ ভাঃ মৌলিক বিচাৰ ১৬৪-১৬৫ পৃঃ দৃশ্ )। সেই কাৰণে একোটা সং শব্দ তৈল, ঋজু, বৈদ্য, দীৰ্ঘ বা মধ্যম কিছুমানে তেল্ল, বেজ্‌ঝ, দীগ্‌ঘ, বা মজ্‌ঝিম বুলি উচ্চাৰণ কৰে। কাৰণ এইদৰে উচ্চাৰণ কৰিলে প্ৰথম মাত্ৰাত হেচা পৰে। কিন্তু আন কিছুমানে ( তাৰ ভিতৰতে অসমীয়াও ) 'তএল',

উম্বু, ৰইদ, দিঘৰ বা মাজউ বোলে। কাৰণ এনেদৰে তিনটিয়া আখৰ কৰি মাজৰটোত হেচা দিয়ে।

১১৭ দফা সূত্ৰ—স্ত্ৰীলিঙ্গ শব্দৰ শেহত থকা 'ইঅ' বা 'ইআ'ৰ ঠাইত কেৱল ই থাকে, অ, আ, লুপ্ত হয়। যেনে সং বধূ—বধূকা—প্ৰাক্ বধূআ, বহুৰা,—তাৰপৰা অং 'বউ'। আমি ইমান দীঘলীয়া অভিবৰ্ত্তনৰ (derivation) কোনো দৰ্কাৰ দেখা নাই। যিবিলাক মানুহে সং 'বধূ'ক নি 'বহুআ' বনাইছিল সেইবোৰ মানুহে এতিয়াও 'বুঢ়'ক বুঢ়আ, 'ঘোড়া'ক ঘোড়োৱা, 'বেটি'ক 'বেটিয়া' বোলে। অসমীয়া সিঁহতৰ ভিতৰত নাই। সেইবিলাক হৈছে পূব হিন্দী কোৱা মানুহ।

১৩৪ দফা সূত্ৰ—'ও'ৰ ঠাইত কদাচিত 'অ' হয়। যেনে সং গোক্ষীৰ অং গাখীৰ। কিন্তু আচলতে 'গাখীৰ' শব্দ 'গোক্ষীৰ'ৰ পৰা হোৱা নাই। পূৰণি অসমীয়াত সদায় ক্ষীৰ শব্দৰহে ব্যৱহাৰ আছিল। আৰু সেইদেখি আজিও গৰু 'খিৰা' (to milk the cow) বোলে। গোটেই ভাৰতত 'দুধ' বোলে আৰু গাই 'দোহাও' বোলে। এইটো অসমীয়া প্ৰাকৃতৰ এটা লাগতিয়াল বিশেষত্ব। এই বিষয়ত অসমীয়া কেৱল ফাৰ্চীৰ লগত মিলে। সেই ভাষাত 'শীৰ' (ক্ষীৰ) বোলে। 'গাইৰ ক্ষীৰ' বোলোতে গাখীৰ হৈছে; গোক্ষীৰৰ পৰা নহয়।

১২৯ দফা সূত্ৰ—ই, ঈ ৰ ঠাইত কেতিয়াবা অ, আ হয়। যেনে—সং 'গ্ৰীষ্ম'—প্ৰাক্ 'গীমহ'—তাৰপৰা অং—'ঘাম'। কিন্তু ৯১ নং সূত্ৰমতে 'ম' লুপ্ত হয় বুলি উদাহৰণ দিছে—সং ঘৰ্ম্ম প্ৰাক্ ঘম্ম—অং—'ঘাম' এতিয়া কোনটো শব্দক ঘাম শব্দৰ মূল বুলি ধৰা হব? গ্ৰন্থকাৰৰ আখৰ জোটনি মতে যদি মূল শব্দ 'ঘৰ্ম' ধৰা যায় তেতিয়া কেৱল 'ৰ' লোপ বুলিবহে লাগে।

সং—অক্ষি তাৰপৰা প্ৰাক্ 'অচ্ছি'—তাৰপৰা ঘূৰাই আকৌ অসমীয়া আখি হ'ল বুলি ধৰি সূত্ৰ কৰিছে প্ৰাক্—'চ্ছ'ৰ ঠাইত অং—'খ' হয়।

সং—সাৰ্য্যতে (swept) তাৰপৰা প্ৰাক্ 'সালিঅদি' তাৰপৰা অং—'সাৰে' হৈছে বুলি ভাবি সূত্ৰ কৰিছে প্ৰাকৃতৰ—'ল' অসমীয়াত কেতিয়াবা ৰ হয়।

সং—শ, ষ, স অসমীয়াত কেতিয়াবা চ, ছ আৰু জ হয় বুলি উদাহৰণ দিছে, সং—কলসি—কলচি; ৰাসি—ৰাইচ, বেশী, বেজী, ইংলিশ্—ইংৰাজ। সং কলসি শব্দৰ আচল অসমীয়া ৰূপ হৈছে (বুৰঞ্জীত) কলহী। কলচী শব্দ বঙালি বা হিন্দী কল্‌চীৰ পৰা পোৱা। সেইদৰে 'ৰাইচ্' আৰু ইংৰাজ—

'বেজী' অৰ্থত প্ৰাকৃতত 'বেজঅ' আছে। এতেকে সং 'বেধক' বা বেধী (?) শব্দৰ পৰা হোৱা বুজায়।

সং 'ৱাৰ্ত্তা' শব্দৰ পৰা প্ৰাক্ 'বাত্তা', তাত আকৌ 'অৰি' প্ৰত্যয় যোগ দি অং—'বাতৰি' শব্দ গঢ়িছে।

সং 'দ্ম'ৰ ঠাইত কেতিয়াবা বিকল্পে 'দ্দ' হয়; যেনে, সং পদ্ম, অং—'পদ্দ'। কিন্তু বাস্তৱিকতে অসমীয়াত 'পদ্দ' কোনেও নোবোলে, 'পদুম' বোলে। 'পদ্দ' শব্দ বঙালীৰ অনুকৰণত আজিকালি কোনো মানুহৰ মুখত ওলাব পাৰে। তেনে শব্দক অসমীয়া ব্যাকৰণত সুমাই তাক দূষিত কৰা অনাৱশ্যক।

কেতিয়াবা 'ও' ৰ ঠাইত 'উ' হয় বুলি, উদাহৰণ দিছে যেনে সং—প্ৰোষ্ঠী—অং পুঠী। কিন্তু 'কেতিয়াবা' নুবুলি গ্ৰন্থকাৰে কব পাৰিলেহেঁতেন যে পাছত ই বা ঈ থাকিলে আগৰ 'ও' গুচি 'উ' হয়। পদমধ্যস্থিত 'ৱ' আধৰৰ উচ্চাৰণ ৱ (w) হয় বুলি উদাহৰণ দিছে। 'পৰিৱাৰ' ইয়াক কিন্তু 'পৰিয়াৰ' বুলিহে মাতে, সেই নিয়মৰ ব্যতিক্ৰম (exception) স্বৰূপে দিছে আকৌ নৈবেদ্য শব্দ। কিন্তু এইটো ব্যতিক্ৰম নহয়। শব্দৰ আগত থাকিলে 'ৱ' সদায় 'ব' হয়, আৰু মাজত থাকিলে 'ৱ' হয় তাৰ ব্যতিক্ৰম নাই। কেৱল এইটো কথা মনত ৰাখিব লাগে যে, উক্ত শব্দৰ আগত যদি এটা উপসৰ্গ বহে, তাৰ দ্বাৰা 'ৱ' টো পদমধ্যস্থিত নহয়; অৰ্থাৎ সি শব্দৰ আগতে থাকিল বুলি ধৰিব লাগে।

বৈদিক 'নিগুত' (enemy) শব্দৰ পৰা অং—'নিৰ্গত' শব্দ ওলাইছে বুলি ভাবি সূত্ৰ কৰিছে যে কেতিয়াবা 'উ' ৰ ঠাইত 'অ' হয়। কিন্তু মাজত 'ৰ' কাৰটো ক'ৰ পৰা আহিল? এতেকে তাৰ মূল 'নিগুত' হব নোৱাৰে; অৰ্থৰো মিল নাই। 'নিৰ্গত' শব্দ সং—'নিকৃত' শব্দৰ পৰা হোৱা বুলি কব পাৰি।

মুঠতে এই সূত্ৰ বিলাকৰ সৰহ ভাগেই কাল্পনিক, অবৈজ্ঞানিক আৰু ভ্ৰমাত্মক। অসমীয়া প্ৰাকৃতৰ নমুনা পাবলৈ নাই। সেই বুলি অল্প মিল থকা যেই সেই দেশৰে প্ৰাকৃত শব্দবোৰক অসমীয়া শব্দ-কোষৰ বাপেকী-মাইকী বুলি ধৰা ঠিক্ নহয়। তেনেস্থলত মূল সংস্কৃত শব্দটো দিলেই ভাল। আৰু পাৰিলে প্ৰাকৃত যুগৰ স্বাভাবিক পৰিৱৰ্তন বিলাকলৈ লক্ষ্য ৰাখি অসমীয়া প্ৰাকৃতত শব্দ কেনে আছিল চাগৈ তাৰ চেষ্টা কৰা উচিত; (অসমীয়া ভাষাৰ মৌলিক বিচাৰৰ ৩১-৬২ পৃষ্ঠা দৃশ)।

প্ৰকাশিত সকলো অসমীয়া ব্যাকৰণতকৈ এইখন ব্যাকৰণ বিস্তাৰিত। প্ৰত্যেক ভাষাৰ ব্যাকৰণ সেই ভাষাৰ বিশেষ গঠন অনুযায়ী হব লাগে। তাকে নকৰি গতানুগতিক বাটেদি অন্য ভাষাৰ ব্যাকৰণৰ আৰ্হি লৈ চলিলে আহুকালত পৰা যায়। অসমীয়া ভাষাটো analytical ; ইয়াত synthetic ভাষাৰ ব্যাকৰণ নাখাটে। গতিকেই এই ব্যাকৰণত কিছুমান কথাৰ খৰচি মৰা নাই। যেনে ; লিঙ্গ আধ্যাত গ্ৰন্থকাৰে লিখিছে সূৰ্য, ডাঙৰ পৰ্বত, বিল আদি পুং-লিঙ্গ। জোন, সৰু পৰ্বত, বৃদ্ধি আদি শব্দ স্ত্ৰীলিঙ্গ। তেনেহলে জোনটো নুবুলি জোনজনী, বৃদ্ধিটো নুবুলি বৃদ্ধিজনী বুলিব লাগিব। সৰু পৰ্বত যেনে বাৰুসিনী—সৌজনী বাৰুসিনী পৰ্বত, তাইৰ ওপৰত বহুত গছ-গছনি আছে। এনে বাক্যৰ কিন্তু ব্যৱহাৰ নাই। এতেকে নিৰ্জীৱ বস্তুক ক্লীবলিঙ্গ বোলাই ভাল। কেৱল লিখিত ভাষাত যিটো শব্দৰ সংস্কৃতমতে যি লিঙ্গ তাৰ বিশেষণটোৰো যদি সংস্কৃত শব্দ হয়, তেনে লিঙ্গ হব লাগে।

**বচন ঃ** গ্ৰন্থকাৰে অসমীয়াত দুটা বচন আছে বুলি কয় ; একবচন আৰু বহুবচন। কিন্তু আচলতে অসমীয়াত বহুবচনৰ এটা বেলেগ ৰূপ নাই। একোটা সংজ্ঞা শব্দ অসমীয়াত একবাচক হব পাৰে, বহুবাচকো হব পাৰে। 'বাহিৰত মানুহ আছে' বুলিলে বাহিৰ চ'ৰাত এজন মানুহ আছেনে, সৰহ আছে কোনেও নুবুজে। সৰহ থাকিলেও বাহিৰত মানুহ বিলাক আছে বুলি কোৱা নহয়। 'দহোটা মানুহবোৰ' নোবোলে (of ten men)। 'দহ জন' বুলিলে 'জন্' শব্দ বহুবাচক, এজন বুলিলে 'জন' শব্দ একবাচক। 'মানুহবোৰ' বা 'মানুহবিলাক' একোটা শব্দ নহয়। তাৰ প্ৰমাণ 'হ'টো হসন্ত (manuh bor) একোটা শব্দ হলে মাজৰ আখৰ হসন্ত নহয়। এতেকে মানুহৰ বিলাক—মানুহ বিলাক, মানুহৰ বোৰ—মানুহবোৰ সমাস হৈছে। এই দুটা প্ৰত্যয় নহয়, সুকীয়া শব্দ। অৰ্থ—সমূহ, জাক ইত্যাদি। 'a crowd of men' বাক্যটোক যদি 'man' শব্দৰ বহুবাচক ৰূপ বুলিব পাৰি, তেন্তে 'মানুহ বিলাক' মানুহকেইটা', 'মানুহবোৰ', 'মানুহ কিছুমান' 'মানুহ কেজন' 'মানুহ গোটা-চেৰেক' এই প্ৰত্যেকটো যুক্ত শব্দকে 'মানুহ' শব্দৰ বহুবচন বুলিব পাৰি। অকল সেয়ে নহয়, 'মানুহ হাল' 'মানুহ যোৰ', শব্দক মানুহৰ দ্বিবচন বুলিব লাগিব। তেনেহলে অসমীয়াত তিনিওটা বচন আছে।

বহুবাচক 'বোৰ' শব্দ গ্ৰন্থকাৰে কছাৰী 'ফুৰ' শব্দৰ পৰা আহিছে বুলিছে। কিন্তু আচলতে কছাৰীয়েহে আমাৰ পৰা নিছে। অষ্টন বড়ো জাতিৰ মাজত

'ক্ষুৰ' শব্দ নাই। আৰ্য শব্দ বিলাক কছাৰীৰ মুখত যে মহাপ্ৰাণিত (aspri-rated) হয় সেইটো অন্য কথা। 'বিলাক' শব্দ উত্তৰ-পূব প্ৰান্তৰ মিছিমি ভাষাৰ পৰা অহা নাই। এই দুয়োটা শব্দ উত্তৰ পশ্চিম প্ৰান্তৰ পৰাহে আহিছে, যি কালৰপৰা আৰ্য জাতিবিলাক আহিছিল (ইইঁতৰ মূল সম্বন্ধে অঃ ভাঃ মৌলিক বিচাৰ ২৪ পৃঃ দ্ৰশ)।

বিভক্তি চিন—প্ৰথমা বিভক্তিৰ চিন 'এ' টো ২৪০ দফাত ৬ষ্ঠীৰ পৰা ওলোৱা তিৰ্যক আকৃতি বুলিছে। কিন্তু ৩৮৮ দফাত 'সেইটো তৃয়া বিভক্তি ভিন্ন আন একো নহয়' বুলিছে। কোনটো ধৰা হব ? এইটো চিন অশোকৰ দিনৰপৰা চলি আহিছে আৰু পুৰণি অসমীয়া আৰু উড়িয়া ভাষাত অকৰ্মক ক্ৰিয়াৰ লগতো ব্যৱহৃত হৈছিল। এই দুটা কথালৈ মন কৰিলে ইয়াক ষষ্ঠী বা তৃতীয়াৰ তিৰ্যক যেন নালাগে। কেৱল বিশেষ 'জোৰ' (force) দি কবলৈ বুলিহে কৰ্তাকাৰকৰ পাচত 'এ' যোগ দিয়া হয় যেন লাগে।

দ্বিতীয়া বিভক্তিৰ চিন 'ক' সম্বন্ধে আজিলৈকে কোনেও একমত হব পৰা নাই। বৈদিক ভাষাত যে কোনো কোনো স্থলত স্বাৰ্থে 'কম্' যোগ দিয়া হয় সিও দ্ৰাবিড়ী ভাষাৰ পৰা আহিব পাৰে।

গ্ৰন্থকাৰে পুৰণি অসমীয়াত দ্বিতীয়া বিভক্তিৰ চিন স্বৰূপে 'কহোঁ' যোগ দিয়াৰ উদাহৰণ দিবলৈ গৈ 'সৱকহু' মাৰি' আৰু 'কুচকঁহো ধৰি হৰি' এই দুটা বাক্য তুলি দিছে। কিন্তু ইয়াত আমাৰ মতে 'সৱক (হুঁ) মাৰি, আৰু কুচক (হোঁ) ধৰি হৰি" এই দৰেহে হব। অৰ্থাৎ ইয়াত 'হুঁ' বা 'হো' প্ৰত্যয়ে 'also' বুজাইছে বা এনেয়ে স্বাৰ্থযুক্ত হৈছে; যেনেকৈ 'গৈলা গৈলাহা'। দ্বিতীয়া বিভক্তিত 'কহোঁ যোগ কৰা নিয়ম আমি অসমীয়া বৈষ্ণৱ সাহিত্যত পোৱা নাই। অসমাপিকা ক্ৰিয়াৰ পাচত 'কহোঁ' যোগ দিছিল (শঙ্কৰদেৱৰ নাটক দৃশ)।

তৃতীয়া বিভক্তি 'দি' আৰু 'এ' এই দুয়োটাৰ ব্যৱহাৰ কৰাৰ নিয়ম আছে। কোন অৱস্থাত 'দি' হয় আৰু কোন অৱস্থাত 'এ' হয় সেইটো গ্ৰন্থকাৰে বিস্তাৰিত কৈ ব্যাকৰণত দিব লাগিছিল। তদুপৰি 'বাঢ়লিদি', 'পহুদি', বা 'সিংহেদি' এনেবোৰ ভাষা শুদ্ধ নহয়। দিশ বাচক শব্দৰ পাচতহে দি বহে; যেনে—'ওপৰেদি', 'কাষেদি', 'মাজেদি' ইত্যাদি। ৬ষ্ঠী বিভক্তিৰ মূল সম্বন্ধে গ্ৰন্থকাৰে নামজলা ভাষাতাত্ত্বিক সকলৰ পদানুসৰণ কৰি 'কেৰ' শেহতীয়া প্ৰাকৃতত ব্যৱহাৰ কৰা এটি শব্দকে ধৰিছে। সাধাৰণতে এটা শব্দৰ

মূৰৰ ব্যঞ্জন বৰ্ণটো লুপ্ত নহয় তথাপি আমি যদি ধৰোঁ 'কেৰ'ৰ' 'ক' লুপ্ত হৈ যোৱাত ষষ্ঠী বিভক্তি 'এৰ' থাকিল ; তাৰ দ্বাৰাই ও অসমীয়া ষষ্ঠী বিভক্তিৰ চিন 'ৰ' পোৱা নাযায়। এইটো মনত ৰাখিব লাগে যে 'এৰ' বিভক্তিতকৈ 'ৰ' আগ। বিভক্তি 'ৰামকেৰ' পৰা 'ৰামেৰ' হলেও 'ৰামৰ' হব নোৱাৰে। কিন্তু 'ৰামৰ' আগ। 'ৰামেৰ' পাছ, ( অঃ ভাঃ মৌলিক বিচাৰ ২৩৮ পৃঃ দৃশ )।

৭মী বিভক্তিৰ 'ত' বিভক্তি ডাঃ হৰ্ণলী আৰু ডাঃ সুনীতিকুমাৰ চেটাৰ্জীৰ মতে গ্ৰন্থকাৰেও সং 'অন্তৰ' শব্দৰ পৰা হৈছে বুলি কয়। তেখেতসকলৈ সম্পূৰ্ণ শ্ৰদ্ধাসহ আমি কব খোজোঁ যে সেইটো মূল সমূলি সন্তোষজনক নহয় ; কাৰণ অসমীয়াই অনুনাসিক বৰ্ণ পৰাপক্ষত নেৰে। য'ত নাই, তাতো অসমীয়াই এটা লগাই লয়, যেনে সং 'স্ৰোত'—অং 'সোঁত', এনেস্থলত ঘৰ+অন্তৰ 'ঘৰঁত' হব। 'অন্তৰ' শব্দৰ অসমীয়া 'আঁতৰ'। কিন্তু পুৰণি পুথিতো ঘৰঁত, দেশঁত এনে ব্যৱহাৰ নাই। যদি ধৰি লোৱা হয় যে 'ত' টো 'অন্তৰ' শব্দৰ পৰা আহিছে, তেনেহলে, য'ত, ত'ত, ক'ত ইত্যাদি শব্দবিলাকো যস্য+অন্তৰ=য'ত ; তস্য+অন্তৰ=ত'ত এইদৰে ধৰিব লাগিব।

কিন্তু গ্ৰন্থকাৰে এইবোৰ শব্দৰ মূল 'যত্ৰ' 'কুত্ৰ', 'তত্ৰ' বুলি ( ২৪৭ পৃঃ ) লেখিছে। তেনেহলে ৭মী বিভক্তি 'ত'ৰ মূল দুটা হ'ল। এইটো সন্তোষজনক আৰু Scientific নহল। ( ইয়াৰ মূল সম্বন্ধে চন্দ্ৰকান্ত অভিধানৰ 'পাতনি'ৰ ১||/০ পৃঃ দৃশ )। অত্ৰ, তত্ৰ, যত্ৰ আদি সৰ্বনাম শব্দৰ দৰে সংজ্ঞা শব্দৰ পাছতো 'ত্ৰল' প্ৰত্যয় যোগ কৰা হৈছিল সেইটো অসম্ভৱ নহয়। এতেকে যত্ৰ, তত্ৰ আদি শব্দৰ অনুৰূপত 'গৃহত্ৰ', 'গ্ৰামত্ৰ' আদি শব্দও কিছুমান আদি প্ৰাকৃতত চলিছিল ( বিশেষকৈ বহিৰ্বঙ্গত) তাৰ পৰাই 'ঘৰত্ত', 'গামত্ত'>'ঘৰত', 'গাৱঁত'। মাৰাঠী ভাষাত 'ঘৰংত' হোৱাৰ কাৰণ Spontaneous nasalisation। তেনেকৈ সং 'বক্ত্ৰ'—পুঃ অং 'বেন্ত'। সং স্ৰোত—পুঃ অং—'সোন্ত'।

অধিকৰণৰ চিন 'এ' টো কেতিয়াবা 'ই' হয়, এইবুলি কৈ গ্ৰন্থকাৰে উদাহৰণ দিছে 'গেল নিজপুৰি' আৰু 'অনুসৰি'। কিন্তু এই দুয়ো ঠাইতে শেহৰ ই কাৰটো অধিকৰণৰ চিন নহয়। 'পুৰি' শব্দত কোনো বিভক্তি নাই আৰু 'অনুসৰি' শব্দত সেইটো অসমাপিকা ক্ৰিয়াৰ 'ই', অনুসৰণ কৰি=অনুসৰি।

**সৰ্ব্বনাম ঃ** প্ৰাকৃত আৰু অপভ্ৰংশত সৰ্বনাম বিলাকে হবেক ৰকমৰ আকৃতি ধৰাত সেইবোৰৰ পৰা নানাৰকমে অসমীয়া সৰ্বনাম কেইটা বাহিৰ

কৰিবলৈ সুবিধা আছে। কিন্তু এই আধ্যাৰ তলত গোটাচেৰেক ভুল আমাৰ চকুত পৰিছে। অ'ত, ত'ত, য'ত এইকেইটা অং সৰ্বনাম গ্ৰন্থকাৰে সং অত্ৰ, 'তত্ৰ' যত্ৰৰ পৰা হৈছে বুলিছে ; কিন্তু সেইটো নহয়। 'অত্ৰ' আদিৰ পৰা 'আত', 'তাত', 'যাত' হে হব পাৰে। 'অ'ত' 'ত'ত' শব্দত 'অ' ৰ যিটো ঠেক উচ্চাৰণ ( Like O in Old ) সেইটো 'অত্ৰ', 'তত্ৰ' শব্দত নাই। সং—'অস্মিন্', 'যস্মিন্' আৰু 'কস্মিন্' শব্দৰ পৰা হে অং অ'ত, অ'ৰ, ত'ত, ত'ৰ, ক'ত, ক'ৰ, য'ত, য'ৰ ইত্যাদি হৈছে ; ( অঃ ভাঃ মৌলিক বিচাৰ ২৬১, পৃঃ দৃশঃ )।

৩৩৯ (ঝ) দফা—তাহানি, যাহানি, তৈসানি, যৈসানি আদি শব্দ গ্ৰন্থকাৰে সং 'তাদৃশ' 'যাদৃশ' শব্দৰ পৰা অহা বুলি কয়। কিন্তু সেইটো বৰ দুৰাগত। এই বিলাক হৈছে সময়বাচক শব্দ ; 'দৃশ' ধাতুৰ লগত ইইতৰ সমন্ধ থকাটো সম্ভৱ নহয়। পুৰণি সাহিত্যত 'তেতিক্ষণে' 'যেতিক্ষণে' শব্দৰ ব্যৱহাৰ আছে। তেতিক্ষণে, তেইকৃষণে, তৈসানি, তাহানি।

৩৪০ দফা—সং—'অদ্য' আৰু প্ৰাকৃ 'অজ্জ'ৰ পৰা 'আজ' হে হব পাৰে, 'আজি' হ'ল কেনেকৈ ? আমাৰ মনেৰে আজ+৭মী ই=আজি, সেইদৰে অপ-পৰহ্ন+৭মী ই=পৰশুই=পৰহি। cf "কংসক বধিবা প্ৰভু পৰশুই দিনা বিকাল—বিআল+৭মী ই=বিঅলি, বিয়লি ; যদি 'পুনৰহি'ৰ পৰা হৈছে তেন্তে গ্ৰন্থকাৰে 'পুনবায়' লিখে কিয় ? আমাৰ মনেৰে 'পুনৰাই' হে শুদ্ধ শেষৰ 'ই' টো অসমাপিকাৰ 'ই' হবও পাৰে। cf শুধৰাই, বেগাই ইত্যাদি।

'হুনো' বা হেনো শব্দ সং 'ইদৃশ' শব্দৰ পৰা অহাটো আমাৰ মনে নধৰে। এইটো কেৱল 'শুনো' ( So I hear ) শব্দৰ অপভ্ৰংশ।

শব্দৰ মূল অন্বেষণ কৰোঁতে গোটাচেৰেক সৰল বুদ্ধিৰ ( common-sense ) নিয়ম অনুসৰণ কৰিব লাগে। যেনে, (১) চলিত সংস্কৃতত এটা শব্দৰ অনুৰূপ শব্দ পালে বৈদিক, সংস্কৃত বা ভাৰতৰ বাহিৰলৈ যাব নালাগে ; (২) ফাৰ্চী বা আৰবী ভাষাত পালে ইওৰোপীয় ভাষালৈ যাব নালাগে। আৰ্য ভাষাত পালে অনাৰ্য ভাষালৈ যাব নালাগে। এই তৃতীয় নিয়মটো বৰ কটকটীয়াকৈ ধৰিব নোৱাৰি। কাৰণ বহুত অনাৰ্য শব্দ আৰ্য ভাষাত সোমাই আৰ্য বুলি গৃহীত হৈছে।

গ্ৰন্থকাৰে দিয়া শব্দমূলৰ কিছুমান—যিবোৰ আমাৰ মনত আপত্তিজনক যেন লাগিছে—তলত দিয়া হ'ল। 'আপ' (generally applied to old man not in higher society ) গ্ৰন্থকাৰৰ মতে বৈদিক 'আপ্ত' ( revered )

শব্দৰ পৰা আহিছে। কিন্তু 'আপু' শব্দৰ পৰা 'আত' বা 'আতা' হব পাৰে (যেনেকৈ সপ্তৰ পৰা সাত) ইয়াৰ মূল সম্ভৱতঃ নগা—'আপ' (my father).

'আই'—এইটো শব্দ বঙ্গদেশ আৰু উত্তৰ পশ্চিম অঞ্চলতো আছে। এতেকে ই কছাৰী, ভুটীয়াৰ পৰা অহা নাই।

'আপা'—শব্দটো ভুটীয়া ভাষাৰ পৰা আহিছে বুলি কৈ 'আপী' শব্দটো বৈদিক সং বুলি কোৱা ঠিক হোৱা নাই। এটা আনটোৰ স্ত্রীলিঙ্গ ৰূপ মাত্র।

'মতা' শব্দটো, ইচলামী 'মদ্দ'ৰ পৰা অহা বুলিছে। কিন্তু ফাৰ্চী 'মৰ্দ' হে 'মদ্দ' নহয়। 'মৰ্দ'ৰ পৰা অং 'মৰদ' হৈছে। গ্রন্থকাৰৰ মতে 'মতা' শব্দৰ স্ত্রীলিঙ্গ 'মাতী' ভেনেহলে সিইতৰ মূল কৰবাত হে হব কিজানি। সং 'মত্ত'ৰ পৰা হব নোৱাৰেনে?

'ক'লা'—শব্দৰ মূল সং 'কালক' হোৱাটো এক প্রকাৰ অসম্ভৱ; কাৰণ 'ক'লা' শব্দত ক যুক্ত 'অ'ৰ ঠেক উচ্চাৰণটো 'কাল' শব্দত নাই। তদুপৰি সংস্কৃতত 'কাল'ৰ অৰ্থ black নহয়। ক'লা শব্দৰ পূৰ্বৱস্থা কনৌজী 'কৌলা' (black)।

'মেকুৰী' শব্দৰ মূল কেইবাটাও দিছে। এটাও আমাৰ মনত খোৱা হোৱা নাই। ইয়াৰ মূল সম্বন্ধে অঃ ভাঃ মৌলিক বিচাৰ ১৯ পৃঃ দ্রষ্টব্য।

'সাঁজ'—শব্দটো 'সায়ং' শব্দৰ পৰা অহা বোলাতকৈ 'সন্ধ্যা' শব্দৰ পৰা বুলি কলেই ভাল

'এৰা' (yes) শব্দৰ লগত সং 'ইড়ক' শব্দৰ একো সম্বন্ধ নাই। ফাৰ্চী 'আৰে' (yes) শব্দৰ বৰ্ণ বিপৰ্যয় হৈ অং এৰা' হৈছে।

'কুকৰা (Easterly) চুতীয়া ভাষাৰ পৰা অহা বুলি ধৰাৰ কোনো কাৰণ নাই। ইয়াৰ মূল সং 'পূৱৰ্ণা' (অঃ ভাঃ মৌলিক বিচাৰ ১৮ পৃঃ দ্রঃ)।

'বগা' (white) শব্দ সং 'বলক্ষ' শব্দৰ পৰা হোৱা টান। বৰং 'বক' শব্দৰ পৰাই উজু। পুৰণি Slavonic ভাষাত 'বগু' = white।

'চেলেক' —গাৰো ভাষাৰ পৰা অহা বুলি আমি নাভাবোঁ। কাৰণ এইটো এটা আৰ্য শব্দ ইওৰোপীয় ভাষাতো আছে। (উপৰোক্ত মৌঃ বিচৰ দ্রষ্টব্য)।

'আলহী' (Guest) এইটো শব্দ মিকিৰৰ পৰা আহিছে বুলি গ্রন্থকাৰে কয়। আমাৰ মতে অসমীয়াৰ পৰাহে মিকিৰে নিছে। ইয়াৰ মূল ফাৰ্চী 'আলশবিল' (বাট)। ফাৰ্চী ভাষাত বাটৰুৱাক 'ইবন্ আলশবিল' বোলে।

'খং'—চুটীয়াৰ পৰা এই শব্দ পাইছোঁ বুলি আমি নাভাবোঁ। অসমীয়াৰ পৰাহে চুটীয়ালৈ গৈছে। ইয়াৰ পুৰণি অসমীয়া ৰূপ হৈছে 'কংক'। এতেকে ইয়াৰ মূল 'কংস' বা 'ক্ৰোধ' দুটাৰ ভিতৰত হব লাগে।

'চেউৰী'—বৈদিক 'শাবক' শব্দৰ পৰা অহা বহু দূৰাগত যেন লাগে। আমাৰ মনেৰে 'চেঙেৰা' শব্দৰ লগত ইয়াৰ সম্বন্ধ আছে।

'জোন' ( moon ) শব্দ 'জোন্‌হা' (moon light) শব্দৰ পৰা হৈছে বুলি গ্ৰন্থকাৰে কয়। 'moon' শব্দতকৈ 'moon light' শব্দ আগ হব নোৱাৰে। এতেকে 'জোন্‌' শব্দ আগ। জোন্‌হা=জোনাহা="জোনাক্" অসমীয়াৰ বাহিৰে আন অনেক ভাষাত 'জোন' বা 'জুন' শব্দৰ ব্যৱহাৰ আছে। সম্ভৱতঃ উয়াৰ মূলত 'জ্যোতিষ্মন' বা তেনে এটা শব্দ যাৰ পৰা 'জোষন্'—জোহন—'জোন্‌' হৈছে।

'হাইজা'—চুটীয়া ভাষাৰ পৰা অহা নাই। এইটো আৰবী শব্দ, ফাৰ্চীতো ব্যৱহাৰ কৰে।

'কোব' ( blow ) সং 'কোপ' শব্দৰ লগত ইয়াৰ সম্পৰ্ক নাই বুলিব পাৰি। ইয়াৰ মূল ফাং—কুব ( strike )।

'পথৰ্লি'—তামিল ভাষালৈ যাবৰ দৰ্কাৰ নপৰে। অসমীয়া থৰলি বা থুবলি শব্দৰ বৰ্ণ বিপৰ্যয়। থৰলি শব্দ থাবলি শব্দৰ 'সৰু' বুজুৱা (diminutive ) ৰূপ। থাবলিৰ মূল সং খল্ব-থাল।

'পখৰা' ( Parti coloured ) শব্দ বৈদিক পাকাক ( পকা খহু ) শব্দৰ লগত কোনো সম্বন্ধ নাই। এতেকে তাৰ পৰা ওলোৱা বুলি ভাবিবলৈ কোনো কাৰণ নাই। সম্ভৱতঃ এইটো 'ফাৰ্চী' 'আবলাখ' ( black and white ) শব্দৰ বৰ্ণ বিপৰ্যয়।

'পোৱালি' শব্দৰ মূল ভাৰতীয় ভাষাতে পোৱা যায় ; এতেকে Latin ভাষালৈ যোৱাৰ দৰকাৰ নাই। অং-'পো' ( son ) পূৰ্ববঙ্গ, পোৱা+লি লী, ( স্বাৰ্থে )। পুৰণি পূব ভাৰতীয় ভাষাত ( অসমীয়া, বঙলা ) ইয়াৰ ব্যৱহাৰ আছিল।

কটীয়া ( short )—ইয়াৰ উৎপত্তি তামিল ভাষাৰ পৰা নানি ফাৰ্চী 'কুটাঃ' শব্দৰ পৰা অনাহে উচিত বিবেচনা কৰোঁ।

'গছ'—ইয়াৰ মূল দিছে সং 'গচ্ছ'। কিন্তু এনে এটা শব্দ অমৰ কোষত নাই। এইটো এটা প্ৰাকৃতিক শব্দ ; আধুনিক সং অভিধানত সোমাইছে।

ইয়াৰ মূল হৈছে সং বৃক—প্ৰাক্ বচ্ছ তাৰ পৰা গচ্ছ—তাৰ পৰা গছ। ( ব আৰু গ আখৰৰ পৰম্পৰ পৰিবৰ্তন সম্বন্ধে অঃ ভাঃ যৌগিক বিচাৰ ১৬ পৃঃ দ্ৰষ্টব্য )।

'ভেঙুচালি'—সং 'ভ্ৰূকুটি ৰচনা'ৰ পৰা অহাটো বৰ দুৰাগত। আমাৰ মনেৰে—ব্যঙ্গ+চা+আলি, চা=সদৃশ (ফাং)+আলি ( গুণবাচক তদ্ধিত )।

'শাক' শব্দৰ মূল দিছে সং—গণ্ডক, কেন্দুক। কিন্তু ইয়াৰ মূল সিমান জটিল নহয়। ফাৰ্চী 'নিশান'=চিহ্ন। এতেকে নিশান—চিহ্ন যুক্ত ( Similar ) তাৰ পৰা অং—নিচিনা।

'সোণকাল' শব্দ সং 'সমকাল'ৰ পৰা অহা নাই, কাৰণ দুয়োটাৰ অৰ্থ বহুত দূৰ। আমাৰ মনেৰে সং 'ক্ষণকাল' কৃষ্ণকাল 'সোণকাল'। আজিকালি 'সোণকাল' শব্দৰ অৰ্থ ক্ষণকালৰ লগত নিমিলে কিন্তু আগেয়ে মিলিছিল বুলি ভাবিবৰ কাৰণ আছে। cf চিৰকালে (?) চেতনা লভিলা"—মাঃ কন্দলি।

ব্যাকৰণত 'লোপ হয়' 'উচ্চাৰিত কৰে' এনে অশুদ্ধ প্ৰয়োগবোৰ ঘনে ঘনে দেখা পালে বেয়া লাগে। 'লোপ পায়' বা 'লুপ্ত হয়' আৰু 'উচ্চাৰণ কৰে' বা 'উচ্চাৰিত হয়' এনে হলেহে শুদ্ধ হয়। তদুপৰি পাচনি ধাতুৰ কৃদন্ত (Verbal noun ) বিলাক ভুল হৈছে, ছপা ভুলো হব পাৰে। যেনে 'দেখুওৱা' 'বহুওৱা' আদিৰ ঠাইত কেৱল 'দেখুৱা' ( আদেশ ) বহুৱা ( আদেশ ) মাত্ৰ দিছে।

গ্ৰন্থকাৰে 'লিখা' শব্দৰ ঠাইত 'লেখা' ( writing ) ব্যৱহাৰ কৰাটো আমি সমৰ্থন কৰোঁ। ২০০ বছৰীয়া পুৰণি অসমীয়া ভাষাতো 'লেখা' হে আছে।

ওপৰত কোৱা আসোঁৱাহবোৰ থকা স্বত্বেও আমি কওঁ, এই কিতাপে অসমীয়া ভাষাৰ মূল অন্বেষণ কৰাত যথেষ্ট সহায় কৰিব।*

---

* 'অসম সাহিত্য সভা পত্ৰিকা' ( সপ্তম বছৰ : চতুৰ্থ সংখ্যা, ১৮৫৯-৬০ শক ) ত প্ৰকাশিত এই প্ৰবন্ধটো হুবহুভাবে পুনৰ্মুদ্ৰণ কৰা হৈছে।—সম্পাদক

## অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব

### ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী

অসমীয়া ব্যাকৰণৰ, বিশেষকৈ অসমীয়া ভাষাৰ ইতিহাসৰ দৃষ্টিৰে কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ গ্ৰন্থখন এখন উল্লেখযোগ্য মূল্যৱান গ্ৰন্থ। ১৯৩৬ চনত পুথিখন ছপা কৰি মেধিয়ে অসমীয়া ভাষাটোক আৰ্য-অনাৰ্য ভাষাৰ বিবিধ উপাদানেৰে সমৃদ্ধ অথচ স্বতন্ত্ৰভাৱে অসমত বিকাশপ্ৰাপ্ত এটা প্ৰাচীন ভাষাৰূপে সুপ্ৰতিষ্ঠিত কৰি ৰাখিলে। ১৯৪১ চনত ডঃ বাণীকান্ত কাকতিৰ 'অসমীয়া ভাষাৰ গঠন আৰু বিকাশ' নামৰ গৱেষণা-গ্ৰন্থখনৰ প্ৰকাশৰ পাছত 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব'খনৰ প্ৰচাৰত কিছু বাধাপ্ৰাপ্ত হ'ল। ডঃ কাকতিয়ে পুথিখনৰ বিষয়ে সুচিন্তিত মন্তব্য নিদিয়াটো এপিনৰপৰা আচৰিত হ'বলগীয়া কথা। নিৰপেক্ষভাৱে বিচাৰ কৰি চালে মেধি ডাঙৰীয়াৰ গ্ৰন্থখনে ডঃ কাকতিৰ গ্ৰন্থখনে আলোচনা নকৰা অথচ আৱশ্যকীয় বহুতো কথা আলোচনা কৰাহে দেখা যায়। সেইবোৰে বিশেষকৈ অসমীয়া ভাষাটোৰ আঁতি-গুৰি দেখুওৱাত যথেষ্টৰূপে সহায় কৰিছে। মেধিয়ে আলোচনাৰ বাবে অকল মান্য ৰূপটোকে লোৱা নাই। তেওঁ উপভাষাৰে সৈতে অসমীয়া ভাষাৰ সমগ্ৰ ৰূপটোহে লৈছে; কাৰণ, অসমীয়া ভাষাৰ "মূল অসমৰ উপভাষাবোৰৰ মাজতে আছে।" অৱশ্যে অসমীয়া ভাষাৰ মূল নিৰ্ধাৰণ কৰিবলৈ হ'লে ভাৰতীয় আন আন ভাষা, প্ৰাচীন ভাৰতীয় আৰ্য-ভাষা আৰু তাৰপৰা বিকশিত মধ্য ভাৰতীয় আৰ্য-ভাষাৰ আলোচনাও অপৰিহাৰ্য। সেইটো অনুভৱ কৰিয়ে মেধিয়ে বৈদিক ভাষা, সংস্কৃত ভাষা, প্ৰাকৃত ভাষা, সেই আটাইবোৰৰ উৎপত্তি, বিকাশ আৰু বিস্তৃতিৰ সাধাৰণ আলোচনা দাঙি ধৰি অৱশেষত সেইবোৰৰ বিবিধ উপাদানেৰে অসমীয়া ভাষাটো কেনেদৰে গঢ়ি উঠিছে তাৰ বহল আলোচনা ইংৰাজী পাতনিখনত সন্নিৱিষ্ট কৰিছে। ভাৰতীয় আৰ্য-ভাষাৰ উৎপত্তি আৰু বিকাশৰ পৰিচয়ৰ বাবে সেই আলোচনাখিনি সকলোৰে কাৰণে মনোগ্ৰাহী।

অসমীয়া ভাষাটোৰ প্ৰাচীনতাৰ ওপৰত মেধিয়ে গুৰুত্ব আৰোপ কৰি নানা যুক্তিৰ সহায়ত অসমীয়া ভাষাৰ লগত প্ৰাক্-বৈদিক আৰু বৈদিক ভাষাৰ

যোগসূত্র স্থাপন কৰিছে। ভাৰতীয় আৰ্য-ভাষাবোৰৰ বিকাশ সম্পৰ্কে দেশী-বিদেশী পণ্ডিতসকলৰ কিছুমান সিদ্ধান্তও তেওঁ মানিব খোজা নাই। বিশেষকৈ ভাৰতীয় আৰ্য-ভাষাৰ বিভাজনত অন্তৰঙ্গ আৰু বহিৰঙ্গ বিভাগৰ তথ্য অগ্ৰাহ্য কৰি তিব্বতৰ পিনৰপৰা অহা এটা আৰ্য-সুঁতিৰ অসমত প্ৰৱেশৰ কথাহে তেওঁ ক'বলৈ বিচাৰিছে। অসমীয়া ভাষাত প্ৰাক-বৈদিক উপাদানৰ বিষয়ে আলোচনা-প্ৰসঙ্গত মেধিয়ে অসমীয়া শব্দমালা, অসমীয়া ধ্বনি, ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ কিছুমান বৈশিষ্ট্যলৈ আঙুলিয়াইছে। শব্দমালাৰ ক্ষেত্ৰত আতা, আবু, ওৰ, গেৰি, দৰা, দেও, বহা ( ঠাই ) আদি শব্দৰ যথাক্ৰমে গ্ৰীক অত্ত, গোথিক অত্তন ; লেটিন অৰ-উছ ; দ্ৰাবিড়ীয় ওৰম ; গ্ৰীক গেৰ্থছ ; বৈদিক আড়ম্বৰ ; জেন্দ্ দএৱ ; বৈদিক বসা ( নৈৰ নাম ) শব্দৰ লগত সম্বন্ধ দেখুওৱা হৈছে। ধ্বনিৰ ক্ষেত্ৰত অসমীয়াত মূৰ্ধণ্য ধ্বনিৰ অনুপস্থিতি আৰু সংস্কৃত উষ্ম ধ্বনিৰ ( শ, ষ, স ) এটা ধ্বনিত পৰিণতি ; ধ্বনি-তত্ত্বৰ ক্ষেত্ৰত সংস্কৃতৰ ক্ষ ধ্বনিৰ ইংৰাজীত খ্ষ ধ্বনি আৰু অসমীয়াত হোৱা খ ধ্বনি ( তু. মক্ষী > মাখী ) ; ৰূপতত্ত্বৰ ক্ষেত্ৰত বহুবচনৰ প্ৰত্যয়-হঁত ( ইৰাণী হেন্তি ) আৰু অপাদান কাৰকৰ বাবে ব্যৱহাৰ হোৱা পৰসৰ্গ 'পৰা'ৰ ( ইৰাণী পৰা ) উল্লেখ কৰা হৈছে। বৈদিক উপাদানৰ ভিতৰত শব্দমালাৰ ক্ষেত্ৰত আপি ( ছোৱালী ), ওত, উত ( এলাহ ), এনা, এনে, কুলী ( চৰাই ), দাত্বৰী, ভেম, মেনা ( ম'হ ) শব্দৰ যথাক্ৰমে বৈদিক আপি ( আই, মাইকী মানুহ ), উতি, এনা, কুলীক, তাত্বৰী, ভেম, মেনা শব্দৰ সৈতে সম্বন্ধ দেখুওৱা হৈছে। আকৌ কিছুমান অসমীয়া শব্দৰ সংস্কৃততকৈ বৈদিক শব্দৰ ৰূপেৰে সৈতেহে ঘনিষ্ঠ সম্বন্ধটো বুজোৱা হৈছে ; যেনে :

| অসমীয়া | বৈদিক |
|---|---|
| বাকল, বাকলি | ৱকল |
| সহ | সস |
| শকত | শকত |
| চেতন | চেতনম্ |
| মথা | মথ্স |
| বিত | বীত |

অসমীয়া সৰ্বনাম শব্দ আমি আৰু তুমিৰ মূল ক্ৰমে বৈদিক অস্মে আৰু

ভুলৰ, কাইৰ (কোন) বৈদিক কা-ৰ; অসমাপিকাসূচক প্ৰত্যয়-ই (বৈদিক -ত্বি) আদিৰ উল্লেখো মন কৰিবলগীয়া।

'অসমীয়া ব্যাকৰণ আৰু শব্দমালাৰ প্ৰায় আঠাইখিনি সংস্কৃতত্তে পোৱা যায়' বুলি মন্তব্য দাঙি ধৰিও মেধিয়ে ভাৰতৰ বিভিন্ন ঠাইত বিকাশ লাভ কৰা প্ৰাকৃত ভাষাবোৰৰ উল্লেখ কৰি অসমীয়া ভাষাত শৌৰসেনী আৰু মাগধী প্ৰাকৃতৰ বৈশিষ্ট্য কিছুমানৰ উপস্থিতিৰ আলোচনাৰ পাছত অসমীয়া ভাষাটো 'শৌৰসেনী আৰু মাগধী অপভ্ৰংশৰ মিশ্ৰণ' বুলি দৃঢ় মত প্ৰকাশ কৰিছে। অকল অসমীয়া ভাষাই নহয় ভাৰতীয় আন আৰ্যভাষাবোৰতো বিভিন্ন প্ৰাকৃতৰ মিশ্ৰণৰ কথা পণ্ডিতসকলে বৰ্তমান স্বীকাৰ কৰিছে। অসমীয়া ভাষাত শৌৰসেনী উপাদান হিচাপে সং. ৰ্য > য্য > জ্জ (সং. কাৰ্যম্ > অ. কাজ), সং. ক্ষ > খ (সং. ক্ষীণম্ > অ. খীণ) ৰ উল্লেখ কৰা হৈছে। অসমীয়া ভাষাত অনাৰ্য উপাদানৰ প্ৰতিও মেধিয়ে দৃষ্টি নিক্ষেপ কৰি অসমৰ ঠাই, পৰ্বত আৰু নৈৰ নামৰ উপৰি দৈনন্দিন ব্যৱহৃত শব্দ কিছুমানতো তিব্বত-বৰ্মীয় আৰু টাই ভাষাৰ সম্বন্ধৰ কথা আলোচনা কৰিছে। তলত সেইবোৰৰ কেইটামান দিয়া হ'ল: চিৰিং চাপৰি (চুতীয়া চিৰিঙ্), দবং (চুতীয়া দুবঙ্), ওৰাং (ভুটীয়া), হাজো (কছাৰী হজু), কুৰাং (খাচি), কেটেঙা (চুতীয়া), চাউদাং (আহোম), জিক্ (চুটীয়া জিকু, আহোম জিক্ তিতা), ডেকা (চুতীয়া ডেকাও), ফাইদাং (কছাৰী)।

অসমীয়া ভাষাৰ গঠন-পদ্ধতিতো তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথা মেধিৰ চকুত নপৰাকৈ থকা নাই। বিশেষকৈ অসমীয়া ভাষাৰ লিঙ্গ-ভেদ প্ৰথাত দেউৰী-চুতীয়া ভাষাৰ আচৰিত ধৰণৰ সাদৃশ্য আছে। অসমীয়া বহু বচনৰ প্ৰত্যয়—'বিলাক' আৰু—'বোৰৰ' মূল গাৰো—ফিলাক আৰু কছাৰী—ফ্ৰ হিচাপে দেখুওৱা হৈছে। অসমীয়াৰ নিৰ্দিষ্টবাচক প্ৰত্যয়ৰ ক্ষেত্ৰত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱ স্বীকাৰ নকৰি নোৱাৰি। "এই বৈশিষ্ট্যটো বড়ো শাখাৰ পৰাই প্ৰধানকৈ ধাৰ কৰা হৈছে" বুলি মেধিয়ে স্পষ্টভাৱে কৈছে। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা সম্বন্ধ বুজোৱা শব্দ কিছুমান, যেনে, ককাই, বাই, দাদা আদিৰ মূলত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ কথা চিন্তা কৰাৰ উপৰি মেধিয়ে আৰবী, পাৰ্চী আৰু দ্ৰাবিড়ীয় ভাষাৰ উপাদানৰ বিষয়েও অলপ আলোচনা আগ বঢ়াইছে। অসমীয়া ভাষাত দ্ৰাবিড়ীয় প্ৰভাৱৰ বিষয়ে চিন্তা-চৰ্চাৰ ক্ষেত্ৰ এতিয়াও পৰি আছে। মেধিয়ে কিছুমান অসমীয়া শব্দত

দ্রাবিড়ীয় ভাষাৰ প্ৰভাৱৰ কথা উনুকিয়াইছে ; যেনে, ভৰলু ( তামিল আৰু, আলু 'নৈ' ), চিনা জোক ( তেলেগু চিন্ন, তামিল ছিন্ন ), উকধ্ ( তামিল ওকৰু ) ইত্যাদি।

প্ৰাক্-বৈদিক আৰু বৈদিক ভাষাৰ লগত অসমীয়া ভাষাৰ সম্পৰ্ক স্থাপন কৰিলেও অসমীয়া ভাষা সম্পৰ্কে হিউয়েনচাঙৰ উক্তিয়ে প্ৰথম উল্লেখ। অসমীয়া ভাষাৰ প্ৰথম লিখিত নিদৰ্শন ৬ষ্ঠ-১২শ শতিকাত ৰচিত হিন্দু ৰজা-সকলৰ তামৰ ফলিবোৰত পোৱা যায়। ডঃ বেণীমাধৱ বৰুৱাই এনে শব্দবোৰৰ আলোচনাৰ ভিত্তিত কামৰূপী প্ৰাকৃতৰ অৱস্থিতিৰ কথা কৈছে। কালিৰাম মেধিয়েও তামৰ ফলিবোৰৰ পৰা বহুতো অসমীয়া শব্দ উদ্ধাৰ কৰিছে। সেই-বোৰৰ ভিতৰত ঠাইৰ নাম, মানুহৰ নাম, গছ-গছনিৰ নাম আৰু আন শব্দ কিছুমানো আছে। সেই শব্দবোৰৰ কিছুমানে বৰ্তমানত ব্যৱহাৰ হোৱা অসমীয়া শব্দ কিছুমানৰ পূৰ্ব ৰূপৰ নিৰ্দেশো দিয়ে। মেধিয়ে উল্লেখ কৰা শব্দ কিছুমান তলত দিয়া হ'ল :

(ক) মানুহৰ নাম বুজোৱা শব্দ ঃ অনি, ঢনি, সনি, কালিয়া, পুল্লো।

(খ) ঠাইৰ নাম বুজোৱা শব্দ ঃ দক্ষিণপাট, মাকৃখিযান, পণ্দৰি।

(গ) গছ-গছনিৰ নাম বুজোৱা শব্দ ঃ ওড়িঅম্ম ( উৰিআম ) কণ্টাফল ( কঁঠাল ), কণ্টাৱকড় ( ৱকড় 'বগৰী' ), কাশিম্বল ( কুঁহিমলা ) ঝৰি, জটি ( জৰি ), পাকটি ( পাকৰী ), জাটলী, জিঙ্গনি, গিঙ্গিনী ( জিঙ্গিনী ), ৰহুআল ( ঔটেঙা, ৰহু > ঔ ), সুবৰ্ণদাৰু ( সোণাৰু ), হিজল, পাৰলি ( এবিধ ফুল ) লোচন, ডুম্বৰী, ( ডিমৰু )।

(ঘ) অন্যান্য শব্দ ঃ আম্ব ( আম ), আলি ( পথাৰৰ ), কণ্টা ( কাম. কাটা, ম. অ. কাঁইট ), কুআ ( কুঁৱা ), খোড়া (মুৰ নথকা, কাম. খাড়া-মুৰা), জান, জোল ( জান ), ডোবড়ি ( ডুবি ), ডোল, দেউল ( মন্দিৰ ), নাক (নাক) ভিটি, মাকৃখি, মুণ্ডা ( মূড়া ) বেক ( বেকা ), সোন্তা ( কাম. সন্তা, মা. অ. সোঁত ), হড়ি ( হাড়ি )।

অসমৰ বুকুত স্বতন্ত্ৰভাৱে বিকাশ লাভ কৰা অসমীয়া ভাষাটো বঙলা ভাষাটোৰ পৰাও সম্পূৰ্ণৰূপে পৃথক। এই কথাখিনিৰ সত্যতা প্ৰতিপন্ন কৰিবলৈ মেধিয়ে দৈনন্দিন ব্যৱহৃত ১০৯ টা অসমীয়া শব্দৰ বঙলা শব্দেৰে সৈতে তুলনা কৰি দেখুৱাইছে যে অসমীয়া শব্দবোৰ প্ৰধানকৈ তদ্ভৱ শব্দ। তদ্ভৱ শব্দৰ অৱস্থিতিয়ে ভাষাটোৰ চহকী ৰূপ এটাৰ পৰিচয় দিয়ে। এই

ক্ষেত্ৰত অসমীয়া ভাষাটো অতি চহকী ভাষা। এইদৰে নানা যুক্তি আৰু প্ৰমাণসহ মেধিয়ে অসমীয়া ভাষাটোক এটা প্ৰাচীন, স্বতন্ত্ৰ আৰু চহকী ভাষাৰূপে প্ৰতিষ্ঠা কৰিলে।

অসমীয়া ভাষাৰ ব্যাকৰণৰ বিষয়ে আলোচনা কৰিবলৈ গৈ অসমীয়া ধ্বনি আৰু ধ্বনিতত্ত্বৰ বিশেষকৈ ঐতিহাসিক ধ্বনিতত্ত্বৰ বিষয়ে মেধি প্ৰথমতে আলোচনাত নামিছে ; বৰ্তমানৰ ভাষা-বিজ্ঞানৰ চৰ্চাৰ দৃষ্টিৰে এই আলোচনাত কিছু ত্ৰুটি ধৰা পৰিলেও আলোচনাখিনিয়ে অসমীয়া ভাষাৰ শব্দবোৰৰ উৎপত্তি আৰু বিকাশৰ সুন্দৰ চিত্ৰ উপস্থিত কৰিছে। গোটেই গ্ৰন্থখনতে অসমৰ মাতৃভাষা আৰু উপভাষাৰ অসংখ্য শব্দৰ ক্ৰমবিকাশৰ ৰূপ সংৰক্ষিত হৈছে। শব্দবোৰৰ মূল নিৰ্ণয় কৰি সেইবোৰৰ প্ৰাকৃতৰ ৰূপ সংৰক্ষিত হৈছে। শব্দবোৰৰ মূল নিৰ্ণয় কৰি সেইবোৰৰ প্ৰাকৃতৰ ৰূপবোৰ দাঙি ধৰাত অসমীয়া ভাষাৰ ঐতিহাসিক আৰু তুলনাত্মক আলোচনাৰ বাবে গ্ৰন্থখন মূল্যবান হৈ উঠিছে তলত চানেক হিচাপে কেইটামান শব্দৰ আলোচনা দিয়া হ'ল :

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| হ্ৰদঃ | দহো | দহ, দ |
| উল্কা | উক্কা | উকা |
| মদ্গু | মগ্গু | মগু |
| সংজ্ঞা | সন্না | চান ( গন্তিত ) |
| প্ৰগুন | পাউন | পোণ |
| জীৰ্ণঃ | জিন্নো | জীণ |
| গৰ্ত্তঃ | গট্টো, গড্ডো, গড্ডা | গাৰা, গৰা, গাঁত |
| উষ্মা | উম্হা | উম |
| চৈত্ৰ | চইত্তো | চৈত, চ'ত |
| ময়ূৰঃ | মউৰো | মইৰা, মৈৰা, ম'ৰা |
| আলুকং | আলুঅং | আলু |
| শিথিল | সিঢিলো | ঢিলা |
| বিল্বং | বেল্লম্ | বেল |
| পাটয়ন্তি | ফাৰেই | ফালে |

সহজতে মূল বিচাৰি নোপোৱা শব্দ কিছুমানৰ মূলো মেধিয়ে দেখুৱাইছে

যেনে, হেলচী ( বৈ. সিলাচী ), পেলু ( সং. পীলুঃ ) টঙনা ( সং. টঙ্কণঃ ) ল'ৰা ( সং, লট ), পঁইতা, পন্তা, পান্তা ( বৈ. পান্ত ), জুটি ( বৈ. জুষ্টি )।

অসমীয়া ভাষাৰ ৰূপতত্ত্বক কালিৰাম মেধিয়ে লিঙ্গ, বচন, কাৰক, বিভক্তি, বিশেষণ, সংখ্যাবাচক শব্দ, সৰ্বনাম, ক্ৰিয়া-বিশেষণ, ক্ৰিয়া, ধাতু, ধাত্বাদেশ, বাচ্য, ধাতুৰূপ, মিশ্ৰধাতু, অব্যয়, কৃৎ, তদ্ধিত, সমাস—এইবোৰ ভাগত ভগাই প্ৰত্যেককে যথাসম্ভৱ ঐতিহাসিক দৃষ্টিৰে আলোচনা কৰিছে। শব্দ বিভক্তিৰ ক্ষেত্ৰত শূণ্য-বিভক্তিৰ নিৰ্দেশ এটা উল্লেখযোগ্য কথা। অসমীয়া ভাষাৰ সন্ধি সম্পৰ্কে থকা তেওঁৰ ধাৰণাও প্ৰশংসনীয়। মেধিৰ ভাষাত "সংস্কৃতত সন্ধি বুলিলে যি বুজায় অসমীয়াতো সন্ধিৰ অৰ্থ ঠিক তেনে বুলি ধৰিলে ভুল হ'ব। কিন্তু কোনো কোনো ঠাইত অসমীয়া সন্ধি যে হয় তাত সন্দেহ নাই।" অসমীয়া সন্ধিৰ তেওঁ বহুতো উদাহৰণ দিছে আৰু সেইবোৰৰ সূত্ৰও দাঙি ধৰিছে ; যেনে :

(ক) অ, আ বা এ পাছত থাকিলে ই, ঈ, এ, ঐ, ঋৰ পাছত বিকল্পে 'য়' আৰু উ, ঊ, ও, ঔৰ পাছত বিকল্পে 'ৱ' আগম হয় ; যেনে, হাবি+অনি =হাবিয়নি, দি+আ=দিয়া, পিতৃ+এ=পিতৃয়ে, মালৈ+এৰে=মালৈয়েৰে, মালৈএৰে, মালৈৰে, উলু+অনি=উলুৱনি, শোঁ+অতী=শোঁৱতী, কপো +এ=কপোৱে, গাওঁ+অলীয়া=গাওঁলীয়া।

(খ) শব্দৰ অন্তত অকলে থকা 'ই' বা 'ও'ৰ পাছত এ বা ও থাকিলে বিকল্পে 'ই'ৰ ঠাইত 'য়' আৰু 'ও'ৰ ঠাইত 'ৱ' হয় ; যেনে, মই+ও=ময়ো, তই+এ=তয়ে, দুই+ও=দুয়ো, তেওঁ+এই=তেৱেঁই, নাও+এৰে= নাৱেৰে।

(গ) 'অ'ৰ পাছত ই বা ঈ থাকিলে উভয়ে মিলি সাধাৰণতঃ বিকল্পে ঐ হয়, যেনে, ক+ই=কৈ, ল+ই=লৈ।

অসমীয়াত লিঙ্গ-ভেদৰ আলোচনাত মেধিয়ে এষাৰ উপযুক্ত কথাই কৈছে : "বাস্তৱিকে অসমীয়া ভাষাত লিঙ্গ দুটাহে—পুলিঙ্গ আৰু স্ত্ৰীলিঙ্গ। অচেতন পদাৰ্থ বা যাৰ পুৰুষ-স্ত্ৰী চিনিব নোৱাৰি তেনে প্ৰাণীক ক্লীবলিঙ্গত ধৰা হয়। কিন্তু যেই সেই বস্তু বুজোৱা শব্দৰ কোনো বিশেষ আকৃতি নাই আৰু বেলেগ ৰূপো নাই।"

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট হৈ উঠে যে কালিৰাম মেধিয়ে কোনো ভাৱাৱেগৰ বশৱৰ্তী নহৈ তথ্য, যুক্তি আৰু প্ৰমাণেৰে সৈতে আলোচনা

কৰি অসমীয়া ভাষাটোক এটা প্ৰাচীন, স্বতন্ত্ৰৰূপে বিকশিত ভাষাৰূপে সুপ্ৰতিষ্ঠিত কৰি ৰাখিছে তেওঁৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ গ্ৰন্থখনিত। ইয়াত অসমীয়া ভাষাৰ এটা সমগ্ৰ ৰূপৰ ছবি জিলিকি আছে। প্ৰাচীন অসমীয়া, পালি, প্ৰাকৃত, সংস্কৃত, বৈদিক, প্ৰাক্-বৈদিক, আৰবী, পাৰ্‌ছী, দ্ৰাবিড়ীয় আদি নানা ভাষাৰ আলোচনাৰে সমৃদ্ধ এই গ্ৰন্থখন অসমীয়া ভাষাৰ ঐতিহাসিক আলোচনাৰ বাবে ডঃ কাকতিৰ গৱেষণা-গ্ৰন্থখনৰ দৰে জগতত বহুকাল অপৰিহাৰ্যৰূপে পৰিগণিত হৈ থাকিব।

# অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ ৰচয়িতা কালিৰাম মেধি

## ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

১৯৩৬ চনত 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামেৰে সুবৃহৎ গ্ৰন্থখন সুপণ্ডিত কালিৰাম মেধিয়ে ৰচনা কৰি প্ৰকাশ কৰে। মেধি ডাঙৰীয়া প্ৰাচীন অসমীয়া সাহিত্যৰ চৰ্চাকাৰীৰূপে ইতিপূৰ্বে অসমীয়া সাহিত্যত সুপৰিচিত। অসম প্ৰশাসনীয় সেৱাৰ গধুৰ দায়িত্বত থাকি কোন সময়ত, কি প্ৰকাৰে আৰু কিমান পৰিশ্ৰমৰ মূৰত এনে হেন গ্ৰন্থ এখন প্ৰণয়ন কৰিলে, ভাবি আচৰিত হব লাগে। ইংৰাজী ১২৪ পৃষ্ঠাৰ গভীৰ ভূমিকামূলক আলোচনাৰ লগতে প্ৰায় ৫৪০ পৃষ্ঠাৰ অসমীয়া আলোচনা-পৰিশিষ্টৰে অসমীয়া ভাষাৰ আঁতিগুৰি আৰু ব্যাকৰণৰ বহল আলোচনাৰ পুথি এইখনেই আপশাৰীৰ সাৰ্থক প্ৰচেষ্টা বুলি যি কোনো পাঠক-পাঠিকাই স্বীকাৰ কৰিব লাগিব। ইংৰাজীত বহল ভূমিকা লিখি অনা-অসমীয়া লোকৰ আগত অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ মৌলিকতা, প্ৰাচীনত্ব, তথা বৈশিষ্ট্য প্ৰকাশ কৰাৰ লগে লগে, অসমীয়া ব্যাকৰণৰ ব্যুৎপত্তিমূলক বিচাৰ আগবঢ়াই অসমীয়া ভাষীৰ কাৰণেও মেধি ডাঙৰীয়াই চিন্তাৰ খোৰাক এৰি থৈ গৈছে। মেধিৰ সম-সাময়িক ভাষাবিদ্ ডক্টৰ বাণীকান্ত কাকতিয়ে ১৯৪১ চনত প্ৰকাশিত তেওঁৰ গৱেষণা গ্ৰন্থৰ পাতনিত মুকলিভাৱে লিখিছে—"এই পুথিখন ছপাশালৰ বাবে সাজু কৰি ৰখা সময়তে, ১৯৩৬ চনত শ্ৰীযুক্ত কালিৰাম মেধিৰ অসমীয়া ভাষাত ৰচিত অসমীয়া 'ব্যাকৰণ আৰু ভাষাতত্ত্ব' প্ৰকাশিত হৈছে। এইখন উচ্চাকাঙ্ক্ষাজড়িত গ্ৰন্থ আৰু এয়া বোধ হয় ঐতিহাসিক নীতিধাৰা অনুসৰি ৰচনা কৰা হৈছে। এই পুথিত পুৰণি অসমীয়া ভাষাৰ গঢ় প্ৰচুৰ পৰিমাণে আছে যদিও, বিষয়-বস্তুৰ প্ৰতি আগবঢ়াৰ ধৰণ বৈজ্ঞানিক পদ্ধতিৰ পৰা বহু আঁতৰত আৰু মোৰ গ্ৰন্থখনি কোনোপধ্যে (মেধি ডাঙৰীয়াৰ) উক্ত গ্ৰন্থখনৰ ওচৰত ঋণবদ্ধ নহয়।"—ডক্টৰ কাকতিৰ এয়া স্বীকাৰোক্তি তথা সমালোচনা সমসাময়িক দৃষ্টিৰে বৰ মূল্যবান।

হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিত্ৰ, শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আদিৰ অঙ্কাৱলী আদি পুথিৰ সংকলক-সম্পাদকৰূপে মেধি ডাঙৰীয়াৰ পাৰ্গতালি, পৰিশ্ৰম আৰু পাণ্ডিত্যৰ স্বাক্ষৰ পোৱা গৈছে, সেইবোৰৰ তুলনাত অসমীয়া ব্যাকৰণ আৰু

ভাষাতত্ত্বৰ পৰিসৰ, পদ্ধতি আৰু উদ্দেশ্যৰ যথেষ্ট পাৰ্থক্য আছে। মেধি ডাঙৰীয়াই ভাষাতত্ত্বৰ মূল পুথি পঢ়ি, পদ্ধতি আহৰণ কৰি অসমীয়া ভাষাৰ ব্যাকৰণৰ থাই বিষয়বোৰ বৰ্ণনা কৰি এইবোৰৰ উৎপত্তি তথা মূলাধাৰ আঙুলিয়াই দিবলৈ চেষ্টা কৰিছে। এই কামৰ বাবে তেওঁ সংস্কৃত, পালি, প্ৰাকৃত আৰু ইণ্ডো-ইউৰোপীয় ভাষাৰ বহু কেইখন ব্যাকৰণ তথা গৱেষণা গ্ৰন্থ অধ্যয়ন কৰি যথাযথ প্ৰয়োগ কৰিবলগীয়া হৈছিল। ডক্টৰ কাকতিয়ে ভাষাতাত্ত্বিক পণ্ডিত ডক্টৰ ব্লখ্, ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় আদিৰ পৰা ব্যক্তিগত নিৰ্দেশ পোৱাৰ দৰে মেধিৰ ক্ষেত্ৰত তেনে সুবিধা নাছিল। মেধিয়ে নিজাকৈ অধ্যয়ন-পদ্ধতি আৰু উদ্দেশ্য-পৰিসৰ নিৰ্ণয় কৰি লৈছে। কাকতিৰ তুলনাত মেধিৰ ক্ষেত্ৰ-অধ্যয়ন ব্যাপক ; বিশেষকৈ অসমীয়া ভাষাৰ চৌপাশে থকা ভুটীয়া, কছাৰী, গাৰো, মিকিৰ, চুতীয়া আদি জনজাতীয় ভাষা-উপভাষাৰ তুলনামূলক উদাহৰণৰ ক্ষেত্ৰত মেধিৰ পোনপটীয়া সংযোগ আছে। কাকতিয়ে গ্ৰীয়াৰ্ছন, এণ্ডেল, ডাণ্ডাছ আদি বিদেশী পণ্ডিতৰ ৰচনাৰ ওপৰত ভেটি কৰিয়ে অসমীয়া ভাষাত জনজাতীয় ভাষাৰ উপাদান নিৰ্ণয় কৰিছে। মেধিয়ে চাকৰি কালত জনজাতীয় ভাষা-ভাষী মানুহৰ পৰা নিদৰ্শন সংগ্ৰহ কৰি যথাস্থানত প্ৰয়োগ কৰিছে। সেইফালৰ পৰা কাকতি আৰু মেধিক অসমীয়া ভাষাতত্ত্বৰ সুমেৰু-কুমেৰু বুলিব পাৰি : দুয়োজনেই ভাষাতত্ত্বক দুটি ফালৰ পৰা নিৰীক্ষণ কৰিছে, লক্ষ্য কিন্তু একেই।

'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' আগকথাত মেধিয়ে স্পষ্টভাৱে কৈছে যে অসমীয়া ভাষাৰ ব্যাকৰণৰ গঢ় নিৰ্ণয় কৰোঁতে তেওঁ কেৱল মান্যভাষাৰ ওপৰতে নিৰ্ভৰ কৰা নাই ; বৰঞ্চ ব্ৰহ্মপুত্ৰ উপত্যকাত কথিত ভাষা-উপভাষা-বোৰলৈও লক্ষ্য ৰাখিছে। ইয়াৰ কাৰণ বৰ্ণাই তেওঁ কৈছে যে শব্দ আৰু ব্যাকৰণিক গঢ়ে নিজা ইতিহাসৰ পৰিচয় দিয়াৰ উপৰিও জাতিতত্ত্ব, পুৰাতত্ত্ব আৰু বুৰঞ্জীতো আলোকপাত কৰে। তেওঁ শব্দ আৰু ব্যাকৰণিক গঢ়বোৰ বৰ্ণাইহে গৈছে, কেনে হোৱা উচিত—সেই বিষয়ে তেওঁ একো কোৱা নাই। 'হেমকোষ'ৰ বানান পদ্ধতি মেধিয়ে অৱলম্বন কৰিছে যদিও কোনো কোনো ক্ষেত্ৰত তেওঁ মতান্তৰ দাঙি ধৰিছে ; উদাহৰণস্বৰূপে কঁটৰা, কুলি, ঘুমতি, নিহালি, লাহৰি, হুল আদি বানানৰ তালিকা এখন আগকথাত লক্ষ্য কৰা যায়। অসমীয়া ভাষাৰ উৎপত্তি সংস্কৃত ভাষা বুলি সাধাৰণতে বিশ্বাস কৰা হয় যদিও মেধিয়ে অসমীয়া ভাষা বৈদিক বা প্ৰাক্-বৈদিক সংস্কৃতৰ এটি

নতুনৰূপ আৰু ইয়াত বিবিধ উপাদানৰ লগতে তিব্বত-চীন পৰিয়ালৰ বড়ো শাখাৰ উপাদান বিশেষ উল্লেখনীয় বুলি মন্তব্য দিছে। ঋক্‌বেদ ৰচনাৰ কাল খ্রীষ্টপূর্ব বাৰশ বছৰ বুলি ধৰি, মেধি ডাঙৰীয়াৰ ইংৰাজী ভূমিকাৰ পাঁচ পৃষ্ঠাত স্পষ্টকৈ কৈছে যে ঋক্‌বেদ ৰচনাৰ আগতে অসমলৈ আর্য সভ্যতাৰ আগমন ঘটিছিল আৰু সেয়া তিব্বত-হিমালয়-পশ্চিম চীনৰ মাজেদিয়ে সম্ভৱতঃ সম্পন্ন হৈছিল। সংস্কৃত-প্রাকৃত ভাষাৰ আলোচনা কৰি, মেধিয়ে অসমীয়া ভাষাত সংস্কৃত উপাদান, প্রাক্-বৈদিক উপাদান, বৈদিক উপাদান আৰু কলিতাসকলৰ অভ্যুদয় তথা বিবিধ প্রভাৱ, প্রাকৃত উপাদান, তিব্বতবর্মী আৰু টাই উপাদান, দ্রাবিড়ী উপাদান, অষ্ট্রি-এছীয় উপাদান, আৰু ইছলামীয় উপাদানৰ বর্ণনা দিছে। অসমীয়া সাহিত্যৰ নিদর্শন আৰু আলোচনা আগবঢ়াই তেওঁ অসমীয়া ভাষাৰ প্রাচীনতম লিখিত চানেকিৰূপে কামৰূপৰ তামৰফলিৰ উল্লেখ কৰিছে; অনি, আম্ব, আলি, ওড়ি-আম্ম, কণ্টা, কণ্টাফল, জান, দেউলি, নাক, সিঙ্গড়ি, হাড়ি, হিজল আদি প্রাচীন শব্দৰ তালিকা আৰু সংশ্লিষ্ট তামৰফলিৰ কাল নিৰূপণ কৰিছে। অসমীয়া সাহিত্যত ৰাজনৈতিক তথা ধর্মীয় প্রভাৱ বৰ্ণাই মেধি ডাঙৰীয়াই সাহিত্যৰ বুৰঞ্জী চমুকৈ ইংৰাজীতে নিজস্ব দৃষ্টিৰে দাঙি ধৰিছে। তামৰফলিত পোৱা পুৰণি অসমীয়া শব্দৰাজিৰ কাল সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকা বুলি তেওঁ নির্ধাৰণ কৰিছে। চীনা পৰিব্রাজক হিউৱেন চাঙে সপ্তম শতিকাতে অসমীয়া ভাষাক বিকশিতৰূপত দেখা পাইছিল। তেৰ শতিকাৰ পৰা ষোল শতিকালৈ পুৰণি অসমীয়া সাহিত্যৰ বিকাশৰ বিস্তৃতিৰ উল্লেখ কৰি মেধিয়ে অসমীয়া ভাষাত অধিকতৰ তদ্ভৱ আৰু বঙালীত বিস্তৃত তৎসম শব্দৰ প্রভাৱৰ চিনস্বৰূপে এশ শব্দৰ তুলনামূলক পৰিচয় দাঙি ধৰি অসমীয়া ভাষাৰ সমৃদ্ধি ব্যাখ্যা কৰিছে। অসমীয়া ভাষাত মূর্ধণ্য ধ্বনি, শ-ষ, ক্ষ-খ ধ্বনি নথকা বাবে সংস্কৃতৰ অনুৰূপক বর্ণ বাদ দিব পাৰিলেও, তৎসম আৰু তদ্ভৱ শব্দত সংস্কৃত মূল অনুসৰি বানান ৰক্ষা কৰিবলৈ তেওঁ পৰামর্শ দিছে।

ত্রিছটা অধ্যায়ত অসমীয়া ব্যাকৰণৰ বর্ণ, সন্ধি, স্বৰ বিকৃতি, শব্দসাধন, ব্যঞ্জনবর্ণৰ পৰিবর্তন, শব্দ, সংজ্ঞা, লিঙ্গ, বচন, বিভক্তি, শব্দৰূপ, কাৰক, বিশেষণ, সর্বনাম, ধাতু, ধাত্বাদেশ, ক্রিয়াৰ প্রকাৰ, ৰূপ, কাল, বাচ্য, অব্যয়, প্রত্যয়, শব্দাংশ, সমাসৰ আলোচনা কৰি নিজস্ব ব্যাকৰণীয় বিশ্লেষণ দাঙি ধৰিছে।

সংস্কৃতৰ উপৰিও বৈদিকৰ উদাহৰণ দি অসমীয়া ব্যাকৰণৰ বিবিধ বিষয়ৰ আলোচনাত মেধিয়ে নিজস্ব, নতুনত্বৰ পৰিচয় দিছে। ব্ৰাউন, হেমচন্দ্ৰ বৰুৱা, সত্যনাথ বৰা আদিৰ কৃতিত্বৰ শলাগ লৈও, স্বীকাৰ কৰিব লাগিব যে কালিৰাম মেধি নিশ্চয়কৈ এজন আগশাৰীৰ বৈয়াকৰণিক আৰু নিজস্ব চিন্তা-ভাৱনাৰে পৰিপুষ্ট ভাষাতাত্ত্বিক। সমসাময়িক বৈজ্ঞানিক ভাষাতত্ত্বৰ লগত তেওঁৰ সম্যক্ পৰিচয় নাথাকিলেও, তেওঁৰ ভাষাতত্ত্ব আৰু ব্যাকৰণৰ বিশ্লেষণ, অধ্যয়ন-পুষ্ট, তথ্যপূৰ্ণ আৰু উপাদেয় হৈছে। পুৰণি অসমীয়া সাহিত্য আৰু জন-জাতীয় ভাষাৰ নিদৰ্শনবোৰে তেওঁৰ প্ৰত্যক্ষ সংস্পৰ্শ আৰু ক্ষেত্ৰগত অধ্যয়নৰ চিনাকি দিয়ে। ব্যুৎপত্তিমূলক ব্যাকৰণ হিচাপে মেধিৰ গ্ৰন্থখন অগ্ৰগণ্য আৰু অতুলনীয় হৈয়ে আছে।

ঋক্‌বেদ, পালি, প্ৰাকৃত, অপভ্ৰংশ, অসমীয়া, বঙলা, জেন্দ্‌, আৱেস্তা, শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, মাধৱকন্দলি আদিৰ উদ্ধৃতিৰে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব 'নীৰস তৰুৱৰ পুৰত ভাতি' যেন হৈছে। চুতীয়া, গাৰো, কছাৰী, অসমীয়া আৰু অন্যান্য ভাষাৰ তুলনামূলক নিদৰ্শনবোৰ উপভোগ্য হৈছে। উদাহৰণস্বৰূপে অসমৰ নদীৰ নামৰ ক্ষেত্ৰত আই নদী চুটীয়া আৰু কছাৰীৰ পৰা, কলং, কাকডোঙা মিকিৰ ভাষাৰ পৰা, কিলিং, চিংগ্ৰা খামতি ভাষাৰ পৰা আৰু চিচি, চিমেৰি মিৰিৰ পৰা, জিনাৰি, জিজিৰাম গাৰোৰপৰা অহা বুলি মেধি ডাঙৰীয়াই ইংৰাজী ভূমিকাৰ ৫৯ পৃষ্ঠাত দিয়া তালিকাখন আকৰ্ষণীয়। প্ৰসঙ্গক্ৰমে ডক্টৰ কাকতিৰ গ্ৰন্থৰ বৰ্ণনাৰ সৈতে মেধিৰ বৰ্ণনাৰ বহুত পাৰ্থক্য আছে। ডক্টৰ কাকতিয়ে ধাৰাবাহিক আৰু বৈজ্ঞানিক পদ্ধতিৰ দাবী কৰিছে যদিও, মেধিৰ তথ্যবহুলতা আৰু প্ৰাসঙ্গিকতাও উলাই কৰিব নোৱাৰি। অসমৰ জনজাতীয় ভাষাবোৰৰ লগত মেধি ডাঙৰীয়াই ব্যাপক ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিছে বুলিয়ে তেওঁৰ ৰচনাৰ পৰা বিশ্বাস হৈছে। অসম তথা উত্তৰপূৱ ভাৰতৰ জনজাতীয় ভাষাবোৰৰ বৰ্ণনামূলক অধ্যয়ন হোৱাৰ পিছতহে ডক্টৰ কাকতি তথা মেধি ডাঙৰীয়াৰ অসমীয়া ভাষাতত্ত্বৰ বিশ্লেষণৰ প্ৰকৃত মূল্যাঙ্কন সম্ভৱপৰ হব।

এই বিষয়ৰ পৰৱৰ্তী আৰু পুংখানুপুংখ আলোচনাৰ বাবে ঠাই এৰি, আমি মাথোঁ মেধি ডাঙৰীয়াৰ অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ সামান্য পৰিচয়হে আগবঢ়ালোঁ।

# পুৰণি পুথি সম্পাদনাৰ নতুন আদৰ্শ ঃ প্ৰহ্লাদ-চৰিত্ৰ

শ্ৰীৰামচৰণ ঠাকুৰীয়া

অসমীয়া ভাষাতত্ত্বৰ ঐতিহাসিক বিচাৰ আৰু পাণ্ডিত্যপূৰ্ণ গৱেষণাৰ দৰেই পুৰণি অসমীয়া পুথিৰ সম্পাদনা আৰু প্ৰকাশৰ ক্ষেত্ৰতো কালিৰাম মেধিৰ এখনি বিশিষ্ট আসন আছে, আৰু সেই আসনৰ গুৰুত্ব এই বিষয়ত তেখেতে আগবঢ়োৱা কামৰ জোখ-মাখ আৰু পৰিমাণ বিচাৰৰ ফালৰ পৰাইযে অকল বৈশিষ্ট্যপূৰ্ণ এনে নহয়, বৰং এই ক্ষেত্ৰত দাঙি ধৰা এটা নতুন আদৰ্শৰ ফালৰপৰাহে অধিক তাৎপৰ্যপূৰ্ণ। ডক্টৰ মহেশ্বৰ নেওগে এই গ্ৰন্থতে সন্নিৱিষ্ট তেখেতৰ চিন্তাপ্ৰসূত প্ৰবন্ধটোত এই কথা স্পষ্টকৈ আলোচনা কৰি দেখুৱাইছে যে ১৯৫০ চনত মেধি ডাঙৰীয়াই সম্পাদনা কৰি প্ৰকাশ কৰা একৈছথন অঙ্কৰ সঙ্কলন 'অঙ্কাৱলী' প্ৰথম ভাগ অসমীয়া 'পাঠ-সমীক্ষাৰ এক প্ৰাথমিক পদক্ষেপ' আৰু 'দুৰ্জয় আধ্যাত্মিক সাহস'ৰ কীৰ্তিস্তম্ভ। আধুনিক গৱেষণাৰ এটা আকৰ্ষণীয় বিষয় পাঠ-সমীক্ষাৰ বিভিন্ন প্ৰক্ৰিয়াৰ যথাযথ প্ৰয়োগ আৰু অঙ্কাৱলীত গ্ৰহণ কৰা বিশিষ্ট পদ্ধতি মেধিদেৱৰ ১৯১৩ চনত সম্পাদনা কৰি প্ৰকাশ কৰা 'প্ৰহ্লাদ-চৰিত্ৰ'ত সম্পূৰ্ণৰূপে দেখিবলৈ পোৱা নাযায় সঁচা ; কিন্তু হলেও পুৰণি অসমীয়া পুথি-সম্পাদনাৰ ঐতিহাসিক ধাৰাত এই গ্ৰন্থখনিত গ্ৰহণ কৰা পদ্ধতিও নিঃসন্দেহে এক নতুন কথা। স্বনামধন্য হৰিবিলাস আগৰৱালা, মাধৱচন্দ্ৰ বৰদলৈ, শিৱনাথ ভট্টাচাৰ্য, কালিৰাম বৰুৱা আদিৰ যোগেদি পুৰণি অসমীয়া পুথি সম্পাদনাৰ ক্ষেত্ৰত ইতিমধ্যে যি এক পৰম্পৰা গঢ়ি উঠিছিল, মেধিদেৱৰ প্ৰহ্লাদ চৰিত্ৰই তাৰ সম্পূৰ্ণ ব্যতিক্ৰম ঘটাইছে। পুৰণি সাঁচিপতীয়া পুথিৰপৰা এই গ্ৰন্থৰ পাঠ-গ্ৰহণৰ সম্পৰ্কত তেখেতে ইয়াৰ 'পাতনি'ত উল্লেখ কৰিছে : "এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই। অৱশ্যে নকল-কাৰকেযে মাজে২ অশুদ্ধ বৰ্ণ-বিন্যাস দিছে এনে অনুমান কৰিবৰ বহুত কাৰণ আছে। তথাপি—দেৱতাই য'ত পাৱ দিব সঙ্কুচিত হয়—তাত নৃশংসসবে বেগে প্ৰবেশ কৰে (Fools rush in where angels fear to tread) কথা মই প্ৰমাণিত কৰিব খুজো।" পুৰণি পুথিৰ বিজ্ঞানসম্মত সম্পাদনাৰ বাবে আধুনিক পাঠ-সমীক্ষাৰ দৃষ্টিৰে এইখিনিয়েই শেষ কাম নহলেও সাঁচিপতীয়া বা তুলাপতীয়া পুথিৰ-পৰা হুবহুভাৱে এইদৰে পাঠ-সমুচ্চয় লিখি লোৱাটো পাঠ-সমীক্ষাৰেই ভিতৰুৱা

কাম। কালিৰাম মেধিৰ পূৰ্বে আন কোনো অসমীয়া পুথি সম্পাদকেই এই ক্ষেত্ৰত এনে ধৰণৰ চিন্তা কৰাৰ প্ৰমাণ আমি এতিয়াও দেখিবলৈ পোৱা নাই।

প্ৰহ্লাদ-চৰিত্ৰ প্ৰাক্-শঙ্কৰী যুগৰ কবি হেম সৰস্বতীৰ ৰচনা—আৰম্ভণী কালৰ অসমীয়া সাহিত্যৰ এক উজ্জ্বল নমুনা। হেম সৰস্বতী, মাধৱ কন্দলি আদি প্ৰাক্-শঙ্কৰী যুগৰ কবিসকল অথবা শঙ্কৰদেৱ, মাধৱদেৱ আদি পৰৱৰ্তী যুগৰ বৈষ্ণৱ কবি-সাহিত্যিক সকলে ব্যৱহাৰ কৰা অসমীয়া ভাষা-ৰূপ আৰু বৰ্ণ-বিন্যাস কেনে আছিল, তাক নিশ্চিতকৈ জানিবৰ আজি কোনো উপায় নাই। মেধিদেৱে প্ৰহ্লাদ-চৰিত্ৰৰ ভাষাৰ আলোচনা প্ৰসঙ্গত তাৰ 'উচ্চাৰণ আৰু বৰ্ণ-বিন্যাস' সম্পৰ্কে লেখিছে: "প্ৰাকৃতৰ সময়ত সংস্কৃত শব্দাৱলীৰ যি বৰ্ণবিন্যাস-বিভ্ৰাট ঘটিছিল প্ৰহ্লাদ-চৰিত্ৰত তাৰ চিন পূৰ্ণ-মাত্ৰাত দেখা যায়। কিন্তু উচ্চাৰণৰ প্ৰতি দৃষ্টি কৰিলে জানা যায় অসমীয়া উচ্চাৰণ সেই কালতে বঙ্গালী, হিন্দী ভাষাৰ বৰ্ত্তমান উচ্চাৰণৰপৰা সম্পূৰ্ণ পৃথক আছিল। পুথিৰ শব্দাৱলীত বৰ্ণ-বিন্যাসৰ ব্যতিক্ৰম হৱা সত্বেও তাৰ উচ্চাৰণত অসমীয়া বিশেষত্ব সম্পূৰ্ণ ৰক্ষিত হইছিল। প্ৰাকৃতৰ 'শষোঃ সঃ' সূত্ৰ প্ৰায়ে ৰক্ষিত হইছিল। কিন্তু এই কথা মনত ৰাখিব লাগে যে অসমীয়াৰ 'স'ৰ দৰে উচ্চাৰিত হৱা 'শ' আৰু 'ষ' ক হে সদাই 'স' কৰা হইছিল: অন্যত্ৰ 'ষ'ৰ উচ্চাৰণ 'খ' আৰু 'খ'ৰ উচ্চাৰণ 'ষ' দি দেখুৱা পাইছো। মূৰ্দ্ধণ্য ণ আৰু দীৰ্ঘ ঈকাৰ আৰু ঊকাৰো পুথিত প্ৰায় নাই। 'ব' আৰু 'ৱ'ৰ উচ্চাৰণ অনুসৰি নামকৰি সদাই ব্যৱহৃত হৱা দেখা যায়।" অসমীয়া ভাষাতত্বৰ অধিক গৱেষণা আৰু পাঠ-সমীক্ষামূলক বিচাৰ পদ্ধতিৰে প্ৰহ্লাদ চৰিত্ৰ তথা সেই সময়ৰ অন্যান্য গ্ৰন্থত ব্যৱহাৰ কৰা ভাষাৰ আচল ৰূপটি সন্দেহাতীত ভাৱে আৱিষ্কাৰ নকৰালৈকে '১৭৬৯ সক'ত নকল কৰা সাঁচিপতীয়া পুথি এখনৰ বৰ্ণ-বিন্যাসৰ ওপৰত প্ৰধানকৈ ভিত্তি কৰি কোৱা এই আটাইখিনি কথা নিৰ্ভুল হয় নে নহয় তাক নিশ্চয়কৈ কোৱাটো হয়তো টান। কিন্তু এটা কথা ধ্ৰুৱ যে অসমীয়া ভাষায়ো আন আন নব্য ভাৰতীয় আৰ্য ভাষাসমূহৰ নিচিনা ইয়াৰ মধ্যস্তৰৰ প্ৰাকৃতৰ মাজেদিয়েই আহি জন্ম লাভ কৰিছিল; আৰু হেমচন্দ্ৰই নিৰ্দিষ্ট কৰি দিয়া বৰ্তমানৰ অসমীয়া ভাষাৰ নিয়মসমূহ মানি হেম সৰস্বতী, মাধৱ কন্দলি, শঙ্কৰদেৱ, আদিয়ে নিশ্চয় তেওঁলোকৰ কাব্য ৰচনা কৰা নাছিল। এই-খিনিতে অৱশ্যে এটা কথা উল্লেখ কৰি থবলগীয়াযে মেধি ডাঙৰীয়াই যথা দৃষ্টং 'নকল কৰি ছাপা' কৰা পুৰণি সাঁচিপতীয়া পুথিখনিৰ পাঠৰ সকলো ঠাইতে 'প্ৰহ্লাদ' শব্দটো থকা সত্বেও ( অৱশ্যে দুই ঠাইত 'পহাদ' ৰূপেও পোৱা গৈছে ) ইয়াৰ টাইটেল-পেজত তেখেতে 'প্ৰহ্লাদ' শব্দটোহে ব্যৱহাৰ কৰিছে। আৰ্যভাষাৰ 'ৰলয়োৰভেদ:' সূত্ৰ

অনুসৰি প্ৰহ্লাদ/প্ৰহ্লাদ দুয়োটাই শুদ্ধ। এনেস্থলত পুথিখনিৰ ভিতৰত ব্যৱহাৰ হোৱা 'প্ৰহ্লাদ' শব্দটোৰ সলনি তেখেতে টাইটেল-পেজত কিয় প্ৰহ্লাদ কৰিলে সেই বিষয়ে 'পাতনি'ত কোনো কথা উল্লেখ কৰা নাই। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত দেখা 'প্ৰহ্লাদ' শব্দৰ সঘন প্ৰয়োগ আৰু তাৰ বহুল প্ৰচাৰেই ইয়াৰ মূল কাৰণ নেকি— সেই বিষয়ে ভাবিবৰ নিশ্চয় থল আছে।

প্ৰহ্লাদ চৰিত্ৰত সন্নিৱিষ্ট কৰা পোন্ধৰ-পিঠীয়া 'পাতনি'খনিৰ আৰম্ভণিতে মেধি ডাঙৰীয়াই কবি হেম সৰস্বতী আৰু তেওঁৰ পৃষ্টপোষক ৰজাজনৰ দেশ-কাল-নিৰ্ণয়ৰ প্ৰচেষ্টাৰে এটা দীঘলীয়া আলোচনা দাঙি ধৰিছে। কেইবাটাও দৃষ্টিকোণৰ ফালৰ-পৰা এই আলোচনাটি তাৎপৰ্যপূৰ্ণ আৰু মূল্যবান। পুৰণি অসমীয়া সাহিত্যৰ অধ্যয়ন আৰু চৰ্চাৰ ক্ষেত্ৰত বুৰঞ্জীৰ আঁত ধৰিবলৈ সেই যুগৰ ৰজাসকলৰ বিশেষকৈ তেওঁলোকৰ মাজত দুজন ৰজাৰ স্থান-কালৰ বিষয়ে সুনিশ্চিত হোৱাটো বিশেষ প্ৰয়োজনীয় হৈ পৰে ; কাৰণ, তেওঁলোক দুজনৰ স্থান-কালৰ নিৰ্ধাৰণেহে তেওঁলোকৰ পৃষ্টপোষকতাত কাব্য ৰচনা কৰা ভালেকেইজন বিশিষ্ট কবি-সাহিত্যিকৰ সময় আৰু স্থান নিৰূপণৰো একমাত্ৰ উপায়ৰূপে দেখা দিয়ে। এওঁলোক দুজনৰ এজন হৈছে—মাধৱ কন্দলিৰ ৰামায়ণৰ পদবন্ধত পৃষ্টপোষকতা কৰা বৰাহী ৰজা মহামাণিক্য আৰু আনজন হেম সৰস্বতীয়ে উল্লেখ কৰা ৰজা দুৰ্লভনাৰায়ণ। হেম সৰস্বতীয়ে দুৰ্লভনাৰায়ণৰ উল্লেখেৰে নিজৰ আত্ম-পৰিচয় দি প্ৰহ্লাদ চৰিত্ৰত লেখিছে :

কমতা মণ্ডল দুৰ্লভনাৰায়ণ নৃপবৰ অনুপাম
তাহান ৰাজ্যত ৰুদ্ৰ সৰস্বতী দেৱযানী কন্যা নাম ॥
তাহান তনয় হেম সৰস্বতী ধ্ৰুৱৰ অনুজ ভাই।
পদবন্দে তেহোঁ প্ৰচাৰ কৰিলা বামণ-পুৰাণ চাই ॥

কবিৰ দ্বিতীয়খনি পুথি 'হৰ-গৌৰী-সম্বাদ'তো এই দুৰ্লভনাৰায়ণ ৰজাৰ উল্লেখ আছে :

ভূপ দুৰ্লভনাৰায়ণ পাত্ৰ পশুপতি সুত
সৰ্বশাস্ত্ৰ পণ্ডিত সুজান।
তাহান তনয় চাৰি ধনঞ্জয় আদি কৰি
ধ্ৰুৱ ভৈল কুলত প্ৰধান ॥
অপৰ হেমন্ত কৱি হৰ-গৌৰী-পদ সেৱি
হেম সৰস্বতী ভৈল [ নাম ]।
মতিত গম্ভীৰ [ বীৰ ] গহীন সুথিৰ ধীৰ
কামতা ভুৱন নিজ গ্ৰাম ॥

অকল হেমসৰস্বতীৰ ৰচনাতেই নহয়, প্ৰাক্-শঙ্কৰী যুগৰ 'বব্ৰুবাহন যুদ্ধ' আদিৰ কবি হৰিবৰ বিপ্ৰ, 'জয়দ্ৰথ বধ'ৰ কবি কবিৰত্ন সৰস্বতী আৰু কেইবাখনো শঙ্কৰ-চৰিততো এইজনা ৰজাৰ উল্লেখ দেখিবলৈ পোৱা যায়। গতিকে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ অধ্যয়ন আৰু ঐতিহাসিক বিচাৰৰ ফালৰপৰাই ৰজা দুৰ্লভনাৰায়ণৰ ৰাজত্ব আৰু দেশ-কালৰ বিষয়ে আলোচনা কৰাটো এটা গুৰুত্বপূৰ্ণ কাম। মেধি ডাঙৰীয়াই ইয়াত মেৰ্জিয়ৰ আৰু বাকানৰ ৰিপোৰ্ট, গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী', গেইটৰ 'হিষ্টৰী অব্ আছাম্', 'ফিজিকেল এণ্ড্ পলিটিকেল জিঅ'গ্ৰাফি অব্ দ্য প্ৰভিন্চ্ অব্ আছাম', এম. এন. ঘোষৰ 'এ ব্ৰিফ স্কেট্চ্ অব্ দ্য ৰিলিজিয়াছ্ বিলিফ্ অব্ দ্য আছামিজ্ পিপুল্' আদিৰ প্ৰতিপাদ্য উল্লেখ আৰু যুক্তি-বিচাৰেৰে নিজৰ আলোচনাৰ পাতনি মেলিছে, আৰু সেই প্ৰসঙ্গতে প্ৰহ্লাদ-চৰিত্ৰৰ ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ আভ্যন্তৰীন জৰিপ এটিও উদাহৰণেৰে দাঙি ধৰিছে: "কবিৰ ভাষা সংস্কৃত-মূলক কিন্তু বৰ্ণ-বিন্যাস সম্পূৰ্ণ প্ৰাকৃতিক। জোজন, য়েক, মঞি আদি শব্দৰ বৰ্ণ-বিন্যাসেই তাৰ প্ৰমাণ। অৱশ্যে ইয়াত যে নকলকাৰকৰ হাত নাই এনে কথা আমি কৰা নাই; কিন্তু নকলকাৰকৰো যে প্ৰাকৃত আৰ্হি আছিল ইও এটা প্ৰাচীনত্বৰ প্ৰমাণ। শেষৰ কালৰ অৰ্থাৎ মাধৱ কন্দলি, দুৰ্গাবৰ আৰু শঙ্কৰদেৱৰ কালৰ মৈথেলী আদৰ্শ যেনে হি, হু, নাহ, পহু, লাই, কেৰি আদিৰ অত্যধিক প্ৰয়োগ প্ৰহ্লাদ চৰিত্ৰত সমূলি নাই। কিন্তু মৈথেলী প্ৰভাৱ নাথাকিলেও উড়িয়া প্ৰভাৱ যেনে আঙ্ক, তাঙ্ক ইত্যাদি পূৰ্ণ মাত্ৰায় ইয়াত দেখা যায়। আৰু উড়িয়া চিন সেই কালত থাকাও উচিত, কিয়নো আসাম আৰু উড়িষ্যাৰ আৰ্য্যসন্তান কলিতাসকল আদিতে একেলগে আছিল বুলি মানিবৰ বিশেষ কাৰণ আছে।" এইবোৰ বিচাৰ-বিবেচণাৰ অত্যন্ত মেধি ডাঙৰীয়াই বিভিন্ন গ্ৰন্থ আৰু পণ্ডিতসকলৰ মতামত চমুকৈ উল্লেখ কৰি এই প্ৰসঙ্গ-আলোচনাৰ সামৰণি মাৰিছে এইদৰে: "দুৰ্লভনাৰায়ণ ৰাজা মিঃ গেইটৰ মতে খৃষ্টীয় ত্ৰয়োদশ শতাব্দীৰ শেষভাগৰ, অসমৰ প্ৰাকৃত ভূগোল মতে ত্ৰয়োদশ-শতাব্দীৰ আগভাগৰ, বৰুৱাৰ মতে দ্বাদশ শতাব্দীৰ শেষ ভাগৰ, ঘোষৰ মতে একাদশ শতাব্দীৰ শেষভাগৰ আৰু বংশাৱলী মতে ত্ৰয়োদশ শতাব্দীৰ আগভাগৰ মানুহ। আভ্যন্তৰিক প্ৰমাণেও উক্ত ৰাজাক এই কালতে থয়। এনে থলত খৃষ্টীয় দ্বাদশ শতাব্দীৰ শেষ বা ত্ৰয়োদশ শতাব্দীৰ আগভাগত দুৰ্লভনাৰায়ণে কমতাপুৰত ৰাজত্ব কৰিছিল বুলি ধৰিলে ভুল হব নাপায়। দুৰ্লভনাৰায়ণৰ সময়ে হেম সৰস্বতীৰো সময়।" মেধিদেৱৰ এনে অভিমতেই এই বিষয়ৰ আলোচনাৰ শেষ সিদ্ধান্ত নহ'ব পাৰে; কিন্তু হেম সৰস্বতীৰ কাব্যৰ আলোচনাৰ সম্পৰ্কত দুৰ্লভনাৰায়ণৰ

বিষয়ে আলোচনাৰযে এটি বিশেষ প্ৰয়োজন আছে. আৰু এই সম্পৰ্কত তেখেতৰ এনে প্ৰচেষ্টা নিতান্তই এটি প্ৰশংসনীয় উদ্যম—তাক অস্বীকাৰ কৰিবৰ কাৰো উপায় নাই।

মেধি ডাঙৰীয়াই 'পাতনি'ত উল্লেখ কৰামতে প্ৰহ্লাদ-চৰিত্ৰ সম্পাদনাৰ সময়ত তেখেতে মাত্ৰ দুখন সাঁচিপতীয়া পুথি পাইছিল: "এখান বৰপেটাৰ মাননীয় শ্ৰীশ্ৰীনাৰায়ণচন্দ্ৰ দেৱমিশ্ৰ গোস্বামীৰ পৰা পোৱা আৰু আনখান ৰামদিয়াৰ পৰা পোৱা। বৰপেটাৰ খানত বহুত ভুল আছে; ইমান কি অনেক ঠাইত অৰ্থকে বুজিব নৰি। সেইদেখি ৰামদিয়াৰ পৰা পোৱা খানকে নকল কৰি ছাপাৰ নিমিত্তে পঠালো। মূল অলপো বিকৃত বা পৰিৱৰ্ত্তিত কৰা নাই। য'ত শব্দ পৰা যেন পাইছো তাত বন্ধনিৰ ভিতৰত একোটা শব্দ বহুৱাই দিছো। এই শেষোক্ত দোষৰ পৰা ৰাইজে মুক্তি দিব বুলি আশা কৰিলো।" তেখেতৰ এই স্বীকাৰোক্তিত যিটো কথাক তেখেতে ইমান দোষণীয় বুলি ভাবিছিল, আধুনিক পাঠ-সমীক্ষাৰ দৃষ্টিত সেইটো আচলতে একো দোষণীয় কথাই নহয়; নকলকাৰকৰ প্ৰমাদে বিপাঙত পেলেৱো এনেবোৰ অৱস্থাত নিজৰ ধাৰণা এইদৰে অভিব্যক্ত কৰি ভবিষ্যত সমীক্ষকৰ ওচৰত উপস্থাপন কৰাৰ এইকণ স্বাধীনতা সম্পাদকৰ আছেই। আচলতে এই কামত মেধিৰ যদি কিবা ক্ৰটী হৈ গৈছে (যি ক্ৰটী 'অক্ষাৱলী'ত তেখেতে ৰখা নাই) সেইটো হৈছে বৰপেটাৰ পুথিখনৰ পাঠান্তৰ ইয়াত সন্নিৱিষ্ট নকৰাটোতহে। সেইখন পুথিৰ পাঠ তেখেতে 'ভুল' বুলি ভাবিলেও তাকো পাদটীকাত পাঠান্তৰৰূপে দিয়াহেঁতেন, সমীক্ষামূলক বিচাৰ পদ্ধতিৰে 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ সম্ভাব্য-পাঠ নিৰূপণত সি ভালেখিনি সহায় কৰিলেহেঁতেন। তদুপৰি পুৰণি পুথি সম্পাদনৰ সাধাৰণ ৰীতি অনুসৰি মেধি ডাঙৰীয়াই 'নকল কৰি ছাপা' কৰা সাঁচপতীয়া পুথিখনিৰ আকৃতি-প্ৰকৃতিৰ পৰিচয় এটি পাতনিত দিয়াটোও নিতান্তই প্ৰয়োজনীয় কাম আছিল। যি কাৰণেই নহওঁক লাগে মেধিদেৱে তাক সম্পাদন কৰা নাই। গতিকে প্ৰহ্লাদ-চৰিত্ৰৰ সম্পাদনা ৰীতিলৈ চাই আধুনিক পাঠ-সমীক্ষাৰ মূল লক্ষ্য আৰু তাৰ প্ৰক্ৰিয়াসমূহৰ লগত তেখেতৰ সম্যক পৰিচয় আছিল বুলি কোৱাটোত নিশ্চয় অসুবিধা নথকা নহয়। তথাপিও এই কথা আমি স্বীকাৰ কৰিবই লাগিব যে কালিৰাম মেধি ডাঙৰীয়াৰ সম্পাদিত প্ৰহ্লাদ-চৰিত্ৰৰ প্ৰকাশ অসমীয়া পুৰণি পুথি সম্পাদনাৰ বুৰঞ্জীৰ এক ঐতিহাসিক ঘটনা, আৰু ভবিষ্যত পুথি সম্পাদকসকলৰ বাবে ই এক নতুন আদৰ্শ।

# পাঠ-সমীক্ষাৰ এক প্ৰাথমিক পদক্ষেপ ঃ অঙ্কাবলী

ডক্টৰ মহেশ্বৰ নেওগ

১৮৩৫ শক/১৯১৩ চনত মাথোন ১৯ পিঠিত আৰু এশ পদত সম্পূৰ্ণ হেম সৰস্বতীৰ ৰচিত "প্ৰহ্লাদ-চৰিত্ৰ" 'শ্ৰীকালিৰাম মেধি এম. এ.ৰ দ্বাৰা প্ৰকাশিত' হৈ ওলায়। এই উনৈশ-পিঠীয়া পুথিখনিৰ এখন পোন্ধৰ-পিঠীয়া 'পাতনি'। আজি-কালিৰ কলেজীয়া অধ্যাপকৰ বুদ্ধিৰে মেধিয়ে নিজকে 'সম্পাদক' বুলিও অভিহিত কৰা নাই। কিতাপখনৰ টাইটল-পেইজ বা নাম-পাত পৰ্যন্ত নাই— বোধ হয় খৰচ কমাবৰ উদ্দেশ্যেই তেনে বস্তু অলাগতিয়াল বুলি ভবা হৈছিল। পাতনিত হেম সৰস্বতীৰ আৰু তেওঁৰ পৃষ্ঠপোষক ৰজা দুৰ্লভনাৰায়ণৰ সময় নিৰূপণ কৰিবৰ কাৰণে এক যত্ন কৰা হৈছে। তাতোকৈ পাতনিখনিত বেছি অৰ্থপূৰ্ণ পদাৰ্থ হ'ল তাৰ 'উচ্চাৰণ আৰু বৰ্ণ-বিন্যাস'ৰ বিষয়ে আলোচনাটি : 'প্ৰাকৃতৰ সমন্বত সংস্কৃত শব্দাৱলীৰ যি বৰ্ণবিন্যাস-বিভ্ৰাট ঘটিছিল প্ৰহ্লাদ-চৰিত্ৰত তাৰ চিন পূৰ্ণ-মাত্ৰাত দেখা যায়। কিন্তু উচ্চাৰণৰ প্ৰতি দৃষ্টি কৰিলে জানা যায় অসমীয়া উচ্চাৰণ সেই কালতে বঙ্গালী, হিন্দী আদি ভাষাৰ বৰ্ত্তমান উচ্চাৰণৰপৰা সম্পূৰ্ণ পৃথক আছিল। পুথিৰ শব্দাৱলীত বৰ্ণ-বিন্যাসৰ ব্যতিক্ৰম হৰা সত্বেও তাৰ উচ্চাৰণত অসমীয়া বিশেষত্ব সম্পূৰ্ণ ৰক্ষিত হইছিল। প্ৰাকৃতৰ "শষোঃ সঃ" সূত্ৰ প্ৰায়ে ৰক্ষিত হইছিল। কিন্তু এই কথা মনত ৰাখিব লাগিব যে অসমীয়া "স"ৰ দৰে উচ্চাৰিত হৱা "শ" আৰু "ষ"কহে সদাই "স" কৰা হইছিল : অন্যত্ৰ "ষ"ৰ উচ্চাৰণ "খ" আৰু "খ"ৰ উচ্চাৰণ "ষ" দি দেখুৱা পাইছো। মূৰ্দ্ধণ্য ণ আৰু দীৰ্ঘ ঈকাৰ আৰু ঊকাৰো পুথিত প্ৰায় নাই।' পাতনিৰ শেহত কোৱা কথাখিনিহে বিশেষ দৃষ্টিযোগ্য : 'এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই। অৱশ্যে নকলকাৰকে যে মাজে ২ অশুদ্ধ বৰ্ণবিন্যাস দিছে এনে অনুমান কৰিবৰ বহুত কাৰণ আছে। তথাপি দেৱতাই য'ত পাৱ দিব সঙ্কুচিত হয়, তাত নৃশংসসবে বেগে প্ৰবেশ কৰে ( Fools rush in where angels fear to tread ) কথা মই প্ৰমাণিত কৰিব নুখুজো।' মেধিয়ে পুথি দুখন পাইছিল ; 'বৰপেটাৰ খানত বহুত ভুল আছে ; ইমান কি অনেক ঠাইত

অৰ্থকে বুজিব নৰি। সেই দেখি ৰামদিয়াৰ পৰা পোৱা খানকে নকল কৰি ছাপাৰ নিমিত্তে পঠালো। মূল অলপো বিকৃত বা পৰিবৰ্ত্তিত কৰা নাই। য'ত শব্দ পৰা যেন পাইছো তাত বন্ধনিৰ ভিতৰত একোটা শব্দ বহুৱাই দিছো। এই শেষোক্ত দোষৰপৰা ৰাইজে মুক্তি দিব বুলি আশা কৰিলো।'

১৯১৩ ছনতে লেখা এই কথাখিনি কেইবাটাও ফালৰপৰা তাৎপৰ্যপূৰ্ণ। সংস্কৃতৰ পিছত প্ৰাকৃত স্তৰত শব্দাৱলীৰ যি পৰিৱৰ্তন ঘটিছিল ( যাক মেধিয়ে 'বৰ্ণবিন্যাস-বিভ্ৰাট' ঘটা বুলি কৈছে ), উত্তৰাধিকাৰসূত্ৰে পুৰণি অসমীয়া ভাষাই যে তাক গ্ৰহণ কৰিছিল, সেই কথা স্বীকাৰ কৰা হৈছে। মেধিয়ে এই ক্ষেত্ৰত প্ৰযোজ্য প্ৰাকৃতৰ "শষোঃ সঃ" সূত্ৰৰ কথা উল্লেখেই কৰিছে, যিটো পুৰণি পুথিত বহলভাৱে মনাটো তেওঁ লক্ষ্য কৰিছিল। এই প্ৰকাৰে প্ৰাকৃতৰ ৰীতি মানি চলি পুৰণি অসমীয়া পুথি ছপা কৰা নিয়ম মেধিৰ আগতো সম্ভৱতঃ নাছিল আৰু পিছতো তেনে কৰাটো মহাভাৰত অশুদ্ধ হোৱাৰ লগৰ কথা বুলি গণ্য কৰা হৈছিল। ক'ব নালাগিব যে "হেমকোষ"ৰ ৰীতিমতে তৎসম, অৰ্ধ-তৎসম, তদ্ভব শব্দবোৰ নেলেখিলে সেইবোৰ চুৱা গৈছিল। ইয়াৰ ব্যতিক্ৰম-টোৱেইহে নীতি, সেই কথা মেধিয়ে সাহসেৰে ঘোষণা কৰিলে। পুৰণি পুথিৰ পাঠ-উদ্ধাৰৰ ক্ষেত্ৰত এইটি এটি বৈজ্ঞানিক পদ্ধতিগত কথা।

দ্বিতীয় কথা, আমাৰ পুৰণি পুথিৰ বৰ্ণ-বিন্যাস হেম সৰস্বতী বা শঙ্কৰদেৱ বা আন পূৰ্বলেখকসকলৰ নে জ্ঞানীয়েই বা অজ্ঞানীয়েই "লিখক" ( এই সংস্কৃত ব্যাকৰণমতে অসিদ্ধ শব্দটোৰ পাৰিভাষিক অৰ্থই হ'ল লিপিকাৰ, copyist ) বোলাসকলৰ, এই বিষয়ে আজিও আমাৰ সন্দেহ হয়। মেধিয়েও সেই সন্দেহ প্ৰকাশ কৰিছে।

কিন্তু, তৃতীয় কথা, আমি এই বিষয়ত যিটো পদ্ধতি গ্ৰহণীয় বুলি ভাবোঁ, সেইটো মেধিয়ে এই প্ৰথমখন পুথিত গ্ৰহণ কৰা নাই। প্ৰাপ্ত দুখন পুথিৰ এখন ভাল বুলি বাছি লৈ তাৰ পাঠ যথা দৃষ্টং দি গৈছে। আনখন পুথি তেওঁ ভুল বুলি ভাবিলেও, তাৰ পাঠো পাঠান্তৰ-ৰূপে পোৱা হ'লে তাৰো সহায় লৈ সমীক্ষিত পাঠ নিৰ্ণয় কৰিব পৰা গ'লহেঁতেন। আধুনিক পদ্ধতিত এখন পুৰণি পুথিৰ-পৰা সমীক্ষিত পাঠ তৈয়াৰ কৰিব পাৰি। কিন্তু মেধিয়ে তেনে একো নকৰা বাবে "প্ৰহ্লাদ-চৰিত্ৰ"খনি সমীক্ষিত পাঠৰ পুথি নহ'ল। কিন্তু পুথিখনিৰ মহৎ মূল্য ইমানতে যে যিসকলে পুথিৰ বৰ্ণ-বিন্যাস সম্পূৰ্ণ নাকচ কৰি

হেমচন্দ্ৰ বৰুৱাৰ পদ্ধতিৰে "শুধৰাই" পেলায়, সেইসকলৈ এই পুথিয়ে এটি প্ৰত্যাহ্বান দি থৈ গ'ল—যদিচ সেই প্ৰত্যাহ্বানলৈ কোনেও কাণ নিদিলে।

কোনেও কাণ নিদিলে, নাই। 'যদি তোর ডাক শুনে কেউ না আসে তবে একলা চল রে।' মেধি অকলেই চলি থাকিল। এই এক দুর্জয় আধ্যাত্মিক সাহস।

সেই দুৰ্জয় সাহসৰ কীৰ্তিস্তম্ভ হ'ল "অঙ্কাৱলী" প্ৰথম ভাগ। "প্ৰহ্লাদ চৰিত্ৰ"ৰ সাতত্ৰিছ বছৰৰ পিছত অকলশৰে বাটকুৰি বাই পুথি গোটাই, অকলশৰে পুথি ঘাটি তেওঁ একৈছখনি অঙ্কৰ এই সঙ্কলনখনি উলিয়ালে (১৯৫০)। এইবাৰ কিন্তু তেওঁৰ পদ্ধতিটি সামান্য পৃথক কৰা হ'ল। এইবাৰ একাধিক পুথিৰ পাঠ সংগ্ৰহ কৰা হৈছে। কিন্তু এখন নাটত বা তাৰ অংশ-বিশেষত সাধাৰণতে এখন পুথিৰ পাঠ (codex unicus) আৰু বৰ্ণ-বিন্যাস গ্ৰহণ কৰি আন পুথিৰ পাঠবোৰ পাঠান্তৰ-ৰূপে পাদটীকাত দিয়া হৈছে। যি পুথিৰ পাঠ ওপৰত একপ্ৰকাৰ পুনৰ্গঠিত পাঠ-ৰূপে (constituted text) লোৱা হৈছে, সেই পুথি প্ৰথমতে পোৱা যাবে নে সেই পুথিৰ পাঠ উত্তম বাবে তেনে কৰা হ'ল, সেই কথা মেধিদেৱে লেখি থৈ যোৱা নাই। তদুপৰি, কোনখনি পুথিৰ কোনটি পাঠ, তাৰ সঙ্কেতো তেওঁ দিয়া নাই। মাথোন যিখন পুথিৰ মতে 'পাঠ আৰু বৰ্ণ-বিন্যাস ৰখা হৈছে', তাৰ উল্লেখ প্ৰতিখনি নাটৰ শেহত কৰা হৈছে। পুৰণি পুথি অৰ্থাৎ অঙ্কবিলাকৰ ভাষা আৰু বৰ্ণবিন্যাসৰ এটা মান নিৰ্ণয় কৰি লৈ তাক মানীকৰণ কৰাৰ (standardise) যত্ন তেওঁ বোধ হয় সচেতনভাৱে কৰা নাছিল। কিন্তু "অঙ্কাৱলী"ৰপৰা তেনে এক মান অনুমান কৰি ল'বৰ সুবিধা আমাৰ আছে। অৱশ্যে মেধি ডাঙৰীয়াই প্ৰতিখন নাটৰ সম্ভৱপৰ প্ৰাচীনতম প্ৰতিৰূপ বা যি কেন্দ্ৰত শঙ্কৰী সাহিত্য বা নাট্যৰ কঠোৰতম চৰ্চা হৈছিল তাৰপৰাহে পৰাপক্ষত পুথি সংগ্ৰহ কৰিবৰ কাৰণেও বোধ হয় যত্ন কৰা নাছিল। শঙ্কৰদেৱৰ নাটকেইখনিৰ তেওঁৰ সংগৃহীত পুথিৰ তালিকাৰ স্থান, তাৰিখ আদিৰ ওপৰত চকু ফুৰালে কথাটো বুজা যাব:

কালিদমন: (১) গুৱালকুছি, নকল (আধুনিক transcript) ১২৯৩ বঙলা সন—মূল পাঠ; (২) ৰামদিয়া, সাঁচিপতীয়া, তাৰিখ নাই; (৩) ৰামদিয়া, তুলাপতীয়া, তাৰিখ নাই

পত্নীপ্ৰসাদ : (১) গুৱালকুছি, সাঁচিপতীয়া, তাৰিখ নাই—মূল পাঠ ; (২) নগাঁও উলুবাৰী-সত্ৰ, নকল ; (৩) বৰপেটা-সত্ৰ, নকল ; (৪) বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ, নকল, ১২৭৭ সন

কেলিগোপাল : (১) ৰামদিয়া, তুলাপাত, তাৰিখ নাই—মূল পাঠ ; (২) ৰামদিয়া ৰাসৰ গীত, সাঁচিপাত ১৭৩৮ শক—গৃহীত বৰ্ণবিন্যাস ; (৩) বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ, সাঁচিপাত—তাৰিখ নাই ; (৪) গুৱালকুছি, সাঁচিপাত—তাৰিখ নাই

ৰুক্মিণী হৰণ : (১) কামৰূপ চমৰিয়া-সত্ৰ, তুলাপাত, ১২৮৮ সন—গৃহীত বৰ্ণবিন্যাস ; (২) বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ, সাঁচিপাত, তাৰিখ নাই ; নগাঁও কাংসপাৰ-সত্ৰ, সাঁচিপাত, তাৰিখ নাই ; নগাঁও উলুবাৰী-সত্ৰ, নকল, তাৰিখ নাই

পাৰিজাত হৰণ : ৰামদিয়া, 'দেব ১৭৩০ ইতি সক : ১২১৮ ইতি ৰাজসক'—"বৰ্ণবিন্যাস আৰু সমুদায় পাঠ অলপো লৰচৰ নকৰাকৈ এই সাঁচিপতীয়া ( ৰামদিয়াত প্ৰাপ্ত ) পুথিৰ মতে দিয়া হৈছে। ইয়াৰ বাহিৰে ৰামদিয়াৰ সাঁচিপতীয়া পুথি এখন ( তাৰিখ অজ্ঞাত ), নগাঁৱৰ-উলুবাৰী সত্ৰৰ নকল পুথি এখন আৰু বৰপেটা সত্ৰৰ এখন নকল পুথিৰ সহায় লোৱা হৈছে। কামৰূপ অনুসন্ধান সমিতিত ৰক্ষিত ১৭৩৮ শকৰ সাঁচিপতীয়া পুথিৰপৰা বিশেষকৈ পাঠান্তৰ দিয়া হৈছে।"

ৰামবিজয় : "ৰামদিয়াত পোৱা ১৭২৭ শকত লিখা সাঁচিপতীয়া পুথিৰ মতে সংশোধন নকৰাকৈ পাঠ আৰু বৰ্ণবিন্যাস ৰখা হৈছে। পাঠান্তৰ হিষ্টৰিকেল এ. ষ্টাডিজত ৰক্ষিত পুথিৰপৰা দিয়া হৈছে। তাৰ তাৰিখ অজ্ঞাত।"

ওপৰৰ তালিকাৰপৰা আৰু নাটকেইখনিৰ টোকাৰপৰাও দেখা পোৱা যাব, যেধিয়ে নিজৰ ঠাই ৰামদিয়াত প্ৰাপ্ত পুথিকে লৈ তেওঁৰ অধ্যয়ন আৰম্ভ কৰিছিল আৰু তাৰ পিছত কামৰূপৰ চমৰিয়া, বৰপেটা সত্ৰ, আৰু নগাঁও আৰু গোৱালপাৰা জিলাৰ সত্ৰলৈ তেওঁৰ জৰিপৰ সীমা বঢ়াইছিল। এখন পুথিৰ পাঠ বা বৰ্ণবিন্যাস গ্ৰহণ কৰি বাকী পুথিৰ পাঠক পাঠান্তৰত ( সহজ অৰ্থত critical apparatus ) থোৱাৰপৰা পাঠ-সমীক্ষাৰ জটিল পদ্ধতিলৈ নোযোৱাকৈ মূল লেখকৰ অভিপ্ৰেত লেখাৰ লগত পাঠকক সমুখ কৰোৱা

পাঠ-সমীক্ষাৰ মূল উদ্দেশ্যৰ কাৰবি চপা হৈছে। এয়ে "অঙ্কাৱলী"ৰ পাঠ-অধ্যয়নৰ বৈশিষ্ট্য। এভিয়া পূৰণি নাট্যকাৰসকলৰ (ব্ৰজবুলি) ভাষা আৰু বৰ্ণবিন্যাস বিষয়ত এই গ্ৰন্থৰ সহায়ত এটি স্পষ্ট ধাৰণা স্থিৰ কৰিবৰ উপায় আমাৰ হ'ব—যিটি হয়তো ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ "অঙ্কীয়া নাট"ৰপৰাও সম্ভৱ নহয়। নাটকৰ অন্তৰ্গত সংস্কৃত অংশ যাইকৈ শ্লোকবিলাকতে পৰ্যৱসিত। শ্লোকৰ পাঠ-নিৰ্ণয়ৰ বিষয়ত ভাষা আৰু ছন্দৰ শুদ্ধিৰ ফাললৈ সম্পাদকে চকু ৰাখিছিল আৰু সংস্কৃত জনা পণ্ডিতৰো সহায় লৈছিল। প্ৰতিজন নাট্যকাৰৰ কেয়োখন নাটকৰ শেষত শ্লোকবিলাকৰ ছন্দৰ এটা তালিকা সন্নিৱেশ কৰিছে। মাত্ৰ এটি আসোঁৱাহ ৰৈছে—মাধৱদেৱৰ 'অৰ্জুনভঞ্জন'ত ধৃত বিল্বমঙ্গলৰ (লীলাশুক) "কৃষ্ণস্তোত্ৰ"ৰ (কৃষ্ণকৰ্ণামৃত) 'পৰমিমমুপদেশমাদ্ৰিয়ধ্বং···' শ্লোকটিৰ ছন্দৰ নাম দিয়া হৈছে ভীষ্মস্তুতি। তেনে নামৰ ছন্দ নাই। এই শ্লোকৰ ছন্দ হ'ল পুষ্পিতাগ্ৰা। ভাগৱত-পুৰাণৰ অন্তৰ্গত ভীষ্মৰ কৃষ্ণস্তুতিটি (১.৯.৩২-৪২) এই ছন্দত ৰচিত বাবে বোধ হয় মেধিদেৱৰ কিবা এটি খেলিমেলি লাগি এই ভুল নামৰ সৃষ্টি হৈছিল।

১৯৫৬ চনৰ *Journal of the Uuiversity of Gauhati* পত্ৰিকাত ডিব্ৰুগড়ৰ আশুতোষ বিশ্বাসে A text-criticism of Sanskrit verses in old Assamese dramas প্ৰবন্ধত অঙ্কীয়া নাটৰ শ্লোকবোৰৰ এক পাঠ-অধ্যয়ন কৰিছিল।

শঙ্কৰদেৱৰ নাটকৰ পাঠ-নিৰ্ণয়ত বিষয়-বস্তুৰ পৰিসৰৰ ফালৰপৰাও কিছু প্ৰশ্ন আছে। "কেলিগোপাল" নাটকৰ কোনো কোনো পুথিত "দেখু সখী ঐছন নিকাৰুন কান" আদি গীতটি (অঙ্কাৱলী, পিঠি ৬৬, ১০৩) নাই। কমলাবাৰী-সত্ৰত এইটি গীত গোৱা নহয়; কিন্তু ৰাসৰ আন গীতৰ লগতে এই গীতটি বৰপেটাত ৰসিক-জন-প্ৰিয়। এইখিনিতে পাঠ-সমীক্ষাৰ প্ৰশ্ন আহি পৰে। মেধি এই প্ৰশ্নলৈ যোৱা নাই। কিন্তু সম্ভৱতঃ নাটৰ পুথিবোৰত তেওঁ ইয়াক নোপোৱা সত্ত্বেও "অঙ্কাৱলী"ত "কেলিগোপাল"ৰ নৰম গীতৰ আগে আগে এই দ্বাত্ৰিংশ গীতটিও সন্নিবেশিত হৈছে। সম্পাদকে কিন্তু এই নাটকত আন এটি পাঠ-সংশ্লিষ্ট প্ৰশ্ন তুলিছে: '১২ নং শ্লোকত ৰাধাৰ নাম পোৱা যায়, যেনে—"ৰাধাং বিধায় হৃদয়ে তত্যাজ ব্ৰজযোষিতঃ॥" এই ৰাধা শব্দ প্ৰক্ষিপ্ত বুলি বোধ হয়। এই ফাঁকি কথা "গোপীং বিধায় হৃদয়ে তত্যাজ ব্ৰজযোষিতঃ" কৰিলে ছন্দ আৰু অৰ্থৰ ব্যতিক্ৰম নহয়। নাটত আদিতে এনে পাঠ আছিল

বুলি বিশ্বাস হয়।' ইয়াৰ পিছত তেওঁ তেনেকৈ ভবাৰ যথেষ্ট কাৰণ দৰ্শাইছে। সেয়া নিতান্ত ভাবিব লগীয়া কথা। কিন্তু উক্ত শ্লোকটোত "গীত-গোবিন্দ"ৰ প্ৰতিধ্বনি এটি আছে, য'ত ৰাধাৰ নামটি আহিছে—"কংসাৰিৰপি সংসাৰ-বাসনা-বন্ধ-শৃঙ্খলাম্। ৰাধামাধায় হৃদয়ে তত্যাজ ব্ৰজসুন্দৰীঃ।" অৱশ্যে, জয়দেৱত যেনেকৈ ৰাধাৰ নাম সলনি কৰি আন এটি নাম দিলে নচলে, "কেলিগোপাল"ত তেনেকৈ সলনি কৰিলেও অৰ্থৰ ফালে বিশেষ পৰিৱৰ্তন নঘটে। কিন্তু, ভাবিব লগীয়া, সকলো পুথিতেইযে এইবোৰ স্থলত "ৰাধা" শব্দটো আছে। মাথোন কথা হৈছে এই ৰাধা এই ৰাসৰ নাটকতো ৰাসেশ্বৰী নহয়, কেন্দ্ৰত নাই।

"ৰুক্মিণীহৰণ" নাটৰ কোনো কোনো পুথিত মূল ভাগৱত-পুৰাণৰ বা শঙ্কৰদেৱৰ নিজৰ "ৰুক্মিণীহৰণ" কাব্যত থকা দৰে শ্ৰীকৃষ্ণৰ সাহায্যৰ অৰ্থে কুণ্ডিনলৈ বলৰামৰ গমনৰ কাৰ্য সন্নিৱেশ কৰা হৈছে। ডক্টৰ বিৰিঞ্চি-কুমাৰ বৰুৱা-সম্পাদিত "অঙ্কীয়া নাট"তো এই বস্তুটি দেখা পোৱা যায়। এই খণ্ড শঙ্কৰদেৱৰ ৰচিত নে পিছত কাৰো দ্বাৰা সংযোজিত, সেইটো পাঠাধ্যয়নৰ এটি গধুৰ প্ৰশ্ন।

১৯৪৮ চনত ওলোৱা "পছোৱা"ৰ প্ৰথম সংখ্যাৰ প্ৰথমকেইটা পাতত মই এটি প্ৰবন্ধ লেখিছিলো "অঙ্ক আৰু ঝুমুৰা : জাল আৰু সঁচা" বুলি। প্ৰবন্ধটোত মাধৱদেৱৰ ভণিতা থকা দুখনিমান নাট প্ৰকৃততে মাধৱদেৱৰ ৰচিত হয়নে, এই প্ৰশ্ন তোলা হৈছিল। কালিৰাম মেধি ডাঙৰীয়াই চাৰিখনি নাটকৰ বিষয়ত সন্দেহৰ প্ৰশ্ন তুলিছে তেওঁৰ বহুমূলীয়া ইংৰাজী পাতনিত নাট কেইখনিৰ নামৰ ওপৰত "Suspected to be spurious" বুলি লেখি দি। নাটকেইখনি হ'ল—ব্ৰহ্মামোহন, ভূষণ-হৰণ, ৰাস-ঝুমুৰা আৰু কোটোৰা খেলোৱা। এই সম্পৰ্কে তেওঁ বহলাই আলোচনা কৰা নাই, কিন্তু আমাৰ আলোচনা কৰিবৰ থল আছে। ইও এটা পাঠ-বিজ্ঞানৰ প্ৰশ্নই।

পুৰণি পুথিৰ পাঠৰ প্ৰতিযে আমাৰ এক সমীক্ষাশীল দৃষ্টি হ'ব পাৰে; হেমচন্দ্ৰ বৰুৱা-নিৰ্দেশিত পথৰ বাহিৰেওযে এই বিষয়ত অধিক বিজ্ঞান-সম্মত পথ হ'ব পাৰে; আমি আজি য'ত শ, ষ, ী, ূ লেখোঁ, তাত প্ৰাচীনসকলে স, স বা খ, ি, ু লেখাটোযে স্বতন্ত্ৰ এক পদ্ধতিৰহে অংশ হ'ব পাৰে—এইবোৰ চেতনা লৈ অসমীয়া সাহিত্যৰ জগতত আগ বঢ়া প্ৰথম পুৰুষ হ'ল

কালিৰাম মেধি ; অথচ আধুনিক গৱেষণাৰ পথত হেলেকৃলেকীয়া খোজ দিওঁতা বহুতে এই দৃষ্টি-ভংগিৰ মূল্য বুজিবলৈ টান পায় আৰু তাৰ পৰিবৰ্তে প্ৰাচীনক "শুদ্ধৰাই" "সম্পাদক" হোৱাত ব্যস্ত হৈ পৰে, কাৰণ তেওঁলোকে "কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই" বুলিও ক'বলৈ নাযায় ; "দেৱতাই য'ত পাৰ দিব সঙ্কুচিত হয়, তাত নৃশংসসবে বেগে প্ৰবেশ কৰে" কথাটিলৈও ভ্ৰূক্ষেপ নকৰে ।

# কালিৰাম মেধিৰ বিজ্ঞানমূলক ৰচনাবলী

## ডক্টৰ কিশোৰীমোহন পাঠক

স্বৰ্গীয় কালিৰাম মেধিদেৱ অসমীয়া সাহিত্য আকাশৰ এটা উজ্জ্বল নক্ষত্ৰ। প্ৰথিতযশা ভাষাবিদ, বৈয়াকৰণিক মেধিদেৱৰ বহুমুখী প্ৰতিভা কেৱল ভাষা-তাত্ত্বিক, ধৰ্মমূলক, সামাজিক আৰু সমালোচনামূলক ৰচনাৱলীতে সীমিত হৈ থকা নাছিল। তেখেত আছিল অসমীয়া বিজ্ঞান-সাহিত্যৰো পথ প্ৰদৰ্শক, আগৰণুৱা। তেখেতে পদাৰ্থবিজ্ঞান, জ্যোতিৰ্বিজ্ঞান, প্ৰাণীবিজ্ঞান আৰু নৃতত্ত্ববিজ্ঞানৰ সমসাময়িক বৈজ্ঞানিক তত্ত্ব আৰু তথ্যবোৰৰ ওপৰত ভিত্তি কৰি সৰ্বসাধাৰণে বুজিব পৰাকৈ অতি শুৱলা নিভাঁজ থলুৱা ভাষাৰে কেইবোৰ প্ৰবন্ধ লিখি থৈ গৈছে। মেধিদেৱৰ বিজ্ঞানমূলক কোনোখন ৰচনাতে অনুবাদৰ গোন্ধ নাই। দৈনন্দিন জীৱনৰ নানা ধৰণৰ উপমাৰে বিজ্ঞানৰ তত্ত্বগধুৰ কথাবোৰো ইমান সহজ সৰল কৈ সজাই পৰাই তুলিছিল যে ভাবিলেই আচৰিত লাগে। একাধাৰে সংস্কৃত আৰু পদাৰ্থবিজ্ঞানৰ ছাত্ৰ হোৱাৰ বাবেহে বোধহয় তেনে ৰচনা সম্ভৱপৰ হৈছে। তেখেতৰ ৰচনাশৈলী আধুনিক অসমীয়া বিজ্ঞান-সাহিত্যিকসকলৰ বাবে সঁচাকৈয়ে পঠনীয় আৰু অনুকৰণীয়। বৰ্তমান কালত বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে আন ভাষাৰ দৰে অসমীয়া ভাষাতো ভালেমান বিজ্ঞানমূলক ৰচনা, গ্ৰন্থ প্ৰকাশ পাইছে। কিন্তু নতুন চাম অসমীয়া লেখকৰ প্ৰায়বোৰ ৰচনাতে অনুবাদৰ গোন্ধ অতি প্ৰকটভাবে ওলাই পৰে। তদুপৰি উদাহৰণবোৰ বিজাতৰীয়া হোৱা বাবে বিজ্ঞানমূলক প্ৰায়বোৰ অসমীয়া ৰচনায়ে পঢ়িবলৈ সাধাৰণতে সুখপাঠ্য নহয়, ভাষাৰো সাৱলীল গতি নাথাকে। কিন্তু কুৰি শতিকাৰ প্ৰথম দশকতে লিখা মেধিদেৱৰ বিজ্ঞানমূলক প্ৰবন্ধসমূহ সঁচাকৈয়ে অসমীয়া ভাষাৰ অতি মূল্যৱান সম্পদ। বিষয়বস্তুৰ সম্যক জ্ঞান, নিজস্ব প্ৰকাশ-ভংগী, সূক্ষ্ম পৰ্যবেক্ষণ, তীক্ষ্ণ বুদ্ধি আৰু অধ্যৱসায় আদি গুণ-বোৰৰ অধিকাৰী হোৱাৰ ফলতহে মেধিদেৱে বিজ্ঞানৰ নিচিনা বাস্তৱবাদী, কল্পনাৰ ৰঙীন বোল লগাব নোৱাৰা কথাবোৰৰ মাজতো ৰসৰ সৃষ্টি কৰি, সুখপাঠ্য কৰি তুলিব পাৰিছিল।

এই প্ৰবন্ধটোত মেধিদেৱৰ বিজ্ঞানমূলক ৰচনাৱলীৰ এটি থূল-মূল আভাষ পাঠকসকলৰ আগত দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

মেধিদেৱ একেধাৰে পদাৰ্থ বিজ্ঞান আৰু সংস্কৃত ভাষাৰ কৃতী ছাত্ৰ আছিল। ১৯০৪ চনত তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰপৰা পদাৰ্থবিজ্ঞানত অতি সুখ্যাতিৰে এম. এ. ডিগ্ৰী লাভ কৰে। তেখেত হ'ল এম. এ. ডিগ্ৰী পোৱা ৩য় অসমীয়া। স্বৰ্গীয় ৰাধানাথ ফুকন আছিল পদাৰ্থ বিজ্ঞানত এম. এ. ডিগ্ৰী লাভ কৰা প্ৰথম অসমীয়া, মেধিদেৱ দ্বিতীয়। পদাৰ্থ বিজ্ঞানৰ উপৰি সংস্কৃত ভাষাতো মেধিদেৱে যথেষ্ট ব্যুৎপত্তি লভিছিল। পদাৰ্থ বিজ্ঞানৰ অধ্যয়নে তেখেতৰ মন সকলো বিষয়তে অনুসন্ধিৎসু, বিশ্লেষণকাৰী কৰি তুলিছিল। সংস্কৃত ভাষা আৰু পদাৰ্থবিজ্ঞানৰ জ্ঞানে তেখেতক পৰৱৰ্তী কালত এজন শ্ৰেষ্ঠ বৈয়াকৰণিক হোৱাত যথেষ্ট ইন্ধন যে যোগাইছিল তাত কোনো সন্দেহ নাই। বিজ্ঞানৰ ছাত্ৰ হোৱা হেতুকে সকলো বিষয়বস্তুকে মৌলিক দিশৰপৰা বৈজ্ঞানিক দৃষ্টি-ভংগীৰে ফঁহিয়াই চাব পাৰিছিল।

মেধিদেৱৰ বিজ্ঞানমূলক প্ৰবন্ধসমূহৰ ৰচনাকাল দুছোৱা সময়ত বিভক্ত কৰিব পাৰি—চাকৰি জীৱনৰ আৰম্ভণি কাল আৰু চাকৰি জীৱনৰ পৰা অৱসৰ লোৱা কাল। এম. এ. পাছ কৰাৰ লগে লগে ১৯০৪ চনত তেখেতে চৰকাৰী চাকৰিত সোমায়, আৰু সুদীৰ্ঘকাল চৰকাৰী চাকৰিৰ গধুৰ দায়িত্ব বহন কৰি ১৯৩৫ চনত তেখেতে অৱসৰ লয়। বিজ্ঞানমূলক আটাইকেইটা মৌলিক প্ৰবন্ধই তেখেতে ১৯০৯—১৯১২ চনৰ ভিতৰতে লিখিছিল। চাকৰি জীৱনৰ পৰা অৱসৰ লোৱাৰ পাছতহে তেখেতে পুনৰায় বিজ্ঞানমূলক ৰচনা লিখিবলৈ আৰম্ভ কৰে; আৰু ১৯৩৫—১৯৩৮ চনৰ ভিতৰতে দুখনি বিজ্ঞানমূলক পাঠ্য-পুথি "বীজগণিত" আৰু "অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান" (Elements of Physics in Assamese) লিখি উলিয়ায়। ইতিমধ্যে দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাত আৰু বাৰ্ধক্যজনিত কাৰণত বিজ্ঞানমূলক প্ৰবন্ধ লিখাৰপৰা তেখেত বিৰত থাকে।

মেধিদেৱৰ সমসাময়িক অসমীয়া আলোচনীত প্ৰকাশ হোৱা ১০ টা বিজ্ঞান-মূলক প্ৰবন্ধ আমি সংগ্ৰহ কৰিছোঁ; আৰু হয়তো আছিল। এই আটাইকেইখন ৰচনাৰে প্ৰকাশকাল ১৯০৯ চনৰ পৰা ১৯১২ চনৰ ভিতৰত। উচ্চ পদবীৰ দায়িত্ব, গধুৰ চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজতো তেখেতৰ বিজ্ঞান চৰ্চাৰ যে ওৰ পৰা নাছিল সেই কথাটো তেখেতৰ ৰচনাৱলীৰ পৰাই স্পষ্ট হৈ উঠিছে। পদাৰ্থবিজ্ঞানৰ ছাত্ৰ হলেও তেখেতৰ ৰচনা কেৱল মাত্ৰ পদাৰ্থ-বিজ্ঞানৰ বিষয়বস্তুতে সীমিত হৈ থকা নাছিল; জ্যোতিৰ্বিদ্যা, প্ৰাণীবিদ্যা,

নৃতত্ত্ববিদ্যামূলক প্ৰবন্ধপাতিও তেখেতে লিখি থৈ গৈছে। সমসাময়িক বিজ্ঞানমূলক আলোচনীসমূহৰ পৰাই প্ৰবন্ধবোৰৰ মূল তথ্যবোৰ যদিও সংগৃহীত কৰা হৈছিল, তথাপি যথাসম্ভৱ স্থানত নিজস্ব পৰ্যবেক্ষণো তেখেতে সন্নিৱিষ্ট কৰিছিল। তদুপৰি ৰচনাশৈলীৰ নিপুণতা, খাপ খাই যোৱা উপমা আদিৰ বাবে প্ৰতিখন ৰচনাই অতি সহজ আৰু সুখপাঠ্য হৈ পৰিছিল। বৰ্তমান কালত অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত 'বিজ্ঞান জেউতি'ৰ উপৰিও অন্যান্য দৈনিক, সাপ্তাহিক আদি বাতৰি কাকত আৰু বিভিন্ন আলোচনীত বিজ্ঞানমূলক নানা ধৰণৰ প্ৰবন্ধপাতি প্ৰকাশ হৈ আছিল। আজিকালি অসমীয়া বিজ্ঞান-সাহিত্যিকো ভালেমান ওলাইছে। কিন্তু সেয়া হলেও ভাষাৰ মৌলিকতাত, বিষয়বস্তুৰ সৰলীকৰণত আৰু নিভাঁজ থলুৱা উদাহৰণ আদিৰ প্ৰয়োগত মেধিদেৱক এতিয়াও কোনেও চেৰ পেলাব পৰা নাই যেন লাগে।

আধুনিক কালৰ মনোগ্ৰাহী বিজ্ঞান-সাহিত্যিকসকলৰ অন্যতম হ'ল জৰ্জ গেমো। এইজনা বিজ্ঞান-সাহিত্যিকৰ গ্ৰন্থসমূহ বিশেষকৈ "One Two Three···Infinity"(১৯৪৭ চনত প্ৰথম প্ৰকাশিত) পৃথিৱী বিখ্যাত আৰু অতি জনপ্ৰিয়। জৰ্জ গেমোই পদাৰ্থ বিজ্ঞানৰ অতি কঠিন তত্ত্বসমূহো যিদৰে অতি সৰল ভাবে দৈনন্দিন জীৱনৰ নানা ধৰণৰ উপমা আদিৰে বুজাই দিছিল মেধিদেৱৰ লিখাৰ ঠাঁচো এনে ধৰণৰে আছিল। অৱশ্যে জৰ্জ গেমো মেধিদেৱতকৈ পৰৱৰ্তী। কালৰ লেখকহে। সেইবাবে মেধিদেৱে ভাষাতাত্ত্বিক ৰচনা নিলিখি কেৱল মাত্ৰ বিজ্ঞানমূলক ৰচনাতে মনোনিবেশ কৰি থকা হলেও তেখেতৰ অৱদান অসমীয়া ৰাইজৰ মনত চিৰ সেউজী—যুগমীয়া হৈ থাকিলহেঁতেন।

পদাৰ্থ বিজ্ঞান আৰু জ্যোতিৰ্বিজ্ঞানৰ ওপৰত লিখা মেধিদেৱৰ উল্লেখযোগ্য ৰচনা কেইখন হ'ল ক্ৰমে 'হেলীৰ নেজাল তৰা' ( ১৯১০ চন ), 'পৃথিবী' ( ১৯১০ চন ), 'সূৰ্য' ( ১৯১০ চন ), আৰু 'মূল পদাৰ্থ' ( ১৯১২ চন )। প্ৰাণীবিদ্যাৰ ডাৰউইনৰ অভিব্যক্তিবাদৰ ওপৰত লিখা "জাতিৰ উৎপত্তি" ( ১৯১২ ) চন ) নামৰ প্ৰবন্ধটো অতি মনোগ্ৰাহী আৰু ভাবোদ্দীপক। "লিখা-সঁজুলি" ( ১৯১০ চন ) প্ৰবন্ধটোৰে তেখেতে নৃতত্ত্ব বিজ্ঞান—চ'ৰাতো এভুমুকি মাৰি থৈ গৈছে। তদুপৰি অসমীয়া গাৱঁলীয়া প্ৰমাণী ঔষধ, অসমৰ জ্যোতিষশাস্ত্ৰ আদিৰ ওপৰতো তেখেতে প্ৰবন্ধ লিখিছিল।

বিষয়বস্তু আৰু ৰচনাশৈলীৰ দিশৰপৰা তেখেতৰ কেইখনমান ৰচনাৰ এটি চমু আলোচনা পাঠকৰ আগত দাঙি ধৰা হ'ল।

"হেলীৰ নেজাল তৰা" প্ৰবন্ধটো ধাৰাবাহিক হিচাপে "আসাম বান্ধৱ"ত ১৯১০ চনত প্ৰকাশ পায়। হেলীৰ নেজাল তৰাটো হ'ল ছাৰ আইজাক নিউটনৰ বন্ধু এডমাণ্ড হেলী [ Edmund Halley, 1656-1742 ] নামে ইংৰাজ জ্যোতির্বিদ এজনৰ নামানুসাৰে অভিহিত কৰা এটা ধূমকেতু বা নেজাল তৰা। ১৭০৪ চনত জ্যোতির্বিদ হেলীয়ে এই ধূমকেতুটোৰ গতিবিধি সম্বন্ধে বৈজ্ঞানিক ভিত্তিত গণনা কৰি উলিয়ায়। এইজনা বিজ্ঞানীয়ে প্ৰমাণ কৰেযে খ্ৰীঃ পূঃ ৪৬৮ চনৰ পৰাই প্ৰতি ৭৫/৭৬ বছৰৰ অন্তৰে অন্তৰে ধূমকেতু-টোৰ গতিপথ পৃথিবীৰ পৰা দৃষ্টি গোচৰ হয়। হেলীৰ ভবিষ্যৎ বাণী অনুষায়ী ১৮৩৫ চনত নেজাল তৰাটো আকাশমাৰ্গত পুনঃ আৱিৰ্ভাব হোৱাত সেই সময়ৰ মানুহবোৰে অতি আচৰিত হৈছিল। ১৯১০ চনতো নেজাল তৰাটো পুনৰায় দেখা যাব বুলি ভৱিষ্যত বাণী কৰিছিল আৰু যথাসময়ত আকাশত ধূমকেতুটো ওলাইছিলো। স্বাভাৱিকতে মানুহৰ মনত সেইসময়ত ই নিশ্চয় যথেষ্ট আলোড়ণৰ সৃষ্টি কৰিছিল। গতিকে মেধিদেৱৰ ১৯১০ চনৰ এই প্ৰবন্ধটো অতি সময়-উপযোগী আছিল। তেতিয়াৰ কালত ধূমকেতু সম্বন্ধে সাধাৰণ মানুহৰ মাজত বহুতো ভুল ধাৰণা আছিল, অৱশ্যে বৰ্তমানো নথকা নহয়। সেই সময়ত মুষ্টিমেয় শিক্ষিত অসমীয়া মানুহলৈ লক্ষ্য কৰিলে সমসাময়িক অসমীয়া সমাজ বৈজ্ঞানিক দৃষ্টিভংগীত কিমান যে পিছপৰা আছিল সেইটো উপলব্ধি কৰিবলৈ অকণো অসুবিধা নহয়। অজ্ঞানতাৰ ফলত উদ্ভৱ হোৱা কুসংস্কাৰে নিশ্চয় সমাজক ছাটি ধৰিছিল। গতিকে ধূমকেতুৰ আৱিৰ্ভাৱে সমসাময়িক সাধাৰণ অসমীয়া ৰাইজক যে ভীতি-বিহ্বল কৰি তুলিছিল ই সহজে অনুমেয়। সেই অৱস্থাত মেধিদেৱৰ বৈজ্ঞানিক ভিত্তিৰ ওপৰত লিখা "হেলীৰ নেজাল তৰা" প্ৰবন্ধটোৱে তেতিয়াৰ অসমীয়া ৰাইজৰ ধূমকেতু সম্বন্ধে থকা কুসংস্কাৰ দূৰ কৰাত নিশ্চয় সহায়ক হৈছিল। প্ৰবন্ধটোৰ বিষয়-বস্তুৰ বৰ্ণনা সচাঁকৈয়ে মন কৰিবলগীয়া। অসমীয়া জীৱনৰ নানা তৰহৰ উপমা আৰু সহজ সৰল ভাষাৰে প্ৰবন্ধটো এনেদৰে লিখিছে যাতে অতি হোজা লোক এজনেও বিষয়বস্তুখিনি ভালদৰে উপলব্ধি কৰিব পাৰে। এইয়ে আছিল মেধিদেৱৰ লিখনিৰ বিশেষত্ব। সহজ উপমা দিবলৈ গৈ কিন্তু বিষয়বস্তু ভুলকৈ পৰিবেশন কৰা নাছিল। নীৰস বৈজ্ঞানিক প্ৰবন্ধৰ মাজতো

তেখেতে ৰসৰ সৃষ্টি কৰিছিল। উদাহৰণ স্বৰূপে এই প্ৰবন্ধটোত মহাবিজ্ঞানী ছাৰ আইজাক নিউটনৰ মহাকৰ্ষণ সম্পৰ্কীয় স্বগতোক্তিৰ পৰিপ্ৰেক্ষিতত মেধিদেৱৰ ভাষা মন কৰিবলগীয়াঃ "...তেওঁ (নিউটনে) ভাবিলে যে গ্ৰহ-উপগ্ৰহবিলাক আমাৰ ওচৰতে থকা পোহনীয়া জন্তুৰ দৰে। সিহঁতে মোৰ বৈঠ-বৈঠ শব্দ মানিলেও মানিব পাৰে। সকলোৱে মানিলেহে মনা। এতেকে এই আঁকৰা, সাত-নদী, সাত সাগৰ পাৰ হৈ অঘাটে অবাটে অহা নেজাল তৰাবোৰৰ ওপৰত মোৰ এই মহাকৰ্ষণ হুকুম চলাই চাওঁচোন মানে নে নামানে।"

ধূমকেতুৰ নেজডাল অতি দীঘল ; অৱশ্যে খালি চকুৰে সেইডালক সিমান দীঘল যেন দেখা নাযায়। এই সন্দৰ্ভত মেধিদেৱে লিখিছেঃ ..."আমি কওঁ হেলীৰ নেজাল তৰাৰ নেজডাল ২ হাত দীঘল। অনেক শিক্ষিত মানুহেও কবলৈ ধৰিছে, নেজডাল ৬ হাত দীঘল। মইও মানুহৰ আগত কওঁতে ৪/৫ হাত দীঘল বুলিহে কৈছোঁ। জ্যোতিৰ্বিদ পণ্ডিতৰ আগত এনে কথা কলে তেওঁলোকে হাঁহি সামৰিব নোৱাৰিব।" তথাকথিত শিক্ষিত সমাজত কোনো ধৰণৰ বাদানুবাদৰ সৃষ্টি নকৰাকৈ হাস্যৰসৰ মাজেদি প্ৰকৃত বিষয়বস্তুৰ উপস্থাপন কৰা তেখেতৰ অভিনৱ কৌশল সঁচাকৈয়ে নতুন লেখকসকলৰ বাবে অনুকৰণীয়।

আকাশত ধূমকেতু ওলালে পৃথিবীত নানা ধৰণৰ দুৰ্যোগে দেখা দিয়ে বুলি সাধাৰণ কুসংস্কাৰ এটা আমাৰ সমাজত এতিয়াও নথকা নহয়। নেজাল তৰাৰ নেজডালত চাইআনোজেন্ (cyanogen : CN) আৰু কাৰ্বন্ মন'অক্সাইড (CO) নামে দুবিধ বিষাক্ত গেছ থকা হেতুকে তেতিয়াৰ বিজ্ঞানী-সকলৰ মনটো হেলীৰ নেজাল তৰাৰ আৱিৰ্ভাবে পৃথিবীৰ জীৱ-জন্তুৰ ওপৰত বিষক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে বুলি সন্দেহ জাগিছিল। কিন্তু বৰ্তমান কালত বিজ্ঞানীসকলে প্ৰমাণ কৰি দেখুৱাইছে যে তেনে ভয় একেবাৰে অমূলক। কাৰণ ধূমকেতুৰ সুদূৰপ্ৰসাৰী নেজডালত বিষাক্ত চাইআনোজেন আৰু কাৰ্বন্ মন'অক্সাইড গেছ থাকিলেও সেই গেছৰ ঘনত্ব ইমান কম যে সেইবোৰে পৃথিবীত কোনো ধৰণৰ প্ৰভাব বিস্তাৰ কৰিব নোৱাৰে।

হেলীৰ গণনা মতে এই নেজাল তৰাটো ১৯৮৬ চনত পুনৰায় আকাশত দেখা দিব।

"সূৰ্য" আৰু "পৃথিবী" এই প্ৰবন্ধ দুটা অতি সহজ সৰল ভাষাত সাধাৰণ

পাঠকৰ বাবে উপযোগীকৈ লিখা সূৰ্য আৰু পৃথিৱী সম্বন্ধীয় বিজ্ঞানমূলক ৰচনা। প্ৰবন্ধ দুটা "আলোচনী" নামে যাহেকীয়া কাকত এখনত ১৯১০ চনত প্ৰকাশ হৈছিল। 'সূৰ্য' প্ৰবন্ধটো "আলোচনী"ৰ ৭ম আৰু ৯ম সংখ্যাত, আৰু "পৃথিবী" প্ৰবন্ধটো ১ম বছৰৰ ১২শ সংখ্যা আৰু ২য় বছৰৰ ১ম সংখ্যাত প্ৰকাশ পাইছিল।

মানব সভ্যতাৰ আৰম্ভণিৰপৰাই সূৰ্যই মানুহৰ মনত যথেষ্ট ভয়মিশ্ৰিত কৌতূহল জগাই আহিছে। গ্ৰহ-নক্ষত্ৰৰ কথা জানিবলৈ কাৰ মন নাযায় বাৰু? কুৰি শতিকাৰ প্ৰথম দশকতকৈ সপ্ত দশকত জ্যোৰ্তিবিজ্ঞানে প্ৰচুৰ উন্নতি লভিছে। আজিৰ যুগ মহাকাশ-যুগ। মহাকাশ অধ্যয়নৰ বাবে অনন্ত বিশ্বব্ৰহ্মাণ্ডত মহাকাশ যানে পিয়াপি দি ফুৰিব লাগিছে। এনে প্ৰচেষ্টা সমূহৰ ফলতে তেখেতসকলৰ সময়তকৈ (১৯১০/১১ চন) বৰ্তমান মহাকাশ সম্বন্ধে আমি বহুতো নতুন কথা জানিব পাৰিছোঁইক। কিন্তু সেয়ে হলেও সৌৰজগত সম্বন্ধীয় এই দুয়োটা প্ৰবন্ধতেই মেধিদেৱৰ ৰচনাৰ মৌলিকতা বাৰুকৈ প্ৰকাশ পাইছে। বিষয়বস্তুৰ বিশ্লেষণ সঁচাকৈয়ে অনন্য।

'সূৰ্য'প্ৰবন্ধটোত তেখেতে সূৰ্যৰ দূৰত্ব (পৃথিৱীৰ পৰা), আয়তন, আকাৰ, মধ্যাকৰ্ষণ, গাঁথনি, কলঙ্ক, পৰিধি আৰু গতি সম্বন্ধে সমসাময়িক বৈজ্ঞানিক ধাৰণাসমূহ অতি প্ৰাঞ্জল ভাষাত সৰ্বসাধাৰণে বুজিব পৰাকৈ লিখি থৈ গৈছে। সূৰ্যৰ আয়তন নিৰূপণ পদ্ধতি, মাধ্যাকৰ্ষণ বলৰ ধাৰণা ইত্যাদিবোৰ ইমান সৰলকৈ বুজাইছে যে স্কুলীয়া ল'ৰা-ছোৱালীয়েও সেইবোৰ বুজাত অকণো অসুবিধা নাপায়। জ্যোৰ্তিবিজ্ঞানত ব্যৱহৃত দূৰত্ব আদিৰ পৰিমাণ বুজোৱা প্ৰকাণ্ড সংখ্যাবোৰৰ ধাৰণা কিমান সহজে যে তেখেতে দাঙি ধৰিছে! এই সন্দৰ্ভত তলৰ উদাহৰণ কেইটালৈ মন কৰক। "আমি পালোঁ সূৰ্য এটা বাটলু গুটিৰ নিচিনা ঘূৰণীয়া বস্তু। তেওঁৰ ব্যাস ৮,৮২,০০০ মাইল আৰু তেওঁ আমাৰপৰা ৯৫,০০০,০০০ মাইল দূৰৈত আছে। এইবোৰ পাটীগণিতৰ সংখ্যা; এটা শূন্য যেনে ছটাও তেনে। ইয়াৰপৰা আমি বেলিৰ আয়তন আৰু দূৰ সম্বন্ধে বেছি বুজি নাপালোঁ। বাৰু! অইন ৰকমে ভাবোঁচোন। প্ৰথমে দূৰ ধৰা, এখন ৰেলগাড়ী ঘণ্টাত ৪০ মাইলকৈ গৈ ২৬ দিনত এবাৰ গোটেই পৃথিৱীখন ঘূৰিব পাৰে। সেই গাড়ীখনে সেই বেগে সূৰ্যলৈ যাওতে ২৭০ বছৰ লাগিব। মনে কৰা কোনো এক বংশৰ মানুহবিলাকৰ ৩০ বছৰ বয়সতহে ল'ৰা-ছোৱালী ওপজে, আৰু তেওঁলোক ৩০ বছৰৰ পাছত মৰে।

এই বংশৰ এঘৰ মানুহ সেই গাড়ীত উঠি সূৰ্যলৈ ওলালে তেওঁলোকৰ ৯ পুৰুষ বাটতে মৰিব; দশম পুৰুষৰ সন্তি-সন্ততিহে সূৰ্যমণ্ডল পাবগৈ। এতিয়া আয়তন ধৰা—মনে কৰা বেলিটোক সম মাজেদি কাটি ভাবে পৰা ৰব ডাঙৰ এচকলা উলিয়াই অনা হ'ল আৰু পৃথিবীখন নি ইয়াৰ ওপৰত ৰখা হ'ল। এই চকলাৰ ব্যাস সৰু কৰি নি নি ৪ হাতত ৰাখিলে ইয়াৰ ওপৰৰ পৃথিবীখনকো সেই অনুপাতে চাঁচি সৰু কৰিলে বেলিৰ চকলাটো প্ৰায় তেৰ হাতৰ বেৰৰ তলা এখন আৰু পৃথিবীখন তাৰ ওপৰত থোৱা সৰু বগৰীগুটি এটিৰ নিচিনা দেখা যাব।"

সূৰ্যৰ মধ্যাকৰ্ষণৰ ধাৰণা দিবলৈ গৈ মেধিদেৱে লিখিছে:—"সূৰ্যৰ বল পৃথিবীৰ বলতকৈ প্ৰায় ৩০ গুণে বেছি। ইয়াৰ অৰ্থ এই যে পৃথিবীত জুখি এসেৰ বস্তু সূৰ্যৰ ওপৰলৈ নিলে তাত ই ৩০ সেৰ গধুৰ হব। পৃথিবীৰ পৰা এটা মানুহ গৈ সূৰ্যৰ ওপৰত ঠিয় হব নোৱাৰিব। তাত ই নিজৰ ভৰতে নিজে পেটা হব কিয়নো তাত সি কান্ধতভাৰ সমান ২৯ টা মানুহক ভাৰ বান্ধি লোৱাৰ সমান ভৰ সহিব লাগিব।" এইয়া মেধিদেৱে লিখিছিল ১৯১০ চনত। আগতেই উল্লেখ কৰি অহা হৈছে যে অসমীয়া ভাষাত লিখা তেখেতৰ এনে ধৰণৰ সহজ-সৰল উপমাবহুল লিখনি পৰৱৰ্তী কালৰ (কুৰি শতিকাৰ ৫ম দশকৰ) বিখ্যাত নিউক্লিয় পদাৰ্থ বিজ্ঞানী আৰু বিজ্ঞান সাহিত্যিক জৰ্জ গেমোৰ লিখনিতহে দেখা যায়। দুৰ্ভাগ্যবশতঃ মেধিদেৱৰ পাছত এতিয়ালৈকে আন কোনো অসমীয়া বিজ্ঞান-সাহিত্যিকৰ লিখনিত বিজ্ঞানৰ ৰচনা ইমান সৰল উপমাৰে লিখা চকুত পৰা নাই। এই ধৰণে পদাৰ্থ বিজ্ঞানৰ জটিল তত্ত্ববোৰকো সহজ সৰল উপমা দিব পাৰিছিল স্বৰ্গীয় ড° হিৰণ্যচন্দ্ৰ ভূঞাদেৱে। কিন্তু তেখেতে অসমীয়াত বিশেষ একো লিখি থৈ নগ'ল।

লিখনিৰ অভিনবত্বই "পৃথিবী" প্ৰবন্ধটোকে অতি সুখপাঠ্য মনোগ্ৰাহী কৰি তুলিছে। পৃথিবীৰ আকাৰ সম্বন্ধীয় সমসাময়িক বৈজ্ঞানিক ভাৱধাৰা-সমূহক স্বতঃসিদ্ধ বুলি চকুমুদি মানি নলৈ তেখেতে প্ৰতিটো যুক্তিকে স্বকীয়ভাবে ফঁহিয়াই চাই সত্যাসত্য বিচাৰ কৰিছে। বিদেশী ভাষাৰ গ্ৰন্থৰ পৰা বিষয়বস্তু হুবহু অনুবাদ নকৰি নিজৰ মৌলিক চিন্তাধাৰাৰে সকলো জুকিয়াই চাই, থলুৱা উপম আদিৰে কথাবোৰ নিৰহ-নিপানীকৈ বুজাই লিখাটোৱে আছিল মেধিদেৱৰ বিজ্ঞানমূলক ৰচনাৰ বিশেষ বৈশিষ্ট্য।

মূল পদাৰ্থ (অথবা মৌলিক পদাৰ্থ) সম্বন্ধে বৰ্তমান কালত বিশেষকৈ যোৱা দ্বিতীয় মহাসমৰৰ পাছৰ পৰা বহুতো নতুন কথা আৱিষ্কাৰ হৈছে।

ইতিমধ্যে মৌলিক কণা অধ্যয়নৰ বাবে আধুনিক পদাৰ্থ বিজ্ঞানত এটা বিশেষ শাখাৰে সৃষ্টি হৈছে। মহাজাগতিক ৰশ্মি আৰু আধুনিক উচ্চ শক্তিৰ ত্বৰক যন্ত্ৰৰ সহায়ত পদাৰ্থ বিজ্ঞানীসকলে ভালেমান নতুন পদাৰ্থ-কণাৰ সম্ভেদ, পাইছে, আৰু কেতবোৰ নকৈ সৃষ্টিও কৰিছে। পদাৰ্থ বিজ্ঞানত এই নৱতম আবিষ্কাৰসমূহৰ জোৱাৰ উঠিছে যোৱা দ্বিতীয় মহাসমৰৰ পাছৰ পৰাহে। ( এই সন্দৰ্ভত এই প্ৰবন্ধৰ লেখকৰ "পদাৰ্থ বিজ্ঞানৰ নৱতম বিকাশ" দ্ৰষ্টব্য ) দ্বিতীয় মহাসমৰৰ আগলৈকে তেতিয়াৰ বিজ্ঞানীসকলে মাত্ৰ ৪টা মৌলিক পদাৰ্থ-কণা ইলেক্ট্ৰ'ন, প্ৰ'টন, নিউট্ৰ'ন আৰু ফট'নৰহে সম্ভেদ পাইছিল। ইয়াৰ ভিতৰত প্ৰথম তিনিটা পদাৰ্থ-কণা হ'ল পৰমাণুৰ মূল উপাদান। কিন্তু সেয়া হলেও প্ৰ'টন কণাৰ অস্তিত্বৰ সম্ভেদ পোৱা যায় ১৯১৭ চনত ( জৰ্জ ৰাডাৰফৰ্ড ) আৰু আনহাতে নিউট্ৰ'ন কণাৰ আৱিষ্কাৰ হয় ১৯৩২ চনতহে ( চাডউইক )।

কেম্ব্ৰিজ বিদ্যালয়ৰ কেভেণ্ডিছ গৱেষণাগাৰত ১৮৯৭ চনত অধ্যাপক জে, জে, থমছনে ( Prof. Joseph John Thomson ) পোন প্ৰথমে বিদ্যুৎ কণা ( Corpuscles of electricty—পৰৱৰ্তী কালত ইয়াকে ইলেক্ট্ৰ'ন কণা বুলি নামকৰণ কৰা হৈছে ) আৱিষ্কাৰ কৰে। পৰৱৰ্তী কালত ১৯০৩ চনত বিজ্ঞানী উইলছনে ( H. A. Wilson ) আৰু ১৯১৩ চনত অধ্যাপক মিলিকানে ( Prof. Robert A. Millikan, american Physicist ) বিশদভাবে গৱেষণা কৰিহে ইলেক্ট্ৰ'নৰ আধানৰ মান ঠাৱৰ কৰে।

মেধিদেৱৰ 'মূল পদাৰ্থ' ৰচনাখন প্ৰকাশ পাইছে ১৯১২ চনত [ আসাম বান্ধৱ : ১৩১৯ চন : ৩য় বছৰ, ৮ম আৰু ৯ম সংখ্যাঃ পৃঃ ২৩৭—২৪৮ ]। গতিকে সেই সময়ত পদাৰ্থ বিজ্ঞানৰ মৌলিক গৱেষণাসমূহৰ সম্বন্ধে মেধিদেৱ যে সম্পূৰ্ণ অবগত আছিল এই কথাটোৰ পৰাই স্পষ্টকৈ ওলাই পৰে। এনে ধৰণৰ প্ৰবন্ধৰ দ্বাৰাই সমসাময়িক অসমীয়া ৰাইজক পদাৰ্থ বিজ্ঞানৰ শেহতীয়া বাতৰিসমূহ পৰিবেশন কৰাই আছিল তেখেতৰ মহান উদ্দেশ্য। ১৯১০-১২ চনত ব্ৰিটিছ চৰকাৰৰ পূৰা শাসনতন্ত্ৰ চলি থকা অৱস্থাত আৰু নিজে এজন উচ্চ পদস্থ ৰাজবিষয়া হোৱা সত্ত্বেও তেখেতে লিখা এই বিজ্ঞানমূলক ৰচনাৱলীয়ে তেখেতৰ অসমীয়া ভাষাৰ প্ৰতি থকা মৰম-চেনেহকে ভালদৰে প্ৰকাশ কৰিছে। তেতিয়াৰ কথাকেই নকওঁ, বৰ্তমানকালতো পদাৰ্থ বিজ্ঞানৰ শেহতীয়া আৱিষ্কাৰ আদি ভালদৰে হৃদয়ঙ্গম কৰি উপযুক্ত পৰিভাষাৰে

সহজ সৰল অসমীয়াত প্ৰকাশ কৰা যে কিমান কষ্টসাধ্য কাম তাক বিজ্ঞান-সাহিত্যিকসকলেহে ভালদৰে উপলব্ধি কৰিব পাৰে।

"মূল পদাৰ্থৰ" প্ৰবন্ধটোত সমসাময়িক বৈজ্ঞানিক ভাৱধাৰাৰ এটিৰ আভাস পোৱা যায়। তেখেতে লিখিছে, "পৰমাণুক ফালি তাৰ পৰা আৰু ক্ষুদ্ৰতম অংশ উলিয়াবৰ উপায় নাই।" এই ভাৱধাৰা এতিয়া তেনেই আওপুৰণি; আৰু ই ভুল বুলি প্ৰমাণিত হৈছে। অৱশ্যে বিজ্ঞান জগতত সেই প্ৰচলিত উপৰোক্ত ধাৰণাসমূহৰ চিৰনিশ্চয়তাত সন্দেহ প্ৰকাশ কৰি মেধিদেৱে লিখিছিল, "পৰমাণুতো ক্ষুদ্ৰতম বস্তুৰ অস্তিত্ব অনুভৱ কৰিব লগাত পৰে*।।" ইয়াৰ পৰাই বুজিব পাৰি যে পদাৰ্থ বিজ্ঞানৰ শেহতীয়া ভাৱধাৰা সম্পৰ্কে মেধিদেৱ সম্পূৰ্ণ অৱগত আছিল। সেই কালছোৱাতে বিজ্ঞানী জে. জে. থমছনে ইলেক্ট্ৰ'ন আৱিষ্কাৰ কৰে। এইয়া আছিল পদাৰ্থ বিজ্ঞান জগতত এক যুগান্তকাৰী আৱিষ্কাৰ। এই প্ৰবন্ধটোত ইলেক্ট্ৰ'ন সম্পৰ্কীয় গৱেষণাৰ কথাকেই মেধিদেৱে অতি সহজ সৰল ভাষাত লিখি থৈ গৈছে। মূল প্ৰবন্ধটো তিনিটা অংশত বিভক্ত: (১) টেঙ্গা পানী বিশ্লেষণৰ ফল (Result of electrolysis), (২) শূণ্য-স্থানৰ ধৰ্ম (Phenomena in high Vacuum) আৰু (৩) বিকীৰণশীল পদাৰ্থৰ ধৰ্ম (Properties of radio-active elements)। বিদ্যুৎ-বিশ্লেষণক তেখেতে "টেঙ্গা পানী বিশ্লেষণ" বুলি নামকৰণ কৰিছিল। বিদ্যুৎ-বিশ্লেষ্য (clectrolyte) এচিড্ যুক্ত হোৱা বাবেই তেখেতে সেইখিনিক বোধ হয় "টেঙ্গা পানী" বুলি অভিহিত কৰিছিল। প্ৰবন্ধটোত শূণ্যস্থানৰ ধৰ্ম সম্পৰ্কীয় বিশ্লেষণখিনি সঁচাকৈয়ে অতুলনীয়। সমসাময়িক পাঠকৰ বাবে তেনেই নতুন ভাৱধাৰা এটিৰ বিষয়বস্তুৰ মৌলিকতা সম্পূৰ্ণ অটুট ৰাখি ইমান সৰলভাবে প্ৰকাশ কৰিব পৰাটো মেধিদেৱৰ নিচিনা ভাষাবিদৰ বাবেহে সম্ভৱ। তেজস্ক্ৰিয়া সম্বন্ধীয় কথাখিনিও সমসাময়িক শেহতীয়া গৱেষণাৰ ফলাফলৰ ওপৰত নিৰ্ভৰ কৰিয়েই লিখা। বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰী বিশেষকৈ পদাৰ্থ আৰু ৰসায়ন বিজ্ঞানৰ সকলো ছাত্ৰ-ছাত্ৰীয়েই এই প্ৰবন্ধটো পঢ়া উচিত বুলি মই ভাবোঁ।

তেজস্ক্ৰিয়তাৰ ফলত মূল পদাৰ্থৰ অভাৱনীয় পৰিৱৰ্তন (transmutation) দেখি সেই সময়ৰ বিজ্ঞানীসকল যে তেনেই অভিভূত হৈ পৰিছিল, আৰু ভবিষ্যতো যে তেনে ধৰণৰ মৌলিক গৱেষণাই আৰু বহুতো নমুনা, অজনা কথাৰ সম্ভেদ দিব পাৰিব সেই কথাৰ উমান মেধিদেৱেও ভালদৰে

উপলব্ধি কৰিছিল। সেয়েহে প্ৰবন্ধটো তেখেতে হেম্‌লেটৰ কথাৰে সামৰিছিল : "There are many things in heaven and earth Horatio, than are dreamt of in your philosophy." বিজ্ঞানীসকলৰ সেই উপলব্ধি, সেই সন্দেহ পৰৱৰ্তী কালত সত্য বুলি প্ৰমাণিত হৈছে। আধুনিক পদাৰ্থ বিজ্ঞানৰ গৱেষণাৰ ফলত মৌলিক পদাৰ্থ কণাৰ এখন তেনেই নতুন জগতৰ সন্ধেদ পোৱা গৈছে। পৰমাণুৰ ভিতৰত থকা প্ৰ'টন, নিউট্ৰ'ন, ইলেক্ট্ৰ'ন আদিৰ গাঁঠনি বৰ্তমান কালত অধ্যয়ন কৰা হ'ব ধৰিছে। ইতিমধ্যে (১৯৭৪ চনত) প্ৰ'টন কণাৰ ভিতৰতো আৰু ক্ষুদ্ৰতম কণাৰ (Parton) সন্ধেদ পোৱা বুলি বিজ্ঞানীসকলে জনাইছে।

মেধিদেৱৰ বিজ্ঞানমূলক লিখনি কেৱল পদাৰ্থ বিজ্ঞানৰ ৰচনাতে সীমিত হৈ থকা নাছিল। তেখেতে প্ৰাণীবিদ্যাৰ ওপৰতো অধ্যয়ন কৰিছিল। এই কথাৰ ভালদৰে প্ৰমাণ পোৱা যায় তেখেতৰ "জাতিৰ উৎপত্তি" নামৰ প্ৰবন্ধটোত। ১৯১২ চনত 'আসাম বান্ধৱ'ৰ ৩য় বছৰ, ৪ৰ্থ সংখ্যাত এইটো প্ৰকাশিত হৈছিল। প্ৰবন্ধটো ইংৰাজ প্ৰকৃতিবিদ্‌ চাৰ্লছ ডাৰউইনৰ "প্ৰজাতিৰ উৎপত্তি (Origin of species) আৰু গ্ৰাণ্ট এলেনৰ "চাৰ্লছ ডাৰউইন" গ্ৰন্থৰপৰা যুগুত কৰা হৈছে। মূল সাৰাংশখিনি ডাৰউইনৰ পৰা লোৱা হলেও কথাবোৰ স্থানীয় জীৱজন্তু আদিৰ দ্বাৰা ব্যাখ্যা কৰা বাবে গোটেই ৰচনাখনেই মৌলিকতা লাভ কৰিছে। প্ৰবন্ধটোত কামৰূপী থলুৱা শব্দৰ প্ৰচুৰ প্ৰয়োগ দেখা যায়। বিভিন্ন দেহীৰ (organism) শাৰীৰিক পাৰ্থক্য বুজাবলৈ গৈ তেখেতে লিখিছে—"সভা, গন্ধ, ভথালী, হাট, বাজাৰ বা নগৰত আমি বছৰে যিমান লাখ লাখ মানুহ দেখো, সেই বিলাকৰ প্ৰতিটোৰ নিজ আকৃতিৰ বিশেষত্ব আছে ; এটাৰ বিশেষত্ব আন কাৰো লগত নিমিলে।" ........ "ফালঙ্গীহতে হাজাৰ হাজাৰ ছাগলৰ মাজৰ পৰা নিজৰ ছাগল বাছি উলিয়াব পাৰে আৰু তীক্ষ্ণদৰ্শী মালীয়ে হাজাৰ ছোপ গেন্ধেইৰ মাজত প্ৰতিছোপৰ বিশেষত্ব কব পাৰে।"......"বনৰীয়া মুইহ আৰু পোহনীয়া মুইহৰ তেজপানী একে নহয় ; বনৰীয়া আৰু বাৰীৰ ডোল একে নহয়"......ইত্যাদি ইত্যাদি।

ডাৰউইনৰ তত্ত্ব মতে কোনো দেহীয়ে যদি কেইবা পুৰুষো সিহঁতৰ শৰীৰৰ বিশেষ কোনো অংগ ব্যৱহাৰ নকৰে, তেতিয়াহ'লে উত্তৰপুৰুষসকলৰ দেহত সেই অংশ তেনেই অকামিলা হ'য় অথবা শেষত একেবাৰে নাইকিয়া হয়। ডাৰউইনৰ এই পাৰ্থক্যশীল প্ৰতিৰূপত্তি (descent with modifications)

তত্ত্বটো মেধিদেৱে নিভাঁজ থলুৱা উপমাৰে কেনে দৰে দাঙি ধৰিছিল চাওক : "খাদা হাঁই আৰু খেদলি হাঁহ একে জাতীয় পক্ষী। কিন্তু খাদা হাঁহে সদায় উৰি ফুৰাৰ নিমিত্তে সিহঁতৰ পাখা দুখান সবল অৱস্থাতে ৰাখিব পাৰিছে আৰু খেদলি হাঁহে বহুকাল ব্যাপি নিজ পাখা ব্যৱহাৰ নকৰাৰ নিমিত্তে পাখা দুখানৰ ব্যৱহাৰ হেৰুৱাইছে ; সিহঁতে আৰু উৰিব নোৱাৰে।" ......"বগৰীৰ ভিতৰত মিঠা, তিতা, কঁাহা, গলসোপাদিয়া, ডাঙৰ, সৰু কিমান বিধ আছে তাকো আমি সঠিককৈ নাজানো। এই বিলাক আদিতে কিন্তু একে আছিল।"

বিশেষ গুণবিশিষ্ট শস্য বা জীৱ কৃত্রিম ভাবে সৃষ্টি কৰাকে তেখেতে "মানব নির্বাচন" বুলি অভিহিত কৰিছে। প্রকৃতিৰ বুকুত কিন্তু বিশেষ ধৰণৰ নির্বাচন কোটি কোটি বছৰ ব্যাপি সংঘটিত হয়। ইয়াকেই "প্রাকৃতিক নির্বাচন" বোলা হৈছে। প্রবন্ধটোত এই দুই নির্বাচনৰ পার্থক্য অতি সুৰলাকৈ, অসমীয়া সমাজত খাপ-খোৱা নানা ধৰণৰ উপমাৰে মেধিদেৱে অতি সৰল ভাৱে বুজাই দি গৈছে। এই ৰচনাখনিৰ মাজেদি তেখেতৰ বৈজ্ঞানিক সুলভ সূক্ষ্ম আৰু তীক্ষ্ম পর্যবেক্ষণ বাৰুকৈ ফুটি উঠিছে।

প্রাকৃতিক নির্বাচনৰ ফলত প্রাণীজগত আৰু উদ্ভিদ জগতৰ প্রত্যেক প্রজাতিয়ে বিশেষ গুণবিশিষ্ট। কেৱল উত্তম বংশধৰসকলহে জীবন যুদ্ধত জয়ী হৈ সংসাৰত দীর্ঘকাল বর্তি থাকিব পাৰে—ডাৰউইনৰ এই পর্যবেক্ষণটো মেধিদেৱে অসমীয়া পাঠকসকলৰ আগত অতি মনোগ্রাহীকৈ ব্যাখ্যা কৰিছে। সাধাৰণ জীৱজন্তু, গছ-গছনি, ফল-ফুলৰ উপৰিও, "জীৱন-যুদ্ধ" যে মানব সমাজতো বিৰাজমান সেই কথাটো মেধিদেৱে ভালদৰে উপলব্ধি কৰিছিল। সেয়েহে তেখেতে লিখিছে : "মানুহৰ বিষয়তো (জন্তুৰ দৰে) ঠিক তেনে। মেধাবী, পৰিশ্রমী আৰু বলীবিলাকে দুর্বুদ্ধি, এলেহুৱা আৰু দুর্বলীতকৈ আগবাঢ়ে আৰু সিহঁতক অতিক্রম কৰি উন্নত হয়।" ডাৰউইনৰ মতানুসাৰে "স্ত্রীনির্বাচনো ( sexual selection ) জীৱন যুদ্ধৰে অন্যতম অংশ।"

সাধাৰণ অৱস্থাত দেহীৰ কল্পনাতীত বংশ-বৃদ্ধি আৰু তাৰ ফলত উদ্ভৱ হ'ব পৰা সমস্যা সম্বন্ধে মেধিদেৱে অতি মনোগ্রাহী উপমা দিছে। যেনে—"পাতল পিয়নী মানব জাতিৰ ভিতৰতে ২৫ বছৰত লোকসংখ্যা দুগুণ হইছে আৰু এই হিচাপে বাঢ়িলে এক হাজাৰ বছৰতে মানুহ থিয় হ'বলৈ পৃথিবীত এক আঙুল ঠাইও নহোৱা হ'ব। পৃথিবীত হাতীয়েই সবাত কৰি পাতল পিয়নী। তথাপি

সিইঁতৰ সকলোটি নমৰাকৈ থাকিলে এহাল হাতীৰ পৰা ৭৫০ বছৰত ৭০ কোটি হাতী উপজিব পাৰে। একেটা বৰালী মাছৰ কণীৰ পৰা পোৱান হই যদি এটাও নমৰা কৰি থাকে তেন্তে কেই বছৰ মানৰ মূৰতে নদী, বিল, খাল আদিৰ কথাকে নকওঁ সমুদায় সাগৰ-পানী গুছি বৰালী মাছ হ'ব।" ·ইত্যাদি ইত্যাদি।

প্ৰবন্ধটোৰ সামৰণিত তেখেতে লিখিছে: "দেহীৰ ইমান বেচিকৈ বংশ-বৃদ্ধি হয় যে যদি কোনো প্ৰতিবন্ধক নাপায় তেন্তে অলপ সময়তে একজাতিৰ উদ্ভিদ বা জীৱে গোটাইখান পৃথিবী ভৰাই পেলাব খুজে। সেইদেখি পৃথিবীত প্ৰতি জাতি জীৱৰ ভিতৰত স্থান, আহাৰ আৰু স্তিৰীৰ নিমিত্তে চিৰস্থায়ী সংগ্ৰাম চলিব লাগিছে। ইয়াৰ ফল এই হয় যে বহুত প্ৰাণী পূৰ্ণাৱস্থা নাপাওঁতে বিনাশ প্ৰাপ্ত হয়। এই বিলাক কাৰণে জীৱৰ ভিতৰত পাৰ্থক্য ওলায় আৰু পাৰ্থক্য বংশ পৰম্পৰায় জমা হলে নতুন জাতিৰ উৎপত্তি হয়।"

পদাৰ্থ বিজ্ঞান, জ্যোৰ্তিবিজ্ঞান, প্ৰাণীবিজ্ঞানৰ প্ৰবন্ধপাতিৰ উপৰিও মেধিদেৱে নৃতত্ত্ব বিজ্ঞান সম্বন্ধীয় ৰচনাও লিখিছিল। তেখেতৰ "লিখা সঁজুলি" প্ৰবন্ধটোৱে ইয়াৰ প্ৰমাণ। এই প্ৰবন্ধটোৰ মাজেদি তেখেতে মানব জাতিৰ মাজত আখৰ লিখাৰ উৎপত্তি সম্বন্ধে এটি ধুনীয়া বৰ্ণনা দিছে। প্ৰবন্ধটো ১৯১০ চনত "আসাম বান্ধৱ"ত (১৩১৭ চন: ১ম বছৰ: ১২ শ সংখ্যা, পৃ: ২৭২—২৭৬) প্ৰকাশ পায়। ইয়াত তেখেতে ৭ হাজাৰ বছৰীয়া মিছৰীয় চিত্ৰাক্ষৰৰ পৰা আৰম্ভ কৰি কুৰি শতিকালৈ বিভিন্ন ধৰণৰ লিখা পদ্ধতিৰ ক্ৰম বিকাশৰ এটি সৰল বৰ্ণনা লিপিবদ্ধ কৰিছে। প্ৰবন্ধটোত দেশ-বিদেশৰ আখৰ লিখা পদ্ধতিৰ কথা বৰ্ণনা কৰাৰ লগতে অসম দেশৰ লিখা পদ্ধতিৰো এটি ঐতিহাসিক বিৱৰণ দাঙি ধৰিছে। এই সন্দৰ্ভত প্ৰাচীন অসমত সাঁচিপাত কিদৰে তৈয়াৰ কৰা হৈছিল তাকো লিখি থৈ গৈছে। "সাঁচিপাত সাঁচি বা আগৰ গছৰ ছাল মাথোন। তাক ওদালৰ ছালৰ নিচিনাকৈ একুৰাই আনি ভৰপ ফাঁহিওৱা হ'লে তাৰ ওপৰৰ ওখৰা-মোখৰা ক'লা ছালখিনি কটাৰীৰে গুছাই তাক চাৰিকুনীয়াকৈ কাটি পাত কৰে। এই পাত যিমান মিহি আৰু পাতল কৰিব পাৰা যায় ই সিমান যুগমীয়া হয়। তাৰ পাছত পাতবিলাক হেঙ্গুল আৰু হাইতালেৰে বোলাই তাৰ ওপৰত লিখা হয়। হেঙ্গুল ( mercurous sulphide) আৰু হাইতাল ( antimony sulphide ) দুবিধ বিহ। এই নিমিত্তে হেঙ্গুল আৰু হাইতালেৰে বোলোৱা পুথি পোকে কাটি

নষ্ট কৰিব নোৱাৰে। সেই দেখিছে আমি ৩০০।৪০০ বছৰীয়া পুৰণি পুথি এতিয়াও পঢ়িবলৈ পাইছো।” এনে ধৰণৰ বৰ্ণনাৰ মাজেদি তেখেতৰ বিজ্ঞানী সুলভ দৃষ্টি-ভংগী, বিশ্লেষণ-পদ্ধতি বাৰুকৈ প্ৰকাশ পাইছে। অসম ৰাজ্যৰ আখৰ লিখাৰ ক্ৰম বিকাশৰ উপৰিও পুৰণি কালত কিদৰে চিয়াঁহী তৈয়াৰ কৰা হৈছিল তাৰো এটি সৰল বৰ্ণনা তেখেতে লিখি থৈ গৈছে। পদ্ধতি কেইটা তেনেই উজু। স্কুলীয়া ল’ৰা-ছোৱালীবোৰে সেইখিনি সহজে কৰি চাব পাৰে। আনকি, সেই সম্বন্ধে গৱেষণাও কৰিব পাৰে। সেইবাবে পদ্ধতি কেইটা মেধিদেৱৰ ভাষাতে উল্লেখ কৰা হ’ল :

“আমাৰ পুৰণিকলীয়া সিলিখাৰ মহি চাৰিশ বছৰ পুৰণি হলেও সাঁচি-পতীয়া পুথিত এতিয়াও ৰত ৰত কৈ জিলিকিব লাগিছে। সিলিখাৰ মহি কৰা কৌশলো বৰ সহজ। এটা চকত কিছুমান সিলিখা কেইদিনমান ভিজাই ৰাখি তাৰ পাছত ৰাতি নিয়ৰত চাং এখনত তুলি থব লাগে আৰু তাৰ তলত এটি ভাল পাত্ৰ থব লাগে। চিয়াঁহি চকৰ ক্ষুদ্ৰ বিন্ধাদি জৰি ওলাই তলৰ পাত্ৰত পৰে ; সেইয়ে আচল চিয়াঁহি। কোনো কোনোৱে তাত লো বা অলপ হিৰাকচ দিয়ে। কোনোৱে আকৌ কুচিয়া মাছৰ তেজ আদিও দিয়ে। এই চিয়াঁহিৰ ওপৰত কোনো ৰকম ৰাসায়নিক ক্ৰিয়া হৈ মহি বেয়া হোৱা দেখা নাযায়।

ওপৰত কোৱাৰ বাহিৰে আৰু দুটি চিয়াঁহি কৰিবৰ ভাল প্ৰণালী আছে। ১ম, ১ সেৰ ৰণ্‌ৰণীয়া শুকান সিলিখা, ৪ সেৰ পানী, আধাসেৰ গৰুৰ মূত এটা পুৰণী ( বহুদিন ব্যৱহাৰ কৰা ) মাটীৰ পাত্ৰত ভৰাই, বাহিৰত এখন চাং পাতি তাৰ ওপৰত তুলি পাত্ৰৰ মুখত ঢাকনি দিব। নিয়ৰ পৰিবৰ সুবিধাৰ নিমিত্তে বৰষুণ নোহোৱা ৰাতিত ঢাকনিটো খুলি থব। ৭/৮ দিনৰ মূৰত কাপোৰেৰে ছেকি সিলিখাবোৰ পেলাই দিব। ৰসখিনি আগৰ নিয়মেৰে থৈ দিব আৰু ৩/৪ দিনে ছাকি থাকিব। যেতিয়া সেই পাত্ৰতে শুকাই গোট লয়, তেতিয়া তাক বাহৰ চুঙাত থৈ দিব। ২য়, শুকান আমলখু ১ সেৰ ৪ সেৰ পানীত তিতাই এটা লোহাৰ পাত্ৰত ভৰাই ঘৰৰ ভিতৰত থৈ দিব। ৭ দিনৰ মূৰত ছেকি আমলখুবোৰ পেলাই দিব। ইয়াৰ পাছতো ৭ দিনমান সেই ৰসখিনি সেই পাত্ৰটোত থব আৰু দিনে ছেকি থাকিব।”

ওপৰত আলচ কৰা প্ৰবন্ধ কেইটাৰ উপৰিও তেখেতে আৰু কেতবোৰ বিজ্ঞানমূলক প্ৰবন্ধ [ যেনে : অসমৰ গাওঁলীয়া কিছুমান প্ৰমাণী ঔষধ, অসমৰ

জ্যোতিষ সূত্ৰ ইত্যাদি ] লিখিছিল। মূল পাঠ-সংগ্ৰহ কৰিব নোৱাৰা বাবে সেইবোৰ সম্বন্ধে ইয়াত আলোচনা কৰা নহ'ল।

চাকৰি জীৱনৰ ব্যস্ততা, তদুপৰি অসমীয়া ভাষাতত্ত্ব আৰু ধৰ্মমূলক ৰচনাৰ ওপৰত অধিক মনোনিবেশ কৰা হেতুকে পৰৱৰ্তী কালত তেখেতে বিজ্ঞানমূলক প্ৰবন্ধ লিখিবলৈ এৰি দিলে। আগতে উল্লেখ কৰি অহা হৈছে যে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত তেখেতে ১৯৩৫।৩৮ চনত "বীজগণিত", "অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান ( Elements of Physics in Assamese )" নামে দুখনি গ্ৰন্থ লিখে। কিন্তু দুৰ্ভাগ্যবশতঃ দুয়োখন গ্ৰন্থই ছপা হৈ নুঠিল। "বীজগণিত" খনৰ পাণ্ডুলিপিটো ১৯৩৬ চনত অনুমোদনৰ কাৰণে অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মহোদয়লৈ পঠিয়ায়। কিন্তু তাতে সেইখন হেৰাল। "অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান"ৰ পাণ্ডুলিপিটো এতিয়াও অপ্ৰকাশিত অৱস্থাতে মেধিদেৱৰ ডাঙৰ পুতেক শ্ৰীৰামভদ্ৰ মেধিদেৱৰ হাতত আছে। এই গ্ৰন্থখন স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ লিখা হৈছিল। অনুমোদনৰ বাবে পাণ্ডুলিপিখন ১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পঞ্জীয়কলৈ পঠোৱা হৈছিল। পঞ্জীয়কে মতামতৰ বাবে সেইখন ১৯৩৮ চনৰ আগষ্ট মাহত কটন কলেজৰ অধ্যক্ষলৈ পঠিয়ায়। অধ্যক্ষই পাণ্ডুলিপিখন সেইসময়ৰ কটন কলেজৰ পদাৰ্থ বিজ্ঞানৰ মুখ্য অধ্যাপক স্বৰ্গীয় ৰবীন্দ্ৰনাথ দাসলৈ পঠিয়ালত, তেখেতে অসমীয়া ভাষা ভালদৰে নজনা হেতুকে মতামত দিবলৈ আপত্তি কৰে। তেতিয়া অধ্যক্ষই সেইখন ড° হিৰণ্যচন্দ্ৰ ভূঞাদেৱক পৰীক্ষা কৰিব দিয়ে। তেওঁলোকে সাধাৰণ কেতবোৰ সালসলনিৰ নিৰ্দেশ দি পাণ্ডুলিপিটো প্ৰকাশৰ বাবে অনুমোদন জনায়। কিন্তু দুৰ্ভাগ্যবশতঃ সেই মতামতৰে সৈতে পাণ্ডুলিপিটো উভটি গৈ কলিকতা বিশ্ববিদ্যালয়ৰ পঞ্জীয়কৰ ওচৰ নাপালেগৈ। বোধহয় ইতিমধ্যে ২য় মহাসমৰ আৰম্ভ হোৱা হেতুকে পাণ্ডুলিপিটো কটন কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ আলমাৰিতে পৰি থাকিল। মেধিদেৱৰ জীৱিত কালত সেইখনৰ আৰু কোনো উমঘাম নাপালে। ১৯৫৫ চনত কটন কলেজৰ পদাৰ্থ বিজ্ঞানৰ পুৰণি বিল্ডিংৰ আলমাৰি এটাৰ এচুকত পাণ্ডুলিপিখন পৰি থকা দেখা পাই সেই সময়ৰ অধ্যক্ষ ড° হিৰণ্যচন্দ্ৰ ভূঞাদেৱে সেইখন শ্ৰীৰামভদ্ৰ মেধিদেৱলৈ পঠিয়াই দিয়ে। মূল পাণ্ডুলিপিখন এতিয়াও তেখেতৰ হাতভেই অপ্ৰকাশিত অৱস্থাত আছে। পাণ্ডুলিপিখন ২২২ পৃষ্ঠাৰ। গ্ৰন্থখন স্কুলীয়া ল'ৰা-ছোৱালীৰ বাবে সঁচাকৈয়ে

অতি উপযোগী হৈছিল। চৰকাৰী ৰঙা ফিটাৰ মেৰপাকত পৰি অসমীয়া ছাত্ৰ-ছাত্ৰীসকলে এনে এখন মূল্যৱান গ্ৰন্থৰপৰা বঞ্চিত হ'বলগীয়া হ'ল। পদাৰ্থ বিজ্ঞানৰ ক্ৰমোন্নতিৰ সামঞ্জস্য ৰাখি বিষয়বস্তুৰ সামান্য সালসলনি কৰি এতিয়াও প্ৰকাশ কৰিলে সেইখন অসমীয়া ভাষাত বিজ্ঞানমূলক এখন উত্তম পুথি হ'ব।

সামৰণিত এইখিনিকেই ক'ব খোজোঁ' যে চাকৰি জীৱনৰ আদি ছোৱাতে অসমীয়া বিজ্ঞান সাহিত্যলৈ স্বৰ্গীয় কালিৰাম মেধিদেৱে যি হাৰত অৱদান আৰম্ভ কৰিছিল, সেই হাৰে লিখি থকা হলে অসমীয়া বিজ্ঞান-সাহিত্য ইতিমধ্যে অতি চহকী হৈ উঠিলহেতেঁন; আনকি গোটেই ভাৰতবৰ্ষতে প্ৰখ্যাত হ'ল-হেতেঁন। কিন্তু চাকৰি জীৱনৰ ব্যস্ততা, তদুপৰি পৰৱৰ্তী কালত অসমীয়া ব্যাকৰণ, ধৰ্মমূলক ৰচনাতহে তেখেতে অধিক মনোযোগ দিয়াত, অসমীয়া জাতিয়ে তেখেতৰ বিজ্ঞানমূলক ৰচনাৰ পৰা বঞ্চিত হব লগীয়া হ'ল। যি কি নহওক, যি কেইখন ৰচনা তেখেতে লিখি থৈ গৈছে, সেই প্ৰতিখনেই অসমীয়া বিজ্ঞান সাহিত্যৰ একো একোটা অমূল্য ৰত্ন। প্ৰচাৰৰ সুবিধাৰ্থে অসম সাহিত্য সভা অথবা অসম বিজ্ঞান সমিতিয়ে মেধিদেৱৰ বিজ্ঞানমূলক প্ৰবন্ধ সমূহ পুনৰ ছপোৱা উচিত বুলি মই ভাবোঁ। তাৰ দ্বাৰা আমাৰ উঠি অহা ল'ৰা-ছোৱালীবোৰ যথেষ্ট উপকৃত হ'ব।

# মেধিৰ ইংৰাজী প্ৰবন্ধাৱলী

## ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

ঊনবিংশ শতাব্দীৰ শেষাৰ্ধৰ আন সাহিত্যিকসকলৰ দৰেই স্বৰ্গীয় কালিৰাম মেধিও প্ৰত্যক্ষভাৱে নহলেও পৰোক্ষভাৱে জোনাকীৰ প্ৰভাৱতে গঢ়ি উঠা সাহিত্যিক। ১৮৯৭ চনত মেধি ডাঙৰীয়াই গুৱাহাটী ছেমিনাৰীৰ পৰা এণ্ট্ৰেন্স পাছ কৰি যেতিয়া কলিকতাত পঢ়িবলৈ যায়, তেতিয়া জোনাকীৰ সদ্যহতে মৃত্যু ঘটিছিল। কিন্তু জোনাকীৰ প্ৰভাৱ আৰু পোহৰ তেতিয়াও কলিকতীয়া সমাজত অক্ষুণ্ণভাৱে আছিল। তদুপৰি যি অ. ভা. উ. সা. সভাই জোনাকীৰ জন্ম দিছিল সেই সভা তেতিয়াও সম্পূৰ্ণ সঞ্জীৱিত। গতিকে কালিৰাম মেধিয়ে কলিকতাৰ চিটি কলেজত ভৰ্তি হৈ কলিকতীয়া ছাত্ৰ সমাজৰ মুখ্য সাংস্কৃতিক অনুষ্ঠান অ. ভা. উ. সা. ৰ লগত জড়িত হৈ পৰিছিল। এই অ. ভা. উ. সা. ই কলিকতীয়া ছাত্ৰ সমাজৰ মাজত দেশৰ প্ৰতি প্ৰেম আৰু মাতৃভাষাৰ প্ৰতি শ্ৰদ্ধা সৃষ্টি কৰাৰ ইন্ধন যোগাইছিল। কালিৰাম মেধিয়ো স্বদেশ আৰু স্বজাতিৰ মাতৃভাষাৰ উন্নতি কামনা আৰু তাৰ চৰ্চা জীৱনৰ ব্ৰত স্বৰূপে গ্ৰহণ কৰিছিল। অৱশ্যে মেধিৰ অন্তৰত পুৰণি অসমীয়া সাহিত্যৰ প্ৰতি হেপাহ আৰু শ্ৰদ্ধা আগৰপৰাই আছিল। তেখেতৰ পৰিয়ালটো বিশেষকৈ পিতৃ-পিতামহ আছিল ৰামদিয়া সত্ৰৰ মেধি। গতিকে সত্ৰৰ পৰিবেশৰ লগত আৰু পুৰণি অসমীয়া সাহিত্যৰ লগত মেধিৰ পৰিচয় সৰুতে ঘটাৰ সুযোগ হৈছিল; আৰু স্কুলত পঢ়ি থকা অৱস্থাতে পুৰণি পুথি পঢ়িব পৰা হৈছিল। মেধিদেৱৰ পুৰণি অসমীয়া ভাষা-সাহিত্য আৰু ধৰ্মৰ প্ৰতি থকা আস্থাই কলিকতাৰ অ. ভা. উ. সা. ৰ পৰিবেশত বেছি সমুজ্জ্বল হৈ পৰে; আৰু সেয়ে তেখেতে পৰৱৰ্তী জীৱনত অ. ভা. উ. সা. ৰ আদৰ্শকে মানি লৈ অসমীয়া ভাষা আৰু সংস্কৃতিৰ উন্নতিকল্পে নিজক উছৰ্গা কৰে।

অসমৰ উচ্চ প্ৰশাসনিক বিষয়া হৈ যি কেইজন পুৰুষে অসমীয়া সাহিত্যলৈ আপুৰুগীয়া দান দি থৈ গৈছে, সেই সকলৰ ভিতৰত কালিৰাম মেধি হ'ল অন্যতম। এই প্ৰসঙ্গত ৰজনীকান্ত বৰদলৈ, হেমচন্দ্ৰ গোস্বামী, বেণুধৰ ৰাজখোৱা আৰু দুৰ্গেশ্বৰ শৰ্মাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। উচ্চ

প্ৰশাসনিক গধুৰ আৰু অৱসৰহীন কাৰ্যাৱলীৰ মাজতো এওঁলোকে চৌতে খৰ মাৰি অসমীয়া ভাষা আৰু সাহিত্যৰ চৰ্চা কৰিবলৈ পাহৰা নাছিল। বৰ্তমান কালৰ প্ৰশাসনিক বিষয়াৰ কাৰ্যৰ তুলনাত তেতিয়াৰ প্ৰশাসনিক বিষয়াৰ কাৰ্যৰ দায়িত্ব অনেক গধুৰ আছিল আৰু অৱসৰো আছিল কম। তথাপি তেওঁলোকে কোনো মুহূৰ্ততে মাতৃভাষাৰ উন্নতি কামনাৰ পৰা বিৰত হোৱা নাছিল ; আৰু সেই অৰ্থে সুবিধা অনুসৰি নিজক নিয়োগ কৰিছিল।

কালিৰাম মেধিৰ সাহিত্যিক জীৱন দৰাচলতে আৰম্ভ হয় চাকৰিত সোমোৱাৰ কেবাবছৰৰো পাছতহে। তেওঁ চব্-ডেপুটি কালেক্টৰ হিচাপে চৰকাৰী চাকৰিত প্ৰৱেশ কৰে আৰু ১৯১০ চনত একষ্ট্ৰা এছিছ্টেণ্ট কমিছনাৰ পদলৈ উন্নীত হয়। সেই সময়ৰপৰা তেখেতে সমসাময়িকভাৱে 'আলোচনী' আৰু 'আসাম বান্ধৱ' এই দুইখন কাকততে বহুখিনি প্ৰবন্ধ প্ৰকাশ কৰে। 'আলোচনী'ৰ প্ৰথম ভাগত তেখেতৰ মূল্যৱান বিশিষ্ট প্ৰবন্ধ 'তপ' ; আৰু 'আসাম বান্ধৱ'ৰ প্ৰথম বছৰত 'অসমীয়া নাট' নামেৰে এটা প্ৰবন্ধ ধাৰাবাহিক ৰূপে দুটা সংখ্যাত প্ৰকাশ পায়। আসাম বান্ধৱত এইটোৱেই তেখেতৰ প্ৰথম প্ৰবন্ধ। ইয়াৰ পাছত আসাম বান্ধৱত তেখেতে প্ৰায় একুৰি প্ৰবন্ধ বিভিন্ন সংখ্যাত প্ৰকাশ কৰিছিল। তদুপৰি এই দুখন আলোচনীৰ বাহিৰেও 'জয়ন্তী' 'সুৰভি', 'আৱাহন' 'বাঁহী', 'চেতনা', 'সাহিত্য সভা পত্ৰিকা', 'প্ৰভাত', 'ৰামধেনু' আদি মাহেকীয়া আলোচনীত ভাষা, সাহিত্য, ইতিহাস আৰু ধৰ্ম সম্পৰ্কীয় বহুবোৰ প্ৰবন্ধ প্ৰকাশ পায়। গ্ৰন্থ হিচাপে তেখেতৰ চাৰিখন গ্ৰন্থ আমি প্ৰকাশ হোৱা দেখা পাওঁ। তাৰে তিনিখন পুৰণি পুথিৰ সংগ্ৰহ আৰু সম্পাদনা আৰু এখন মৌলিক স্বকীয় গ্ৰন্থ। পুৰণি পুথি সংগ্ৰহ আৰু সম্পাদনাৰ ভিতৰত 'প্ৰহ্লাদ-চৰিত্ৰ' ( ১৯১৩ ), 'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' ( ১৯৪৮ ), 'অঙ্কাৱলী' ( ১৯৫০ ) আৰু মৌলিক গ্ৰন্থ হ'ল 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' ( ১৯৩৬ )। ইয়াৰ বাহিৰে দুখন পাঠ্য পুথিও তেখেতে প্ৰণয়ন কৰিছিল,—এখন 'বীজগণিত' (১৯৩৬) আৰু আনখন 'অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান' ( ১৯৩৭ )। সম্পূৰ্ণভাৱে ইংৰাজী ভাষাত ৰচনা কৰা গ্ৰন্থ নাই যদিও অঙ্কাৱলীৰ ১১২ পিঠীয়া ইংৰাজী পাতনি আৰু অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ ১২৪ পিঠীয়া ইংৰাজী পাতনি বিশেষভাৱে উল্লেখযোগ্য। এই পাতনি দুখনি স্বতন্ত্ৰভাৱে প্ৰকাশ কৰিলে পুথিৰ আকাৰ ধাৰণ কৰিব পাৰে। ইয়াৰ বাহিৰেও 'জাৰ্ণেল অব্ দ্য আছাম্

বিচার্ছ ছোচাইটি'ত তেখেতৰ ভালে কেইটা প্ৰবন্ধ প্ৰকাশ পাইছিল। সেইবিলাক হ'ল: 'দি কলিতাজ্' (The Kalitas), 'দি ব্ৰজাৱলী লিটাৰেচাৰ অব্ আছাম' আৰু 'দি ফিল'ছফিকেল এছ্পেক্ট অব্ আছামৃছ্ ব্ৰজাৱলী লিটাৰেচাৰ। এই তিনিটা প্ৰবন্ধ ধাৰাবাহিকৰূপে কামৰূপ অনুসন্ধান সমিতিৰ গৱেষণা পত্ৰিকাত প্ৰকাশ হৈছিল। ইয়াৰ বাহিৰেও অনুৰূপা দেৱীৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত হোৱা প্ৰবাসী বঙ্গ সাহিত্য সম্মিলনৰ অভিভাষণৰ অসমীয়া ভাষা আৰু সাহিত্য সম্পৰ্কে কৰা কিছুমান মন্তব্যৰ প্ৰতিবাদ কৰি আৰু সেই সভাৰে বৃহৎ বঙ্গ শাখাত সভাপতিত্ব কৰা প্ৰবোধচন্দ্ৰ বাগ্‌চীৰ কিছু মন্তব্যৰ প্ৰতিবাদকল্পে এটা প্ৰবন্ধ ইংৰাজীত ৰচনা কৰি 'মডাৰ্ণ ৰিভিউ' লৈ পঠাইছিল। 'মডাৰ্ণ ৰিভিউ'ত সেই প্ৰবন্ধ প্ৰকাশ হোৱাৰ কোনো চিন পোৱা নাযায়; কিন্তু তাৰ অসমীয়া অনুবাদটো ১৮৬১ শকৰ বহাগ মাহৰ 'জয়ন্তী'ত প্ৰকাশ হৈছিল। মেধি ডাঙৰীয়াৰ আৰু এটা উল্লেখযোগ্য ইংৰাজী প্ৰবন্ধ হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশিত 'এছ্পেক্টছ্ অব্ দ্য আৰ্লি আছামিজ্ লিটাৰেচাৰ' ( Aspects of the Early Assamese Literature ) নামৰ গ্ৰন্থত অন্তৰ্ভুক্ত 'অসমীয়া নাটকৰ উৎপত্তি' ( Origin of the Assamese Drama ) নামৰ প্ৰবন্ধ। এই প্ৰবন্ধ যথেষ্ট ডাঙৰ আৰু গুৰুত্বপূৰ্ণ।

ওপৰত উল্লেখ কৰা এই ইংৰাজী প্ৰবন্ধসমূহ এতিয়া মোটামুটিভাবে চালি জাৰি চোৱা যাওক। তেখেতৰ প্ৰথম ইংৰাজী প্ৰবন্ধ হ'ল: কলিতা জাতি সম্পৰ্কে লিখা প্ৰবন্ধটো। কলিতা জাতিৰ উৎপত্তি সম্পৰ্কে অসমত ভালেকেইজন লেখকে মেধিৰ আগতে আৰু পাছতো আলোচনা কৰিছে। লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, গোবীকান্ত তালুকদাৰ আৰু বাণীকান্ত কাকতি আদিয়েও এই বিষয়ে চৰ্চা কৰি গৈছে। ড° কাকতিয়ে এই বিষয়ে 'কলিতা জাতিৰ ইতিবৃত্ত' নামৰ এখন গ্ৰন্থকেই ৰচনা কৰি গৈছে। কিন্তু কোনো লেখকেই কলিতা জাতিৰ উৎপত্তি সম্পৰ্কে সৰ্বজনগ্ৰাহ্য মত এটি দাঙি ধৰিব পৰা নাই; বৰং বেলেগ বেলেগ লেখকৰ মতৰ বিভিন্নতাহে পৰিলক্ষিত হয়। কোনোৰ মতে তেওঁলোক আদিতে ক্ষত্ৰিয় আছিল, পাছত পৰশুৰামৰ ভয়ত নিজৰ কুল লুপ্ত কৰি কলিতা শুৰলৈ অবনমিত হয়। কোনোৰ মতে তেওঁলোকে বৌদ্ধ যুগত বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল, পাছত হিন্দু ধৰ্মৰ পুনৰুত্থান হোৱাত পূৰ্বৰ সামাজিক মৰ্যদা লাভ কৰিব নোৱাৰি ক্ষত্ৰিয়ৰ তললৈ অবনমিত হয়। কোনোৱে আকৌ বৌদ্ধ গ্ৰন্থত উল্লেখ থকা প্ৰাচীন গণৰাজ্যৰ অন্তৰ্ভুক্ত

কোলীয়সকলৰ লগত তেওঁলোকৰ সম্পৰ্ক দেখুৱাব খোজে। কিন্তু কলিতা-সকলৰ বিস্তৃতি অকল অসমতে নহয় উৰিষ্যাৰো কোনো কোনো অঞ্চলত পৰিলক্ষিত হয়। মেধিয়ে দেখুৱাব খোজে যে কলিতাসকল মূলতঃ আৰ্যসম্ভূত হয়—সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু বৈদিক আৰ্য জাতিৰপৰা সম্ভূত এওঁলোক নহয়। প্ৰাক্-বৈদিক আৰ্যসকলৰ এটা শাখা হিমালয়ৰ পাদদেশেদি আহি উত্তৰ পূব কোণেদি অসমত প্ৰবেশ কৰিছিল বুলি তেখেতে ধাৰণা কৰে; আৰু কলিতাসকল এই প্ৰাক্-বৈদিক আৰ্যসকলৰে সন্ততি বুলি তেখেতে মত দাঙি ধৰিছে। এই প্ৰসঙ্গত তেখেতে কলিতাসকলৰ বিশেষকৈ অসমীয়া মানুহৰ আচাৰ ব্যৱহাৰ আৰু অনুষ্ঠানক আৱেষ্টাৰ আচাৰ-ব্যৱহাৰৰ লগত তুলনা কৰিও দেখুৱাইছে। আনহাতে আকৌ তেখেতে বহুতো অসমীয়া তথা কলিতাৰ আচাৰ-অনুষ্ঠানৰ লগত বৈদিক আৰ্যসকলৰ তথা বেদৰ বিভিন্ন অনুষ্ঠানৰ সাদৃশ্য দেখুৱাইছে। কলিতাসকলযে প্ৰাক্-বৈদিক আৰ্য সেই যুক্তি বেদৰ আচাৰ-অনুষ্ঠানৰ লগত সাদৃশ্য দেখুৱাব ফলত দুৰ্বল হৈ পৰিছে। কিন্তু তেখেতে কলিতাসকল যে পূৰ্বতে ক্ষত্ৰিয় আছিল—এই কথা স্বীকাৰ কৰিব খোজা নাই; কাৰণ তেখেতে কলিতাৰ লক্ষণসমূহৰ লগত ক্ষত্ৰিয়ৰ কোনো সাদৃশ্য দেখা নাই। কলিতাসকলযে বৈদিক আৰ্য—এই কথা দেখুৱাই তেখেতে কৈছে যে পৰৱৰ্তী বৈদিক আৰ্যসকলৰ প্ৰভাৱত পৰি কলিতাসকলে বহুতো বৈদিক আচাৰ-অনুষ্ঠান হয়তো পাছত গ্ৰহণ কৰিলে। কিন্তু কলিতা নামটোৰ ক'ৰ পৰা উৎপত্তি হ'ল, কিয় হ'ল—সেই বিষয়ে তেখেতে একো কোৱা নাই। ড° কাকতিয়ে অৱশ্যে কুলুত দেশৰ লগত কলিতাৰ সম্পৰ্ক দেখুৱাবলৈ চেষ্টা কৰিছে।

মেধিৰ ব্ৰজাৱলী সাহিত্য সম্পৰ্কে লিখা কেইবাটাও প্ৰবন্ধ ধাৰাবাহিকৰূপে ১৯৪১ চনৰ পৰা ১৯৪৩ চনলৈ অনুসন্ধান সমিতিৰ ইংৰাজী পত্ৰিকাত প্ৰকাশ হৈছিল। তাত তেখেতে ব্ৰজবুলি শব্দটো ব্যৱহাৰ কৰা নাই, বৰং ব্ৰজাৱলী শব্দহে ব্যৱহাৰ কৰিছে। তেখেতৰ মতে ব্ৰজাৱলী ভাষাহে শুদ্ধ। ৰত্নাৱলী, চন্দ্ৰাৱলী আদি শব্দৰদৰে ব্ৰজাৱলী শব্দহে অসমীয়া ভাষাত আগৰপৰা চলতি আছে আৰু ব্যৱহাৰ হোৱা উচিত। এই ধাৰাবাহিক প্ৰবন্ধত তেখেতে মধ্যযুগীয় ভক্তিধৰ্মৰ লগত ব্ৰজাৱলী সাহিত্য কেনে ধৰণে জড়িত আৰু উত্তৰ ভাৰত আৰু পূব ভাৰতত এই ভাষাত কেনে ধৰণৰ ভক্তিমূলক সাহিত্য গঢ়ি উঠিছিল, তাৰ সমস্ত বিৱৰণ দাঙি ধৰিছে। তেখেতে দেখুৱাইছে যে উৰিষ্যা

আৰু বঙ্গদেশৰ ব্ৰজাৱলী সাহিত্যতকৈ অসমৰ ব্ৰজাৱলী সাহিত্য বেছি প্ৰাচীন। উৰিষ্যা আৰু বঙ্গদেশত ষোড়শ শতাব্দীৰ আদিভাগত ব্ৰজাৱলী সাহিত্যৰ উদ্ভৱ হয়। কিন্তু অসমত পঞ্চদশ শতিকাৰ শেষৰফালেই ব্ৰজাৱলী সাহিত্যই ৰূপ লাভ কৰে। গতিকে অসমৰ ব্ৰজাৱলী সাহিত্যৰ অনুপ্ৰেৰণাৰ থল বঙ্গদেশ বা উৰিষ্যা নহয়,—মিথিলাৰ বিদ্যাপতিহে। এটা কথাত অৱশ্যে আধুনিক পণ্ডিতসকলৰ লগত তেখেতৰ মতদ্বৈধ লক্ষ্য কৰা যায়। তেখেতৰ মতে ব্ৰজাৱলী সাহিত্যৰ উৎপত্তি ঘটিছে ব্ৰজধাম অৰ্থাৎ মথুৰা অঞ্চলক কেন্দ্ৰ কৰি। কাৰণ, তেখেতৰ মতে সকলো সাহিত্যিক ভাষাই বিশেষ কথিত ভাষাৰ ভেটিতহে গঠিত হয়, সম্পুৰ্ণ কৃত্ৰিম ভাষা এটা সৃষ্টি হ'ব নোৱাৰে। কিন্তু আনহাতে আকৌ তেখেতে ব্ৰজাৱলী ভাষাত মৈথেলী ভাষাৰ প্ৰাধান্য স্বীকাৰ কৰিছে: "The Brajavali Language of Assam is mixed up with Assamese although Maitheli elements preponderate in it." যদি মৈথেলীৰ প্ৰাধান্যই ঘটিছে, তেনেহলে মথুৰা অঞ্চলৰ কথিত ভাষাক কেন্দ্ৰ কৰি এই ভাষাৰ উদ্ভৱ কেনেকৈ হ'ব পাৰে ? এই প্ৰশ্নৰ তেখেতে কোনো সিদ্ধান্ত দিয়া নাই। মথুৰা অঞ্চলৰ কথিত ভাষা হ'ল ব্ৰজভাখা বা ব্ৰজভাষা, ব্ৰজবুলি বা ব্ৰজাৱলী নহয়। এই ভাষা সুৰদাসৰ পদত আমি দেখা পাওঁ ; আৰু প্ৰাচীন হিন্দী সাহিত্যৰ বহুতো গ্ৰন্থ এই ভাষাত ৰচিত। গতিকে অসমীয়া ব্ৰজাৱলী ভাষাত মৈথেলী ভাষাৰ ভেটি কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰি। তাৰ লগত অৱশ্যে অসমীয়া ঠাঁচ বহু পৰিমাণে সোমাইছে। দুই এঠাইত ওধি (অবধী) আৰু ব্ৰজভাষাৰ ৰূপো ছেগা-চুকুকাকৈ লক্ষ্য কৰা যায়। কিন্তু প্ৰধান উপাদান হ'ল মৈথেলী আৰু অসমীয়া। গতিকে মথুৰা অঞ্চলক কেন্দ্ৰ কৰি এই ভাষাৰ সৃষ্টি হোৱাটো প্ৰতীতিযোগ্য হোৱা নাই। মেধি ডাঙৰীয়াই অসমীয়া ব্ৰজাৱলী সাহিত্যৰ আটাইকেইটা অভিব্যক্তি অৰ্থাৎ নাট আৰু গীত আলোচনা কৰিছে আৰু তাৰ ধৰ্মীয় আৰু সাহিত্যিক মূল্য নিৰ্ধাৰণ কৰিবলৈকো চেষ্টা কৰিছে। প্ৰসঙ্গক্ৰমে তেখেতে প্ৰাচীন অসমীয়াত বিশেষকৈ ব্ৰজাৱলী সাহিত্যত বানান পদ্ধতি (orthography) সম্পৰ্কেও মতামত দাঙি ধৰিছে আৰু সেই ভিত্তিতে 'প্ৰহ্লাদ চৰিত্ৰ' আৰু 'অঙ্কাৱলী' সম্পাদনা কৰিছে। ব্ৰজাৱলী সাহিত্যৰ দাৰ্শনিক দিশটো তেখেতে থৰচি মাৰি আলোচনা কৰিছে ; আৰু সেই প্ৰসঙ্গত সমসাময়িক গৌৰীয় বৈষ্ণৱ দৰ্শন, নিম্বাক দৰ্শন, ৰামানুজীয় দৰ্শন, মাধ্বীয় দৰ্শন আৰু শঙ্কৰাচাৰ্য আৰু পুষ্টিমাৰ্গীয়

দৰ্শন তুলনামূলকভাৱে আলোচনা কৰি দেখুৱাই কৈছে যে অসমীয়া বৈষ্ণৱ দৰ্শনৰ সাদৃশ্য বহু ক্ষেত্ৰত শঙ্কৰাচাৰ্যৰ অদ্বৈত দৰ্শনৰ লগত মিলে যদিও ভক্তি-মাৰ্গৰ প্ৰাধান্যই অসমীয়া বৈষ্ণৱ দৰ্শনক স্বকীয় বৈশিষ্ট্য দান কৰিছে। বাকী বিলাক বৈষ্ণৱ দৰ্শনৰ লগত অসমীয়া বৈষ্ণৱ দৰ্শনৰ প্ৰভেদ আৰু অসমীয়া বৈষ্ণৱ দৰ্শনৰ স্বতন্ত্ৰতা তেখেতে স্পষ্টভাৱে দেখুৱাইছে।

অঙ্কাৱলীৰ পাতনিত যি দীঘলীয়া অৰ্থাৎ ১১২ পিঠীয়া ইংৰাজী ভূমিকা সংযোগ কৰি দিছে তাত তেখেতে অসমীয়া অঙ্কীয়া নাটৰ উৎপত্তি আৰু বিকাশ বহলভাৱে আলোচনা কৰিছে। সম্ভৱতঃ মেধিদেৱেই পোন প্ৰথমে এনে পাণ্ডিত্যপূৰ্ণ ভাৱে অসমীয়া নাটৰ আঁতি-গুৰি বিচাৰ কৰে। অঙ্কীয়া নাটৰ পূৰ্বতে অসমত যিবোৰ নাট্যানুষ্ঠান বা কিছু নাটকীয় বৈশিষ্ট্য থকা অনুষ্ঠান আছিল—সেইবিলাক তেখেতে বিচাৰ কৰিছে তাৰ প্ৰভাৱ অঙ্কীয়া নাটৰ ওপৰত আছে নে নাই—সেই কথা বিচাৰ কৰি চাইছে। দ্বিতীয়তে, সংস্কৃত নাট্যশাস্ত্ৰৰ কি কি প্ৰভাৱ অঙ্কীয়া নাটৰ সৃষ্টিত থাকিব পাৰে সেই কথাও তেখেতে চালি জাৰি চাইছে। তৃতীয়তে, সমসাময়িক ভাৰতত প্ৰচলিত অন্য নাট্যানুষ্ঠানৰ কিবা প্ৰভাৱ অঙ্কীয়া নাটক সৃষ্টিত থাকিব পাৰেনে নাই—সেই কথাও বিচাৰ কৰি চাইছে। তেখেতৰ সিদ্ধান্ত হ'ল যে মহাপুৰুষে অঙ্কীয়া নাটৰ সৃষ্টি কৰোঁতে তেওঁৰ স্বাভাৱিক প্ৰতিভাৰ দ্বাৰা সংস্কৃত নাটকৰ গ্ৰহণীয় আৰু সহজে জন সাধাৰণে গ্ৰহণ কৰিব পৰা কৌশলসমূহ গ্ৰহণ কৰিছে আৰু তাৰ লগত ওজাপালিৰ ওজাৰ সমন্বয় ঘটাই আৰু স্বকীয় গীত-নৃত্যৰে সঞ্জীৱিত কৰি জন-সাধাৰণৰ আগত এটা নতুন গ্ৰহণীয় অথচ জন-সাধাৰণৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পৰা ভাষাত তাক উপস্থাপন কৰিছে। তেখেতে অঙ্কীয়া নাটৰ কোনো এটা দিশ আলোচনা নকৰাকৈ থকা নাই। নাট হিচাপে নাট আৰু নাটৰ উপস্থাপন পদ্ধতি—দুয়োটাই সমানভাৱে তেখেতৰ দৃষ্টি আকৰ্ষণ কৰিছে। সৰ্বমুঠ একৈছখন নাট তেখেতে সন্নিৱিষ্ট কৰি নাট্যকাৰ সকলৰ পৰিচয়, নাটৰ আখ্যানৰ চমু কাহিনী আৰু তাৰ আধাৰ গ্ৰন্থ সম্পৰ্কে আলোচনা কৰিছে। এই ভূমিকাৰে সামান্যভাৱে চমুৰূপ এটা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশিত 'পুৰণি অসমীয়া সাহিত্যৰ বিভিন্ন দিশ' ( Aspects of Early Assamese Literature ) শীৰ্ষক গ্ৰন্থত সন্নিৱিষ্ট কৰিছে। গতিকে দুইটা প্ৰবন্ধৰ মূল কথাখিনি একেই।

মেধি ডাঙৰীয়াৰ সকলোতকৈ উল্লেখযোগ্য ৰৰঙণি হ'ল 'অসমীয়া ব্যাকৰণ

আৰু ভাষাতত্ত্ব'। তেখেতে এই গ্ৰন্থৰ ইংৰাজী নাম দিছে 'Assamese Grammar and the Origin of the Assamese Language'. এই গ্ৰন্থৰ ভূমিকাখন ইংৰাজীত লিখা আৰু ই প্ৰায় এখন স্বতন্ত্ৰ কিতাপ। এই ভূমিকাত সৰ্বমুঠ ১২৪ পৃষ্ঠা আছে। ৫০০শৰো অধিক পৃষ্ঠা থকা অসমীয়া মূল পাঠত সৰ্বমুঠ ৩০ টা অধ্যায় আছে। তাৰ ভিতৰত প্ৰথম ৫টা অধ্যায়ত অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব সম্পৰ্কে আলোচনা কৰিছে। বাকী অধ্যায়বোৰত অসমীয়া ব্যাকৰণৰ বিষয়ে বহুল বিৱৰণ আৰু আলোচনা আছে। স্বৰ্গীয় মেধি প্ৰশিক্ষণ-প্ৰাপ্ত ভাষাতত্ত্ববিদ্ নাছিল। তথাপি তেখেতে ইয়াত নিজৰ অধ্যৱসায়, বিচাৰ-বিশ্লেষণ আৰু পাণ্ডিত্যৰ দ্বাৰা অসমীয়া ভাষাৰ স্বৰূপ আৰু ইয়াৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্যসমূহ বহলাই আলোচনা কৰিছে। অৱশ্যে নিয়মিত-ভাৱে ভাষাতত্ত্বত প্ৰশিক্ষণ নথকাৰ কাৰণে গ্ৰন্থখন যিমান বিজ্ঞানসম্মত হ'ব লাগিছিল, হয়তো সিমান বিজ্ঞানসম্মত নহ'ল। তথাপি অসমীয়া ভাষাৰ সকলোবোৰ বৈশিষ্ট্য আৰু স্বকীয় অভিব্যক্তিৰ মূল উৎস আৰু বিকাশৰ গতি নিৰ্ণয় কৰি এই বৃহৎ গ্ৰন্থখন তেখেতে প্ৰণয়ন কৰিছে। ড° কাকতিৰ গ্ৰন্থখন অধিক-বিজ্ঞানসম্মত সেই বিষয়ে সন্দেহ নাই। কিন্তু কাকতিৰ গ্ৰন্থখনত ব্যাকৰণৰ সকলোবিলাক দিশ আৰু সকলোবোৰ অভিব্যক্তি পৰচি মাৰি আলোচিত হোৱা নাই। কেৱল ভাষাতত্ত্বৰ দৃষ্টিকোণৰপৰা প্ৰয়োজনীয় বিষয়সমূহ তেখেতে আলোচনা কৰিছে। মেধিয়ে প্ৰধানকৈ মান্য উপভাষা আৰু তাৰ সাহিত্যিক ৰূপটো বিচাৰ কৰিছে। অৱশ্যে স্থান বিশেষে কথিত উপভাষাৰ উদাহৰণ দিবলৈকো পাহৰা নাই। সাহিত্যিক ৰূপটো আলোচনা কৰিবলৈ যোৱাৰ কাৰণে কিছুমান অসমীয়া কথিত ভাষাত নথকা ধ্বনি আৰু অন্যদিশ আলোচনা কৰিছে। উদাহৰণ স্বৰূপে, বৰ্ণ বা ধ্বনিৰ উচ্চাৰণ সম্পৰ্কে আলোচনা কৰোঁতে তেখেতে লিখিত ভাষাত যিবোৰ বৰ্ণ আছে, সকলো-বিলাক আলোচনা কৰিছে, যদিও বহুতো ধ্বনি অসমীয়াৰ কথিত ভাষাৰ উচ্চাৰণত নাই। সেইদৰে কথিত ভাষাত ণত্ব-বিধান, ষত্ব-বিধানৰ কোনো অৰ্থ নাই; কিন্তু মেধিৰ গ্ৰন্থত সেইবোৰবো আলোচনা কৰিছে, কাৰণ এইখন ব্যাকৰণ গ্ৰন্থ,—অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক গ্ৰন্থ বুলি তেখেতে কোৱা নাই। তেখেতৰ ইংৰাজী ভূমিকাটো দুটা ভাগত বিভক্ত। তাৰ প্ৰায় আধাখিনিত অসমীয়া ভাষাৰ উৎপত্তি আৰু ভাষাতাত্ত্বিক বৈশিষ্ট্য সম্পৰ্কে বিচাৰ কৰিছে। সেই বিচাৰত তেখেতে অসমীয়া ভাষাৰ উৎপত্তি কেনেকৈ হ'ল, প্ৰাকৃত

অপভ্ৰংশৰ লগত তাৰ সম্পৰ্ক, সংস্কৃত আৰু প্ৰাক্-বৈদিক উপাদান তথা বৈদিক উপাদান—এই সকলোবিলাক প্ৰসঙ্গক্ৰমে আলোচনা কৰিছে। অসমীয়া শব্দসমূহৰ উৎপত্তি আৰু তাৰ উৎস আৰু অনাৰ্য ভাষাসমূহত প্ৰভাৱ সম্পৰ্কেও তেখেতে আলোচনা নকৰাকৈ থকা নাই। তেখেতে অসমীয়া ভাষাক সম্পূৰ্ণৰূপে মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ হৈছে বুলি ক'ব খোজা নাই। এই প্ৰসঙ্গত তলৰ উদ্ধৃতিটোৱে তেখেতৰ মত দাঙি ধৰিছে :

"With all deferences to the great philologist, it may be pointed out that Assamese, though classed as a member of the Māgadhī group, still retains some important peculiarities of the Western group to which Sindhi and Gujrātī also belong. Nay, it retains also a few peculiarities of the language of the Zend-Avesta as we shall see in the next Section. In the circumstances, I am tempted to class Assamese as the mixture of Eastern and Western groups"

( Introduction, p. 20 )

তেখেতে অসমীয়া ভাষাৰ লগত ইৰাণীয়-আৱেস্তাৰ শব্দৰ সাদৃশ্য, প্ৰাক্-বৈদিক কিছু শব্দৰ লগত অসমীয়া শব্দৰ সাদৃশ্য আৰু বৈদিক শব্দৰ লগতো অসমীয়া শব্দৰ সাদৃশ্য প্ৰদৰ্শন কৰিছে। এই সাদৃশ্যৰ সম্ভৱনা কেনেকৈ ঘটিব পাৰে, সেই বিষয়েও তেখেতে ইঙ্গিত দিছে। মুঠতে ভূমিকাখনৰ প্ৰথম অংশ অসমীয়া ভাষাৰ উৎপত্তি আৰু বিকাশৰ ফালৰপৰা বিশেষ মূল্যৱান বুলি ধৰিব পাৰি। ভূমিকাখনৰ দ্বিতীয়খণ্ডক অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী বুলি ক'ব পাৰি। মৌখিক গীতৰপৰা আৰম্ভ কৰি তাম্ৰ শাসনৰ ভাষাৰ মাজেদি বৰ্তমান সময়লৈকে অসমীয়া সাহিত্যৰ বিকাশৰ এটি চমু অথচ প্ৰয়োজনীয় বৰ্ণনা তেখেতে ইয়াত দাঙি ধৰিছে। বৈষ্ণৱ যুগৰ উল্লেখযোগ্য লেখকসকলৰো পৰিচয় চমুকৈ হলেও নিদিয়াকৈ থকা নাই। পুৰণি অসমীয়া সাহিত্যৰ বিভিন্ন শাখা যেনে, কাব্য, নাট, গীত, চৰিত পুথি, ব্যৱহাৰিক পুথি সকলোৰে কিছু সম্ভেদ তেখেতে এই চমু ইতিহাসতে সুমুৱাই থৈছে। আধুনিক যুগটৈ তেখেতে বেছিদূৰ আগুৱাই অহা নাই, ব্যাপ্টিষ্ট মিছনেৰী লেখকসকলৰ ৰচনা আৰু জোনাকী যুগৰ আৰম্ভণিলৈকেহে উল্লেখ

কৰিছে। ভূমিকাখনৰ দুয়োটা অংশ গোটালে অসমীয়া ভাষা আৰু সাহিত্যৰ এটি মোটামুটি পৰিচয় পোৱা যায়। মুঠতে মেধি ডাঙৰীয়াৰ এই ইংৰাজী ভূমিকাখনৰ স্বতন্ত্ৰ মূল্য আছে। অসমৰ বাহিৰত অসমীয়া ভাষা আৰু সাহিত্যৰ পৰিচয় দিয়াত এই গ্ৰন্থখনে বিশেষভাৱে বৰঙণি যোগাইছিল।

মেধি ডাঙৰীয়াৰ ইংৰাজী প্ৰবন্ধ সংখ্যাত বৰ বেছি নহয়; কিন্তু প্ৰত্যেকটো প্ৰবন্ধই অসমীয়া ভাষা আৰু সাহিত্যৰ দৃষ্টিকোণৰ ফালৰপৰা বিশেষ মূল্যবান।

# শঙ্কৰী সাহিত্যত মেধি

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে যিকেইজনলোকে গভীৰভাৱে অধ্যয়ন কৰিছে সিসকলৰ ভিতৰত কালিৰাম মেধিৰ নাম উল্লেখযোগ্য। কলিকতা বিশ্ববিদ্যালয়ৰপৰা পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ উপাধি লাভ কৰি চৰকাৰী চাকৰিক জীৱিকা হিচাবে লৈ মেধিয়ে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ অধ্যয়ন আৰু গৱেষণাত আত্মনিয়োগ কৰাৰ উপৰি অসমীয়া বৈষ্ণৱ সাহিত্যৰ বহুবাজি পোহৰলৈ আনে। তেওঁ অসমীয়া বৈষ্ণৱ সাহিত্য মন্থন কৰি শঙ্কৰী সাহিত্য তথা বৈষ্ণৱ সাহিত্যৰ ঐশ্বৰ্য্য আৰু মহিমা প্ৰকাশ কৰে। অসমীয়া বৈষ্ণৱ সাহিত্যৰ গভীৰ অধ্যয়ন আৰু পুঙ্খানুপুঙ্খ বিশ্লেষণ ৰীতিৰ দ্বাৰা তেওঁ অসমীয়া ভাষাৰ ধাতু বিচাৰি উলিওৱাৰ উপৰি প্ৰাচীন সাহিত্যৰ বিভূতিও স্বৰূপত প্ৰকাশ কৰে। তেওঁ অসমীয়া সাহিত্যৰ পৰিধি আৰু বিস্তৃতি নিৰ্ণয় কৰে।

কালিৰাম মেধিৰ অসমীয়া সাহিত্যৰ গভীৰ অধ্যয়নৰ প্ৰথম ফচল হৈছে প্ৰাক্-বৈষ্ণৱ যুগৰ কবি হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত্ৰ' পুথিৰ সম্পাদনা। এই পুথিৰ সম্পাদকৰ পাতনিত তেওঁ কবিৰ কাল, পুথি-ৰচনাৰ কাল, পুথিৰ বৈশিষ্ট্য আদি নানা কথা বিজ্ঞানসম্মত ভাৱে আলোচনা কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাৰাজি অধ্যয়ন কৰি তাৰ মাজৰপৰা মণি-মুকুতা সদৃশ বাছকবনিয়া অংশৰ উদ্ধৃতিৰে 'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' শীৰ্ষক পুথিখন যুগুত কৰি শঙ্কৰদেৱৰ অমৰ বাণীত অমৃত পান কৰাৰ সুবিধা দিছে। তেওঁ যেন সাগৰৰ অতল তলীত লুকাই থকা মণি-মুক্তা উদ্ধাৰ কৰি তাক উজ্জ্বল ৰূপত দাঙি ধৰিছে। প্ৰকৃততে শ্ৰীশঙ্কৰদেৱৰ ৰচনাৱলীৰ সম্যক জ্ঞান নাথাকিলে মহাপুৰুষ শঙ্কৰদেৱৰ বাণীৰ নিচিনা গ্ৰন্থ যুগুত কৰিব নোৱাৰি। তেওঁ বিজ্ঞানসম্মতভাৱে সম্পাদনা কৰা 'অঙ্কাৱলী'ত (১৯৫০) শঙ্কৰদেৱ, মাধৱদেৱ, গোপালআতা, ৰামচৰণ ঠাকুৰ, দ্বিজ ভূষণ আৰু দৈত্যাদি ঠাকুৰৰ সৰ্বমুঠ এঠৈকছখন নাট আছে। নগাওঁ, কামৰূপ, গোৱালপাৰাৰ বিভিন্ন ব্যক্তি আৰু সত্ৰৰপৰা সংগৃহীত নাটবোৰ উল্লেখ কৰি মেধিয়ে পাঠ-সমীক্ষা

পদ্ধতিৰে অঙ্কাৱলী যুগুত কৰিছে। উক্ত পুথিৰ সুদীৰ্ঘ ইংৰাজী পাতনিত অঙ্কীয়া নাটৰ উৎপত্তিৰ বিষয়ে বিশদ আলোচনা কৰা আৰু নাট্যকাৰসকলৰ চমু চিনাকি দিয়াৰ উপৰি নাটসমূহৰ কথাও আলোচনা কৰিছে। প্ৰতিজন নাট্যকাৰৰ নাট্যাৱলীৰ শেষত নাটৰ শ্লোকৰ ছন্দৰো টোকা সংযোগ কৰিছে। পৰিশিষ্টৰ ২০ পিঠিৰ শব্দ সূচীখনো মূল্যবান। ঠায়ে ঠায়ে বিদ্যাপতি, উমাপতি, স্বামী হৰিদাস আৰু চৰ্যাপদৰ উদ্ধৃতিও আছে। যেনে—"নাহা-চোনহ, নাথ ; 'অওৰ কহব কত অহিৰনি নাহ' (বিদ্যা)।" "নাগেৰি-নাগৰী, নগৰীয়া তিকতা, চতুৰা তিৰোতা—৪২৮, ৪৮২, ৪৮৯, 'নাগৰী পূজৰি ঠগিলীনো মেৰা লাল'' হৰি' ১৫"। ওপৰৰ উদ্ধৃতিৰ পৰা বুজিব পাৰি যে মেধিয়ে শব্দটো পুথিৰ কোন পৃষ্ঠাত আছে, তাৰ অৰ্থ কি আৰু কোন লেখকৰ পদৰ লগত তুলনীয় তাৰো অঙ্কাৱলীত ইঙ্গিত দিছে। এনে কামৰ কাৰণে গভীৰ আৰু বিস্তৃত অধ্যয়ন আৰু শ্ৰমৰ আৱশ্যক।

মেধি শঙ্কৰী সাহিত্যৰ বিদগ্ধ পণ্ডিত। শঙ্কৰী সাহিত্যৰ ধাতুটো তেওঁ বুজে। সেয়েহে ৰাজমোহন নাথ বি ই.এ সম্পাদনা কৰা 'কালিদমন নাট'খন পঢ়ি তেওঁ 'সুৰভি' আলোচনীৰ দুই সংখ্যাত ( সুৰভি ২য় বছৰ, ৫ম সংখ্যা পৃঃ ২৮২-২৮৬ আৰু ৬ষ্ঠ-৭ম সংখ্যা, পৃঃ ৩৫৫-৩৫৮ ) এটা সমালোচনা লিখে। উক্ত প্ৰবন্ধৰ 'ভাওনাৰ অনুৰূপ অন্যান্য অভিনয়' প্ৰসঙ্গত তেওঁ লিখে, "কিতাপ-খনৰ ১৩৪ পিঠীয়া পাতনিত নাথ ডাঙৰীয়াই পদগান, ঢপ-কীৰ্তন আদিৰ বিস্তৃত আলোচনা কৰিছে আৰু বহুত অবাস্তৱ কথাও লিখিছে। তেখেতে মৈমনচিঙত পালে 'ঢপ-যাত্ৰা', ছিলেট আৰু জয়ন্তীয়াত পালে 'গাজীৰ গীত' আৰু মণিপুৰত পালে 'ৰাস' আৰু 'খুবাই ঈশাই' কিন্তু অসমত ইমান দিন থাকিও ওজাপালীৰ গীত নুশুনিলে। আচৰিত কথা। কেৱল সুকনান্নীয়ে ওজাপালী নহয়।

আমি কওঁ 'ওজাপালী' গ্ৰীকৰ ক'ৰাচ চিঙ্গাৰ ( Chorus singer )ৰ দৰে একোদল পদ-গায়ক। নাথ ডাঙৰীয়াই অসমীয়া অঙ্কৰ মূল স্পষ্টভাৱে কোৱা নাই। আমি অনুমান কৰোঁ ওজাপালীৰ অভিনয়ৰ পৰাই অঙ্কৰ জন্ম হৈছে। গ্ৰীক আৰু সংস্কৃত নাটৰো উৎপত্তি প্ৰায় তেনে। ...... গ্ৰীক ক'ৰাচৰ দৰে অসমীয় ভাওনাত গায়ন-বায়ন গোটেই অভিনয়তে দোহাৰত উপস্থিত থাকে, গীত গায় আৰু বাদ্য বজায়। কিন্তু অসমীয়া অঙ্কৰ জকাটো সংস্কৃত নাটকৰ অনুকৰণ আৰু আন আন উপাদান অসমীয়াৰ নিজস্ব। অঙ্ক

মহাপুৰুষৰ অসাধাৰণ পাণ্ডিত্য আৰু প্ৰতিভাৰ আৱিষ্কাৰ। আমি জনাত এনে অদ্ভ ভাৱতৰ আন কোনো ঠাইতে নাই।"

'ব্ৰজবুলি' শব্দটো ব্যৱহাৰ প্ৰসঙ্গত মেধিয়ে উক্ত প্ৰবন্ধত মন্তব্য কৰিছে "সম্পাদক ডাঙৰীয়াই গীত আৰু নাটৰ ভাষাক 'ব্ৰজাৱলী' নুবুলি 'ব্ৰজবুলি' বুলি কবলৈ উপদেশ দিছে। তেখেতে বোধকৰোঁ নাজানে 'বুলি' ( ভাষা ) শব্দ বা প্ৰত্যয় অসমীয়াত নাই আৰু অসমীয়াই কোনো ভাষাকে 'বুলি' নোবোলে ; যেনে বঙ্গালী বুলি, হিন্দী বুলি, উৰিয়া বুলি, গাৰো বুলি, বিহাৰী বুলি ইত্যাদি। সম্পাদকে আৱলী প্ৰত্যয়ৰ অৰ্থ বিচাৰি কৈছে যে তাৰ অৰ্থ শ্ৰেণী এতেকে ভাষা অৰ্থত তাৰ ব্যৱহাৰ হব নোৱাৰে।

পাতনিৰ ৫০ পিঠিত নাথ ডাঙৰীয়াই কেইফাকি মান অসমীয়া পদ তুলি দিছে : তাৰে এশাৰীত আছে 'ব্ৰজবাসী ভাষাক বুলিবে গ্ৰামীলোক'। "আমি অনুমান কৰিছো শব্দটো আদিতে 'ব্ৰজাৱলী' আছিল, শেষত লিপিকাৰৰ প্ৰমাদত 'ব্ৰজবাসী' হৈছে। অসমীয়া 'চন্দ্ৰাৱলী ৰাতি' ( শৰত কালৰ চন্দ্ৰাৱলী ৰাতি— কীৰ্ত্তন ) শুদ্ধ কথা, মুক্তাৱলী ছন্দ' ৰত্নাৱলী পুথি আদি পদো শুদ্ধ। সেই দৰে 'ব্ৰজাৱলী ভাষা' পদো শুদ্ধ। তাৰ পৰিবৰ্ত্তে বঙ্গলুৱা ব্ৰজবুলি গ্ৰহণ কৰিবৰ কোনো কাৰণ দেখা নাযায়। এই বিষয়ে নাথ ডাঙৰীয়াক কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰীযুত অম্বিকানাথ বৰা এম.এ.—সম্পাদিত ৰুক্মিণীহৰণ নাটৰ পাতনিখন এবাৰ পঢ়ি চাবলৈ কওঁ। ... নাথ ডাঙৰীয়াই লেখিছে—'ব্ৰজবুলি অৰ্থে ব্ৰজ বা বৃন্দাবনৰ মানুহৰ ভাষা নহয়, এটা অপভ্ৰংশ 'ভাষা।'—কিহৰ অপভ্ৰংশ তেখেতে আমাক ক'ব নে? আজিলৈ পৃথিবীত এনে কোনো এটা ভাষাৰ ব্যৱহাৰ হোৱা নাই যাৰ মূলত এটা কোৱা ভাষা নাই। বৈদিক, সংস্কৃত, পালি আৰু প্ৰাকৃত আদিৰ মূল একোটা কথ্য ভাষা। সেইদৰে ব্ৰজা-ৱলীৰ মূলো ব্ৰজভাষা, যি ভাষাত মীৰাবাঈয় গীত-গোবিন্দৰ টীকা লিখিছিল, যি ভাষাত সুৰদাসে সুৰ সাগৰ ( ৬০,০০০ গীত ) ৰচিছিল আৰু যি ভাষাত বৃন্দাবনৰ স্বামী হৰিদাসে সাধাৰণ সিদ্ধান্ত লিখিছিল। বৃন্দাবনৰ বাহিৰৰ লিখকসকলে—এই ভাষাত নিজ নিজ দেশৰ শব্দ আৰু ব্যাকৰণ মিহলাই গীত ৰচিছিল। এই ব্ৰজাৱলী কৃষ্ণ-ভক্তিৰ সকলো প্ৰদেশতে বাহন আছিল। ব্ৰজাৱলী আজিও অসমত গীত আৰু নাটৰ ভাষা।"

উক্ত প্ৰবন্ধৰ সামৰণিত মেধিয়ে কৈছে, "আমি তিনিখন পুৰণি হাতে লিখা পুথিৰ লগত এই নাট মিলাই চাই বহুত ঠাইত অমিল পাঠ পাইছো। তলত

তাৰ আভাস দিলোঁ। আটাইবোৰ অমিল পাঠ দিয়া সম্ভৱ নহয়। ...আমাৰ বিশ্বাস সম্পাদকে লোৱা মূল পুথিখনতে এইবোৰ ভুল পাঠ আছে। সকলো ঠাইত পাঠান্তৰ দিয়া উচিত আছিল।

| পিটি | অমিল বা অশুদ্ধ পাঠ | শুদ্ধ পাঠ |
|---|---|---|
| ১৩৬ | "সূত্ৰধাৰ—[ নান্দ্যন্তে সূত্ৰধাৰঃ ] অলমতি বিস্তৰেণ। [ সভাসদ লোকক সম্বোধি বোলল ] | সূত্ৰ ॥ ওহি পৰকাৰে শ্ৰীকৃষ্ণক পৰণাম কয়ে কহ—সভাসদ লোকক সম্বোধি বোলল। |
| ১৩৬ | শৃণুধ্বং শ্ৰদ্ধয়াধনা | শৃণুধ্বমধুনা ৰচঃ |
| ১৩৭ | সূত্ৰধাৰঃ-ভটিমা | অথ ভটিমা |
| ১৩৯ | দেৱক দেৱা | দেৱ নাহি কেৱ |
| ১৩৯ | ডাকি বোলহ ৰাম ৰাম | কহ সৱ বোল ৰাম ৰাম।" |

ৰাজমোহন নাথ তত্ত্বভূষণে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৰগীত (১৯৪৪) আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত ( ১৯৪৫ ) নামৰ দুখন পুথি সম্পাদনা কৰি প্ৰকাশ কৰে। এই বৰগীত সম্পাদনা কৰোঁতে নাথে নিজা বিচাৰ বুদ্ধিৰে গীত সমূহক শ্ৰেণীবদ্ধ কৰিছে। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৰগীতত একুৰি চৈধ্যটা বৰগীত আছে আৰু সেইবোৰক সম্পাদকে জ্ঞানযোগী ( গীতৰ সংখ্যা ১-১৫ ), ভক্তি-যোগ (১৬-১৮ ), দাস্য ( ১৯-২১ ), সখ্য ( ২২-২৫ ), বাৎসল্য ( ২৬ ), মধুৰ ( ২৭-৩৪ )—এইদৰে শ্ৰেণীবদ্ধ কৰিছে। শ্ৰীশ্ৰীমাধৱদেৱৰ গীতত ১৮১ টা বৰগীত আছে আৰু সেইবোৰক তলত দিয়াদৰে আঠোটা স্তৱ কৰিছে—বন্দনা, শান্তভাৱ, অৱতাৰ, ৰূপ-মাধুৰী, দাস্যভাৱ, সখ্যভাৱ, বাৎসল্য ভাৱ আৰু মধুৰ ভাৱ। মেধিয়ে নাথৰ বিচাৰ-বিশ্লেষণ, শব্দাৰ্থ আদি বিষয়ত খুঁত ধৰি একোটা প্ৰবন্ধ লেখে আৰু এই সমালোচনা দুটা পঢ়িলে মেধিৰ বৰগীতৰ তথা শাস্ত্ৰীয় সঙ্গীতৰ গভীৰ জ্ঞান আৰু তত্ত্বান্বেষী মনৰ পৰিচয় পোৱা যায়। উদাহৰণ স্বৰূপে শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত পুথিখনৰ সমালোচনাৰ কিছু অংশ তলত উদ্ধৃত কৰা হ'ল :

"নাথ ডাঙৰীয়াই বৰগীতৰ চলিত ক্ৰম ভাঙি নিজ ইচ্ছা আৰু ৰুচি মতে বৰগীতবোৰ ওলট পালট কৰি সজাই নতুন ক্ৰম কৰিছে। ...মাধৱদেৱ পুৰুষে গীতবোৰৰ স্তৱবিভাগ কৰা নাছিল আৰু স্তৱৰ নামকৰণো কৰা নাছিল। নাথ ডাঙৰীয়াই সেই ক্ৰটী গুচাবলৈ বৰগীতৰ স্তৱ বিভাগ কৰি বন্দনা, শান্ত

ভাৱ, বাৎসল্য ভাৱ, মধুৰ ভাৱ আদি স্তৱ কৰিছে আৰু স্তৱৰ নাম দিছে। অৰ্থাৎ মাধৱদেৱে পুৰুষে নজনাৰ বাবে ভেনে কৰা নাছিল। ......আমি কেইবাখনো হাতে-লিখা আৰু ছপা পুথিত মহাপুৰুষ মাধৱদেৱৰ বৰগীতৰ সংখ্যা ১৫৭ টা পাইছোঁ। কিন্তু নাথ ডাঙৰীয়াই এতিয়া তেৰাৰ ন-কুৰি বৰগীত আবিষ্কাৰ কৰি এই পুথিত ভুক্ত কৰিছে। এই সংখ্যাৰ ভিতৰত তেখেতে ২৬ টা অঙ্কৰ গীতো ধৰিছে। আমি জনাত এতিয়ালৈ বৰগীতত ভোজন-বিহাৰ ঝুমুৰাৰ গীত তিনিটাহে ভুক্ত হৈছিল। এতিয়া নাথ ডাঙৰীয়াই, বাকী কেইটা অঙ্কৰ গীতকো বৰগীতত ভুক্ত কৰি তাৰ কাৰণ দিছে যে সেই অঙ্কৰ গীত কেইটাও 'বৰগীতৰ পৰ্য্যায়ত' পৰে। আমি তেখেতক সোধো —বৰগীতৰ পৰ্য্যায় তেখেতে ক'ত পালে? ...আৰু সোধো ইমান দিন এই গীতকেইটা বৰগীতত ঠাই পোৱা নাছিল কিয়? ই তেখেতৰ আবিষ্কৃত আৰু কল্পিত নতুন মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰৰ চেষ্টা নহয় নে?" নাথে বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক তত্ত্ব যিদৰে ব্যাখ্যা কৰিছে সেই প্ৰসঙ্গত মেধিয়ে কৈছে "চিদাত্মা পুৰুষ শক্তি শ্ৰীকৃষ্ণ আৰু চিৎশক্তি প্ৰকৃতি ৰাধা। প্ৰতি জীৱ বা ভকত প্ৰকৃতি শক্তি ৰাধাৰ স্বৰূপ আৰু উভয়ৰ মিলন আনন্দই লক্ষ্য—মুক্তিলক্ষ্য নহয়। কিন্তু মহাপুৰুষসকলৰ শাস্ত্ৰত পোৱা যায় যে প্ৰকৃতি আৰু পুৰুষ উভয়ৰে নিয়ন্তা স্বয়ং ঈশ্বৰ বা পুৰুষোত্তম আৰু ঈশ্বৰ আৰু জীৱ অভেদ, কেৱল ভ্ৰান্তিত জীৱে নিজক চিনি নাপায়। যেনে—

ঈশ্বৰত কৰি জীৱ ভিন্ন নুহি
শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া
আপোনাক নজানয়॥ (ৰত্নাৱলী)

এই ঈশ্বৰ আৰু প্ৰকৃতি-পুৰুষৰ প্ৰভেদ এনেদৰে দেখুৱাইছে—

"প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥" (নামঘোষা)

এই এক পুৰুষোত্তমকেই মহাপুৰুষীয়াই উপাসনা কৰে। তেওঁলোক একেশ্বৰবাদী। তাক এৰি নাথ ডাঙৰীয়াৰ মতে যুগল মূৰ্ত্তি পুৰুষ-প্ৰকৃতি অৰ্থাৎ ৰাধা-কৃষ্ণক তেওঁলোকে উপাসনা কৰিব লাগিব নে? দেখা যায় সেইটোয়েই তেখেতৰ উদ্দেশ্য। ...... আৰু এইটো উদ্দেশ্য নহলে তেখেতে বৰগীতৰ পাতনিত এই কথা লেখিবৰ কাৰণ কি?" বৰগীতৰ সংজ্ঞা প্ৰসঙ্গত মেধিয়ে

মন্তব্য কৰিছে, "বৰগীতৰ আভিগুৰি বিচাৰিবলৈ গৈ নাথ ডাঙৰীয়াই দেখুৱাব খুজিছে যে তেখেত এজন প্ৰত্নতাত্ত্বিক : নহলেনো তেখেতে বুকু ফিন্দাই ক'ব পাৰেনে—'এই কাৰণে পশ্চিম ভাৰতীয় গায়কসকলে ইয়াক 'বড়াগানা' বোলে। আমি আজি কালি ইয়াক 'ওস্তাদি গান' কওঁ। শঙ্কৰদেৱে এই বড়াগানা পদৰপৰা 'বৰগীত' শব্দ ব্যৱহাৰ কৰিছে।" প্ৰত্নতত্ত্বৰ জ্ঞান আৰু ইয়াতকৈ কি বেছি হব প্যাৰে ? আমি নাথ ডাঙৰীয়াক সোধো—'বড়াগানা' পদটো কেতিয়াৰ পৰা প্ৰচলিত হ'ল ? তেখেতক আৰু সোধো—আমি যদি কওঁ পশ্চিমৰ গা'য়কে মহাপুৰুষ শঙ্কৰদেৱৰ 'বৰগীত' শব্দটো নি তাৰ দ্বিতীয় সংস্কৰণ 'বড়াগানা' পদ ব্যৱহাৰ কৰিছে—তেনেহলে আমাৰ বৰ ভুল হব নে ?" ৰাজ-মোহন নাথে বৰগীতত থি কল্পিত মধুৰ ভাব দেখা পাইছে সেই প্ৰসঙ্গত মেধিয়ে কৈছে,—"পূৰ্বৰাগ প্ৰমাণ কৰিবলৈ তেখেতে ভূষণ-হৰণ বিষয়ক বৰগীত কেইটা উদ্ধৃত কৰিছে। ইয়াত নাথ ডাঙৰীয়াইহে তেখেতৰ তীক্ষ্ণ দৃষ্টিত পূৰ্বৰাগ বা অনুৰাগ দেখিবলৈ পাইছে, আমি হলে দেখা নাই।" পুথিৰ গুণ-দোষ প্ৰসঙ্গত কালিৰাম মেধিয়ে কৈছে, "পুথিখনিত ছপাৰ ভুল নাই বুলি-লেই হয়। কিন্তু ইয়াৰ সম্পাদনাত নাথ ডাঙৰীয়াই বিশেষ মনোযোগ দিছে বুলি-বিশ্বাস নহয়। পাতনিটো লিখা আৰু গীতৰ স্তৱ-বিভাগ কৰাই বোধকৰো তেখেতৰ উদ্দেশ্য। কেইবা ঠাইতো শব্দ আৰু বাক্য পৰি গৈছে। (৪৩, ৪৬, ১১৩, ১১৫, ১৩৪, ১৩৮, ১৫০, ১৫৭, ১৬২, ১৬৫, ১৭৩ আৰু ১৭৪ নং গীত)। কোনো কোনো ঠাইত পদ বেছিকৈ সোমাইছে (৩৮, ৫৮, ১৫০ আৰু ১৭৪নং গীত দেখা)। বহুত ভুল পাঠ ভুক্ত হৈছে ; যেনে—'তাণ্ডৱ কৰু সম ৰেণু', চৰণ, দলনু, লালন, কুসুম কেৰি (৬ষ্ঠী বি.), নন্দকুলাল, পামৰে, মিলনকি (৬ষ্ঠী বি.), কৌশ (=পাটৰ) নিত্য, ৰত্ন, চলে, ভুবন, দামে, বোষিত, কম্পিত নিক (=নিক শ্ৰদ্ধ), ৰঞ্জন আদিৰ ঠাইত যথাক্ৰমে 'তাহুৰ সব কৰু ৰেণু' লোচন, দয়ালু, লালনা, কুসম-কোৰি (=ফুলৰ কলি), নন্দদুলাল, দেখস, পুনু হৰবে, পাথৰে, মিলন কিয়ে, কেশ (=চুলি), নৃত্য, যন্ত্ৰ, চলে, ভূষণ, ভাষে, ৰসিক, কল্পিত, নীচু, ৰঙ্গল আদি কৰা হৈছে। ফলত অৰ্থৰ ব্যতিক্ৰম হৈছে আৰু কোনো ঠাইত অৰ্থ কৰিব নোৱাৰা হৈছে। তাৰ বাহিৰে অসংখ্য বিকৃত পাঠ পোৱা যায় ; যেনে— ঝলকে, ঢোলে, মুকৰী, খেলান, লিপিত, ফলদানা, খৈ, লিজে, দিজে, পুত্তা, পড়া, খুপি আদিৰ ঠাইত যথাক্ৰমে ঝনক, দোলে, মুৰৰী, খেলনা, লেপিত, ভুলদানা, খাই, লিছে, দিছে, পুত্ৰ, পাড়া, খুপ্নি

ইত্যাদি হৈছে। এই পুথিৰ বহুত শব্দ বঙালীৰ ফালে ঢাল লোৱা দেখা যায়। এটা গীতত (১৫০নং) ২৭টা বেলেগ পাঠ পোৱা হৈছে। পাঠান্তৰ দিয়া উচিত আছিল।" ওপৰৰ সমালোচনাৰ পৰা সহজে অনুমান কৰিব পাৰি যে কালিৰাম মেধিয়ে মহাপুৰুষ মাধৱদেৱৰ (আৰু শঙ্কৰদেৱৰ) বৰগীতৰ বিষয়ে গভীৰ অধ্যয়ন কৰিছে।

মুঠৰ ওপৰত আজীৱন সাহিত্যসেৱী কালিৰাম মেধি এজন তত্ত্বদৰ্শী পুৰুষ আছিল। তেওঁৰ শঙ্কৰী সাহিত্যৰ গভীৰ জ্ঞান, অধ্যয়নপুষ্ট মন, সূক্ষ্ম বিশ্লেষণ শক্তি, গৱেষণামূলক দৃষ্টিভংগী, সৰ্বতোপৰি নিষ্ঠা আৰু একাগ্ৰতাই অসমীয়া বৈষ্ণৱ সাহিত্যৰ অমূল্য ৰত্নৰাজি পোহৰলৈ অনাৰ উপৰি তেওঁৰ ৰচনাৱলীয়ে আমাৰ সাহিত্য সমৃদ্ধ কৰিছে।

# মেধি ডাঙৰীয়াৰ ভাষণাবলী

## ডক্টৰ হেমন্তকুমাৰ শৰ্মা

১৯১৯ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰত বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ সভাপতি পণ্ডিত কালিৰাম মেধি ডাঙৰীয়াৰ এতিয়ালৈকে তিনিখন ছপা ভাষণ পোৱা গৈছে। অৱশ্যে এইটো ঠিক যে অসম সাহিত্য সভাৰ সভাপতি বা প্ৰাক্তন সভাপতি হিচাপে জীৱনৰ পৰৱৰ্তী কালত মেধি ডাঙৰীয়াই বহুতো সভা-সমিতিত মৌখিক বা লিখিত ভাষণ দিছিল; কিন্তু সেইবোৰৰ কোনো অভিলেখ নোপোৱাত তেখেতৰ পাণ্ডিত্য-পূৰ্ণ ভাষণৰাজিৰপৰা আমি বঞ্চিত হলোঁহক। এই প্ৰবন্ধত সম্প্ৰতি প্ৰাপ্ত ভাষণ তিনিখনৰ এটি আভাস দাঙি ধৰা হ'ল।

( ১ )

### অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ

এই ভাষণখনি ১৯২০ চনত 'চেতনা'ত ( ১ম ভাগ, ৭ম সংখ্যা ) আৰু পাছত অসম সাহিত্য সভাৰ 'ভাষণাৱলী'ত ( ১ম ভাগ, ১৯৫৫ ) প্ৰকাশ হয়। মেধি ডাঙৰীয়া যেতিয়া অসম সাহিত্য সভাৰ সভাপতি তেতিয়া তেখেতৰ বয়স ৪০ বছৰ। ডেকা বয়সত ৰচিত যদিও বিবিধ তথ্য সন্নিৱিষ্ট ভাষণখনিত তেখেতৰ গভীৰ জ্ঞানৰ পৰিচয় আছে। মেধি ডাঙৰীয়াই ভাষণৰ আৰম্ভনিতে 'শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি মহাপুৰুষসকলৰ লীলাভূমি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ-স্থান' বৰপেটা অঞ্চলৰ ঐতিহ্য বৰ্ণনা কৰি উক্ত মহাপুৰুষসকলৰ গ্ৰন্থৰাজিৰ গুণৰাশি সম্পৰ্কে কোৱা কথা কেইষাৰি প্ৰণিধান যোগ্য :

"নামঘোষাৰ নিচিনা কোনোবা গ্ৰন্থই সৰল, প্ৰাঞ্জল আৰু শুদ্ধ ঘৰুৱা কথাৰে সেই কালত কপিলৰ সাংখ্য, পাতঞ্জলৰ যোগ আৰু বেদব্যাসৰ বেদান্তৰ সাৰ শিক্ষা দিব পাৰিছিল নে? হিন্দুৰ দৰ্শনৰ আভাস বিচাৰা, ধৰ্মৰ উচ্চ লক্ষ্য বিচাৰা, নামঘোষা চোৱা, প্ৰাঞ্জল আৰু সাৰ্বজনীন পুৰণি অসমীয়া

ভাষা জানিব খোজা, নামঘোষা পঢ়া। সেইদৰে ঈশ্বৰবাদ আৰু ষড়দৰ্শনৰ আস্বাদ লব খোজা, ভট্টদেৱৰ কথাগীতা পঢ়া। জ্ঞানী, কৰ্ম্মী আৰু যোগী হব খোজা, কথাগীতা মেলা। আৰু বৈষ্ণৱ ধৰ্ম্মৰ সাৰ বিচাৰা, শঙ্কৰদেৱৰ কীৰ্ত্তন-দশম আৰু ভট্টদেৱৰ কথাভাগৱত পঢ়া। সংস্কৃত পঢ়িবৰ আৱশ্যক নাই, পণ্ডিত হব নালাগে, দূৰলৈ যাবৰ সকাম নাই, কোনো আয়াসৰ কথা নাই, দূৰৈৰ গঙ্গা হাততে পাবা।"

প্ৰকাশিত অসমীয়া পুথিৰ সংখ্যাৰ দৈন্য সম্পৰ্কে মেধি ডাঙৰীয়াই লিখিছে যে অসমীয়া যি দুই চাৰিখন বছৰি পুথি ওলায়, তাৰ সৰহ সংখ্যক পাঠ্যপুথি, আৰু বঙলা পুথিৰ তুলনাত তাৰ সংখ্যাও নিচেই তাকৰ। "যোৱা বছৰত (১৯১৮) কেৱল ৫ খন কিতাপহে টেক্সট্ বুক কমিটিৰ হাতত পৰিছিল। সুৰ্মা ভেলিৰপৰা হলে ১৪ খন গৈছিল।" তেখেতে পাঠ্যপুথিতকৈ 'প্ৰকৃত কাব্য বা পাঠোপযোগী বাহিৰা কিতাপ' ৰচনাত গুৰুত্ব দিছিল আৰু অসমীয়া পাঠকৰ অভাৱত কিতাপৰ লগতে অসমীয়া বাতৰি কেইখনো ভালকৈ নচলা বাবে আক্ষেপ কৰিছিল।

অসমীয়া সাহিত্যত পাশ্চাত্য প্ৰভাৱ সম্পৰ্কে মেধি ডাঙৰীয়াৰ অভিমত এই যে বৰ্তমানৰ অসমীয়া সাহিত্যিকসকলে অসমীয়া জনসাধাৰণৰ সুখ-দুঃখ, আশা-আকাংক্ষাৰ কথা এৰি পাশ্চাত্যৰ কাল্পনিক আদৰ্শক প্ৰাধান্য দিছে। সেই লোকসকলে "পাশ্চাত্য শিক্ষাৰ আদৰ্শ লৈ জনসাধাৰণক পাহৰি" যোৱা বুলি অভিযোগ কৰিছে। তেখেতৰ মতে, "ইংৰাজী সাহিত্য নগৰবাসী, ৰাজপুৰোহিত, আমোলা, ভূম্যধিকাৰী, বিলাসী আৰু ভোগ্যলোকৰ সামগ্ৰী। তাত সৰ্বসাধাৰণৰ ভাগ নাই বুলিলেও হয়।" তেখেতৰ এই উক্তি সৰ্বজন গ্ৰাহ্য বুলি কোৱা টান। আন এঠাইত তেখেতে কৈছে যে "বৰ্ত্তমানকালত ইংৰাজী, ফৰাচী, ৰুছ আৰু জাৰ্মান সাহিত্যৰ নিচিনা সৰ্ব্বাঙ্গসুন্দৰ সাহিত্য ক'তো নাই।" তেখেতে ফ্ৰান্সত ভল্টেয়াৰ, ৰুছো ; ৰাছিয়াত পুস্কিন, টলষ্টয় আদিৰ সাহিত্যতো সৰ্বসাধাৰণৰ জীৱন প্ৰতিফলিত হোৱা বুলি কৈছে ; আৰু অসমীয়া সাহিত্যত 'স্বাধীন চিন্তাৰ সোঁত' চলা নাই বুলি আক্ষেপ কৰিছে : "স্বাধীন চিন্তাৰ অভাৱত আমাৰ সাহিত্য এতিয়াও শৈশৱ অৱস্থাতে আছে। যদি আমাৰ সাহিত্যিকদলে অসমীয়া সমাজৰ দুঃখ, অভাৱ আৰু আশাৰ কথা নাট, উপন্যাস আদিত অবিকৃতভাৱে অঙ্কিত কৰি দেখুৱাবলৈ সমৰ্থ হয়, যদি তেওঁলোকে আমাৰ গাঁৱলীয়া জীৱন, কৃষক-জীৱন আৰু দৰিদ্ৰ-জীৱনৰ চিত্ৰ

ফটুকফটীয়াকৈ দেখুৱাব পাৰে, তেনেহলে স্বাধীন চিন্তা আৰু আত্মকেন্দ্ৰতাৰ বাট মুকলি হব, সমাজ আৰু সাহিত্য উভয়ে উন্নতিৰ পথ ধৰিব। সেইখিনি নহয় মানে স্বাধীন চিন্তাৰ সোঁত নবয়; স্বাৱলম্বন আৰু আত্মমৰ্য্যাদাৰ ভাব মনত নেথেলায় আৰু সমাজৰ ভিন ভিন অঙ্গ স্বদেশ-প্ৰেমত স্পন্দিত নহয়।"

মেধি ডাঙৰীয়াই সমসাময়িক অসমীয়া সাহিত্য সম্পৰ্কে দিয়া অভিমতটি বহুতৰ কাৰণে গ্ৰহণযোগ্য নহবও পাৰে। তেখেতৰ সময়ত নাটক যেছিকৈ প্ৰচাৰিত হোৱা বুলি "হৰিশ্চন্দ্ৰ", "পাৰ্থ পৰাজয়". "মেঘনাদ বধ" আদি নাটকৰ কথা উল্লেখ কৰিছে আৰু সিবিলাকত থকা আদৰ্শ পাঠক বা দৰ্শকৰ কাৰণে অবান্তৰ বুলি কৈছে। তেখেতৰ মতে ভাত খাবলৈ নোপোৱা মানুহক হৰিশ্চন্দ্ৰৰ 'দানৰ' আদৰ্শ বা ৰেলৰ গাৰ্ডৰ গালি নীৰবে সহ্য কৰা লোকক "মেঘনাদৰ বীৰত্বৰ আদৰ্শ"ৰ কোনো প্ৰয়োজন নাই। "সকলো বিষয়তে পুৰণি আদৰ্শ লৈ থাকিলে নচলিব। ভাবময় ৰাজ্যত নাচি ফুৰিলে নচলিব।" "বৰ্তমান যুগত জীৱন তিষ্টিব পৰা জ্ঞান আৰু কৰ্মৰ অস্ত্ৰ" শিকাবলৈ তেখেতে সাহিত্যিকসকলক আহ্বান জনাইছে। প্ৰায়ভাগ অসমীয়া নাটক বঙলা নাটৰ অনুকৰণ বুলি তেখেতে মত দিছে। অসমীয়া নাটত সামাজিক চিত্ৰ বৰ কম বুলিও তেখেতে আক্ষেপ কৰিছে।

উপন্যাস সম্পৰ্কে মেধি ডাঙৰীয়াই মত পোষণ কৰিছে: "জাতীয় জীৱনৰ সকলো লক্ষণ ইয়াত চিত্ৰিত আৰু বৰ্ণিত হয়। সেই দেখি আন জাতিৰ উপন্যাসৰ অনুবাদ লৈ জাতীয় শিক্ষাৰ একো সহায় নকৰে।" মেধি ডাঙৰীয়াই ভিক্তৰ হিউগ', ৱাল্টাৰ স্কট, টলষ্টয় আদি বিশ্ববিখ্যাত ঔপন্যাসিকসকলৰ নাম উল্লেখ কৰি কৈছে যে সিসকল বিখ্যাত হলেও তেওঁলোকৰ অনূদিত উপন্যাসৰ কোনো প্ৰয়োজন নাই। তেখেতৰ এই উক্তি নিশ্চয় বহুতৰে কাৰণে গ্ৰহণযোগ্য নহয়। কাৰণ অনূদিত সাহিত্যৰো বিশেষ প্ৰয়োজন আছে। ইয়াৰ যোগেদি বিশ্বৰ মনীষীসকলৰ চিন্তাধাৰা নিজৰ ভাষাত পাবলৈ সুচল হয় আৰু ভাষা সাহিত্যও সমৃদ্ধিশালী হৈ উঠে।

ভাষণখনিৰপৰা মেধি ডাঙৰীয়াৰ সমসাময়িক অসমীয়া কবিতাৰ আভাস পাব পাৰি। তেখেতৰ মতে অসমীয়া লেখকসকলৰ "শতকৰা নব্বৈ জনেই হয় কবিতা নহয় নাট লিখে সৰহভাগ কবিতা দুৰ্বোধ্য, প্ৰাণহীন আৰু প্ৰকৃত কবিতা নহয়।"

মেধি ডাঙৰীয়াই কাল্পনিক সাহিত্য অনুবাদত গুৰুত্ব দিয়া নাই যদিও বাস্তৱ জীৱনৰ শিক্ষাৰ উপযোগী কিতাপ আৰু খেতি-বাতি, বেহা-বেপাৰ আদি বিষয়ৰ কিতাপ, দৰ্শন, বিজ্ঞান, ভূগোল, ইতিহাস আদিৰ কিতাপ অনুবাদ হব লাগে বুলি মত দিছে। এই মত গ্ৰহণযোগ্য ; কিন্তু "নাটক, কাব্য আৰু উপন্যাস অনুবাদ অনিষ্টকাৰী"—এই মত গ্ৰহণযোগ্য বুলি কোৱা টান।

অসমত অতি প্ৰাচীন কালৰেপৰা হিন্দু-মুছলমানৰ মাজত সম্ভাৱ বিৰাজ কৰি আহিছে। এই বিষয়ে তেখেতে কৈছে—"অসমৰ হিন্দু-মুছলমানৰ মিলাপ্ৰীতি-ভাব গোটেই ভাৰতৰ আদৰ্শ স্থানীয়। আমাৰ দেশত এই দুই সম্প্ৰদায়ৰ ভিতৰত ধৰ্ম বা জাতি লৈ বিদ্বেষ নাই, আগেয়েও নাছিল আৰু আশা কৰিব পাৰি আগলৈও নাথাকিব। পুৰণি কালৰে পৰা উভয়ে একেটা ভাষাৰ উন্নতি আৰু পুষ্টি সাধনৰ ব্ৰতত ব্ৰতী, ধৰ্ম মাথোন পৃথক। আমাৰ ভাষা সংস্কৃতৰ ওচৰত যেনে ধৰুৱা, আৰবী আৰু ফাৰ্চীৰ ওচৰতো তেনে ধৰুৱা। কেৱল মাত্ৰাতহে কম বেছি আছে। ......অসমীয়া ভাষা কেৱল হিন্দুৰ নহয়, মুছলমানৰো সম্পত্তি।" মেধি ডাঙৰীয়াই সংস্কৃতৰ দৰে আৰবী-ফাৰ্চী ভাষাৰ মূল্যৱান গ্ৰন্থৰাজি অসমীয়ালৈ অনুবাদ কৰাত গুৰুত্ব দিছে।

অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাঙ্গীন উন্নতি কৰাই অসম সাহিত্য সভাৰ উদ্দেশ্য ; গতিকে জাতীয় সাহিত্য সংৰক্ষিত হৈ থকা গ্ৰন্থৰাজিৰ উপৰি লোকগীত, ফকৰা, যোজনা, সাধুকথা আদিৰ উদ্ধাৰ আৰু প্ৰচাৰ কৰাটো আমাৰ কৰ্তব্য বুলি তেখেতে অভিমত দিছে: "মৌমাখিয়ে যেনেকৈ নানা ঠাইৰ পৰা মৌ আহৰণ কৰি মৌচাক পূৰ্ণ কৰে, তেনেকৈ নানা ভাষাৰপৰা সৎ ভাব আনি আমাৰ সাহিত্যৰ পুষ্টি সাধন হোৱা উচিত।" তেখেতৰ মতে বিদেশী সাহিত্যৰ ভাব গ্ৰহণ কৰিলেও তাক ভাৰতীয় আদৰ্শৰ সাঁচত ঢালি সাহিত্যত ঠাই দিব লাগে। বৈদেশিক অনুকৰণে জাতীয় জীৱন নষ্ট কৰিব পাৰে বুলি তেখেতে আশংকা কৰে।

ভাষা সম্পৰ্কে তেখেতে কৈছে, "নিজৰ প্ৰাণত নিজৰ ভাষা যি সোৱাদ লাগে আৰু যিমান হৃদয়গ্ৰাহী হয় আনৰ ভাষা সিমান নহয়। ... ...সাহিত্যৰ উদ্দেশ্য নিজৰ মানুহক শিক্ষা দিয়া। এই কাম নিজৰ ভাষাত হলেহে শিক্ষা সুফল হয়। সেইদেখি আমাৰ জাতীয় সাহিত্য জাতীয় ভাষাতহে হব পাৰে।" চলিত কথা এৰি প্ৰচুৰ সংস্কৃত শব্দ বা বিদেশী কথা আনি আমাৰ ভাষাত সুমালে ভাষা বিজতৰীয়া হব বুলি তেখেতে মত প্ৰকাশ কৰিছে আৰু

অনুবাদৰ ক্ষেত্ৰতো নিজা সাজ পিন্ধোৱাৰ মত দিছে : "ইংৰাজী 'good morning'ক সুপ্ৰভাত নকৰি 'নমস্কাৰ' কৰিলেহে আমাৰ ভাষাত শুৱলা হয়। ...কিন্তু এটা কথা কওঁ দুৰ্বৰাক দাৱেৰা, বকৰাক বৰোত্তা, সন্দিকৈক হেন্দিক্ কৰি আমাৰ কথাকে ইংৰাজী সাজ পিন্ধোৱাটো বৰ দুখৰ কথা।"

ভাষা সম্পৰ্কে মেধি ডাঙৰীয়াই এটি সুন্দৰ কথা কৈছে যে এটা ভাষাত থকা সকলো ধৰণৰ শব্দ গ্ৰহণ কৰা উচিত। শব্দত ব্ৰাহ্মণ-শূদ্ৰ বিচাৰিলে বা আৰ্য-অনাৰ্য কৰিলে জাতীয় ভাষা নাথাকে, জাতীয় সাহিত্য নহয়। সমাজৰ সকলো স্তৰৰ লোকৰ শব্দ সাহিত্যত গ্ৰহণ কৰিলেহে ভাষা চহকী হয়। শব্দ-গ্ৰহণ সম্পৰ্কে তেখেতে কৈছে—"যদি কোনো এটা শব্দ সমাজৰ এক অংশত প্ৰচলিত আছে, বাকী অংশত নাই, তেন্তে তাক সাহিত্যত ঠাই দিব লাগিব ; কিয়নো সি জাতীয় ভাষাৰ বহিৰ্ভুত নহয়। যদি কোনো এটা বস্তু বুজোৱা দুটা পৃথক শব্দ সমাজৰ এটা অংশত আছে, তেন্তে উভয়কে সাহিত্যত ঠাই দিব লাগিব। উভয়ে জাতীয় সাহিত্যৰ অঙ্গ, উভয়ে উভয়ৰ কথা শিকিব লাগিব আৰু শিকাব লাগিব, তেহে জাতীয় ভাষা হব। ভাষাৰ প্ৰধান উদ্দেশ্য আনৰ ভাব মনৰ আগত প্ৰকাশ কৰা আৰু আনক বুজুৱা, সমাজত যি ভাষাৰে সেই কাম কৰিব পাৰি, যি ভাষাৰে সমপ্ৰাণতাৰ সোঁত বোৱাব পাৰি, সেয়ে জাতীয় ভাষা, সেয়ে সাৰ্ব্বজনীন ভাষা।" মেধি ডাঙৰীয়া কথ্য ভাষাৰ শব্দৰাজি গ্ৰহণৰ পক্ষপাতী আছিল।

মেধি ডাঙৰীয়াৰ ভাষণৰ পৰা জানিব পাৰি যে তেতিয়া অসম সাহিত্য সভাৰ সদস্য ২৬৫ জনহে আছিল। সেই কাৰণে ভাষণত তেখেতে জাতি-বৰ্ণ, ধৰ্ম, স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোৰে আগবাঢ়ি আহি অসম সাহিত্য সভাৰ সদস্য হবলৈ উদাত্ত কণ্ঠেৰে আহ্বান জনাইছে। অসমীয়াসকল দুখীয়া, গতিকে দুখীয়া জাতিৰ সৰ্বাঙ্গীন উন্নতি কৰিবলৈ হলে সম্মিলিত শক্তিৰ প্ৰয়োজন। সভাৰ সম্মিলিত শক্তি বঢ়াবলৈ হলে তাৰ সদস্যৰ সংখ্যাও বঢ়াব লাগিব। "প্ৰতি সদস্যই যদি বছৰেকত এজনকৈও নতুন সদস্য এই সভাক দিয়ে, তেওঁ বৰ কাম হব।" মেধি ডাঙৰীয়াৰ এই পৰামৰ্শ আজিও সাহিত্য সভাৰ সদস্য সকলে মানি চলিলে সভাৰ শক্তি বৃদ্ধিত যথেষ্ট সহায়ক হ'ব। সভাৰ সদস্য তথা অসম সাহিত্য সভাৰ কৰ্তব্য সম্পৰ্কে মেধি ডাঙৰীয়াই অন্যান্য যি পৰামৰ্শ আগবঢ়াইছে আজি প্ৰায় তিনিকুৰি বছৰ পিছতো তাৰ মূল্য কমি যোৱা নাই, বৰং এতিয়াহে প্ৰত্যক্ষ বা পৰোক্ষভাৱে কাৰ্যকৰী কৰিবলৈ সভা আগবাঢ়ি

আহিছে। তেখেতে লিখিছে—"সদস্যসকলে পুৰণি পুথি, বুৰঞ্জী আদি সংগ্ৰহ কৰি, প্ৰাচীন বংশবিলাকৰ বুৰঞ্জী আহৰণ কৰি অসমৰ পৰ্ব্বত, নদী, গাওঁ আদিৰ বিৱৰণ আৰু প্ৰবাদ সংগ্ৰহ কৰি, বিয়া-সভা আদিত প্ৰচলিত অসমীয়া প্ৰথা আৰু সংস্কাৰৰ বিৱৰণ লিখি, দেৱ মন্দিৰ, পুখুৰী আদিৰ ইতিবৃত্ত লিখি, সমাজৰ প্ৰচলিত গীত, বিয়ানাম, আইনাম ইত্যাদি সংগ্ৰহ কৰি, সাধুকথা, দৃষ্টান্ত, যোজনা-ফকৰা আদি আবিষ্কাৰ কৰি, পশু-পক্ষীৰ নাম আৰু জীৱন বৃত্তান্ত লিখি, শস্যৰ নাম আৰু তাৰ খেতিৰ বিৱৰণ দি, ঔষধৰ নাম আৰু তাৰ গুণাগুণ লিখি, চলিত জাতীয় উৎসৱ, সংস্কাৰ আৰু ৰীতি-নীতিৰ বিৱৰণ লিখি, প্ৰাদেশিক আৰু বিশেষ ব্যৱসায়ীসকলৰ মাজত প্ৰচলিত বিশেষ বিশেষ শব্দ সংগ্ৰহ কৰি, মুঠতে কবলৈ গলে জাতিৰ সকলো কিতাপৰ বিৱৰণ আৰু বিশেষত্ব আবিষ্কাৰ কৰি আৰু লিখি এই সভাৰ আৰু সমাজৰ উপকাৰ সাধিব পাৰে।"

সমালোচনা সাহিত্য সম্পৰ্কে মেধি ডাঙৰীয়াৰ মত বিশেষভাবে প্ৰণিধান-যোগ্য। তেখেতে কৈছে যে বহু অসমীয়া লেখকে পুথি উপহাৰ দি কিতাপ সম্পৰ্কে মন্তব্য আদায় কৰে ; কিন্তু তেনে মন্তব্যত পুথিৰ প্ৰকৃত গুণাগুণ জনা নাযায়। ইয়াৰ কাৰণে সমসাময়িক বাতৰি কাকত, আলোচনী আদি আগবাঢ়ি আহি পুথিৰ সমালোচনা বিস্তৃত আৰু সুসঙ্গতভাবে দিয়াটো প্ৰয়োজনীয় : "প্ৰতিভাশীল লিখকসকলৰ ৰচনাত ভাব-ৰস-মাধুৰ্য্য সকলোৰে আগত প্ৰকাশ কৰা, আৰু তেওঁলোকৰ যথাযোগ্য আদৰ আৰু সন্মান দেখুওৱা উচিত আৰু প্ৰতিভাহীন লিখকৰ, বিশেষকৈ নৱামতীয়া কবিসকলৰ ৰচনাৰ দোষ দেখুৱাই দি তেওঁলোকৰ সাহিত্য মাৰ্জ্জিত আৰু সাৰুৱা কৰিবলৈ উৎসাহ দিয়া যুগুত। তাকে নকৰি সাৰুৱা গ্ৰন্থক অনাদৰ আৰু অসাৰুৱা গ্ৰন্থক আদৰ কৰিলে সাহিত্যৰ অপকাৰ কৰা হয়।"

ভাষণত মেধি ডাঙৰীয়াই এই আশা কৰিছিল, "স্বায়ত্ব শাসনৰ ফল স্বৰূপে অসমত কেতিয়াবা সুকীয়া বিশ্ববিদ্যালয় হলে সাহিত্য চৰ্চা অতি সহজ হব।" এইখিনিতে উল্লেখ কৰিব পাৰি যে মেধি ডাঙৰীয়া প্ৰমুখ্যে অসমৰ ভালেকেইজন কৃতী সন্তানৰ যত্নত ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হয়।

মেধি ডাঙৰীয়াই এই ভাষণখন লিখাৰ আজি প্ৰায় তিনিকুৰি বছৰ হলেও সি এতিয়াও পুৰণি হৈ যোৱা নাই ; তেখেতৰ দুই এটা মতৰ লগত বহুতৰ

অমিল হ'ব পাৰে ; কিন্তু সৰহভাগ মন্তব্যই গ্ৰহণযোগ্য আৰু কাৰ্যকৰী হোৱা স্বগুত।

( ২ )

১৯৪৮ চনৰ ৩ অক্টোবৰ ২৬-৩০ আহিন ( ৫০০ শঙ্কৰাব্দ, ১৮৭০ শক ) তাৰিখে বৰপেটাত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশততম্ জন্মোৎসৱ কালিৰাম মেধি ডাঙৰীয়াৰ পৌৰোহিত্যত অনুষ্ঠিত হয়। সভাপতিৰ ভাষণত মেধি ডাঙৰীয়াই নাট্য কলা আৰু অঙ্কীয়া নাটৰ উৎপত্তি, কলা-কৌশল, ভাষা, অঙ্কীয়া নাট বা অসমীয়া অঙ্কৰ বিভিন্ন শ্ৰেণী, শঙ্কৰদেৱ, মাধৱদেৱ আদি নাট্যকাৰসকলৰ নাট আদিৰ পাণ্ডিত্যপূৰ্ণ আলোচনা দাঙি ধৰিছে।

ভাষণৰ আৰম্ভণিতে মেধি ডাঙৰীয়াই কলাৰ সংজ্ঞা এনেদৰে দিছে— "যিহে সৌন্দৰ্যৰ উত্তেজনা কৰি দেখা বা শুনা মাত্ৰকতে মানুহৰ মনত নিৰ্মল আনন্দ দিয়ে সেয়ে কলা ; যেনে কবিতা, সঙ্গীত, চিত্ৰাঙ্কন, ভাস্কৰ্য ইত্যাদি ; নাট বিদ্যাও এবিধ কলা। কলাৰ প্ৰধান ভাগ দুটা, শিল্প-কলা আৰু ললিত কলা। নাট্য কলা এবিধ ললিত কলা।

মেধি ডাঙৰীয়াই আলোচনা কৰি দেখুৱাইছে যে ভাৰতীয় নাট্য কলাৰ মূল গ্ৰন্থ হ'ল খ্ৰীঃ পূঃ ২য় শতিকাত ৰচিত ভৰতমুনিৰ "নাট্য - শাস্ত্ৰ"। অশ্বঘোষেই প্ৰথম সংস্কৃত নাট্যকাৰ। এওঁ খ্ৰীঃ পূঃ ২য় শতিকাত ১ম সাৰিপুত্ৰ প্ৰকৰণ নাট লিখে ( অৱশ্যে কোনো কোনো পণ্ডিতৰ মতে 'বুদ্ধচৰিত' অশ্বঘোষৰ প্ৰথম সৃষ্টি )। এওঁৰ পাছতহে ভাস, ভৱভূতি, কালিদাস, বিশাখদত্ত আদি নাট্যকাৰ ওলায়। ১০ম শতিকা মানৰপৰা বিশেষকৈ মুছলমানৰ ভাৰত আগমনৰ পাছৰপৰা সংস্কৃত নাটকৰ ঠাইত প্ৰাকৃত নাট ৰচিত হ'বলৈ ধৰে।

'অঙ্কীয়া নাট'ক মেধিয়ে 'অসমীয়া নাট' বুলি কৈছে। এই নাটৰ জন্ম ষোড়শ শতিকাত ; তাৰ আগেয়ে কোনো প্ৰাদেশিক ভাষাত নাট ৰচিত হোৱা নাছিল। এই নাট ধৰ্ম শিক্ষা আৰু প্ৰচাৰৰ উদ্দেশ্যে ৰচিত। ইয়াৰ কংকাল সংস্কৃত নাটকৰ অনুৰূপ;কিন্তু ইয়াৰ অঙ্গ-প্ৰত্যঙ্গ অসমীয়াৰ নিজস্ব। শঙ্কৰদেৱৰ অসমীয়া নাটৰ আঁতিগুৰি সম্ভৱতঃ অসমীয়া ওজাপালিৰ নৃত্য-গীত আৰু অভিনয়। মহাপুৰুষেই ভাৰতত প্ৰান্তীয় ভাষাত প্ৰথম নাট আৰু গদ্যৰ সৃষ্টি কৰিলে বুলি ক'ব পাৰি।

সংস্কৃত ৰূপকৰ দহোটা ভাগৰ এটাৰ নাম অঙ্ক। এই অঙ্কৰ লগত অসমীয়া অঙ্কৰ কি ক্ষেত্ৰত সাদৃশ্য বা পাৰ্থক্য আছে সেইটো তেখেতে সুন্দৰ ভাৱে আলোচনা কৰি দেখুৱাইছে। তদুপৰি সংস্কৃত নাটকৰ পূৰ্ববঙ্গ ( অসমীয়া নাটৰ ধেমালি ) নান্দী, প্ৰৰোচনা, আমুখ আৰু প্ৰস্তাৱনা, সংস্কৃত শ্লোক-সন্ধি-ৰস আৰু মুক্তিমঙ্গলৰ লগত থকা সাদৃশ্যৰ কথাও উনুকিয়াইছে। ইয়াৰ লগতে সংস্কৃত নাটকৰ লগত অসমীয়া নাটৰ ভাষা, নাটকীয় ন্যাস-সঙ্গম ( Dramatic propriety), সূত্ৰধাৰ আদিৰ কি কি ক্ষেত্ৰত পাৰ্থক্য আছে সেই বিষয়ে আলোচনা কৰিছে। মেধিয়ে অসমীয়া নাটৰ লগত গ্ৰীক নাটৰো সাদৃশ্য দেখুৱাইছে। তেখেতে কয়যে অসমীয়া নাটৰ ওপৰত উত্তৰ ভাৰতৰ ৰামস্তৰঙ্গিনী আৰু ৰামলীলা, পশ্চিম ভাৰতৰ ললিত, দক্ষিণ ভাৰতৰ কথাকলি, ধলটাহী আৰু গুজৰাটৰ ভাৱৈ ( গাঁৱলীয়া ) নাটৰ প্ৰভাৱ নাই।

মেধি ডাঙৰীয়াৰ মতে অসমীয়া অঙ্কৰ তিনিটা বিভাগ—নাট, যাত্ৰা আৰু ঝুমুৰা। তেখেতে সিবোৰ লক্ষণ সম্পৰ্কে আলোচনা কৰিছে আৰু চিহ্ন যাত্ৰা প্ৰসঙ্গত কৈছে যে শঙ্কৰদেৱেই "পৃথিৱীত সৰ্বপ্ৰথম ছবি পটৰ ব্যৱহাৰ কৰে।"

ভাষণৰ আন এটি অংশত নৃত্য-গীত সম্পৰ্কে আলোচনা কৰি অসমৰ বৰগীত, অঙ্কৰ গীত, ভটিমা, পয়াৰ আদি গীত আৰু হালি নাচ, নটুৱা নাচ, মুদ্ৰা আদিৰ পাণ্ডিত্যপূৰ্ণ আলোচনা কৰিছে। মুদ্ৰা প্ৰসঙ্গত মেধিয়ে শ্ৰীহস্ত-মুক্তাৱলীৰো উল্লেখ কৰিছে।

তেখেতে শঙ্কৰদেৱ (৬খন), মাধৱদেৱ ( ৯খন ), ৰামচৰণ ঠাকুৰ ( ২খন ), দ্বিজভূষণ ( ১খন ) আৰু দৈত্যাৰি ঠাকুৰৰ ( ২খন ) নাটকৰ চমু আলোচনা কৰিছে। মেধিয়ে শঙ্কৰদেৱৰ কেলিগোপাল নাটত ১২নং শ্লোকত থকা 'ৰাধা' শব্দটো 'গোপী' হ'ব লাগে বুলি যুক্তিৰে মত দাঙি ধৰিছে। সেই দৰে মাধৱদেৱৰ ব্ৰহ্মামোহন, ভূষণ হৰণ, ৰাস ঝুমুৰা আৰু কোটোৱা খেলোৱা ঝুমুৰা মাধৱদেৱৰ নহয় বুলি—বিষয়-বস্তু, চৰিত্ৰ, নান্দী শ্লোক আৰু ভাষাৰ ফালেদি যুক্তি প্ৰদৰ্শন কৰিছে। আৰু এইবোৰ যুক্তি এতিয়াও পণ্ডিত সমাজে প্ৰায় প্ৰণিধানযোগ্য বুলি গ্ৰহণ কৰি আছে।

উল্লেখযোগ্যযে মেধিৰ সম্পাদিত অঙ্কাৱলীৰ পাতনিখন এই ভাষণৰ বহল ইংৰাজী ৰূপ বুলি ক'ব পাৰি। অঙ্কীয়া নাট সম্পৰ্কে মেধি ডাঙৰীয়াই গৱেষণা কৰি যি আলোচনা ভাষণটিত দাঙি ধৰিছে সি যুগে যুগে আদৰণীয় হৈ ৰ'ব।

( ৩ )

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসৱত নিৰ্দিষ্ট বক্তা হিচাপে মেধি ডাঙৰীয়াই 'মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্মমত' সম্পৰ্কে এই ভাষণত আলোচনা কৰিছে। ইয়াত কোৱা হৈছে যে শঙ্কৰদেৱৰ সময়লৈকে অসমত তান্ত্ৰিক আৰু শক্তি, শৈৱ আদি দেৱ-ধৰ্ম আৰু দেৱ-দেৱীৰ পূজা চলি চলিছিল। জন সাধাৰণ সম্পূৰ্ণ অজ্ঞ আৰু পুৰোহিতৰ দাস আছিল। হিন্দুৰ বেদ পঢ়াৰ অধিকাৰ তেওঁলোকৰ নাছিল। পৃথিৱীৰ সকলো ধৰ্মৰ মূলনীতি হৈছে ঈশ্বৰৰ লগত নিজৰ সম্বন্ধ ৰখা ; কিন্তু হিন্দুধৰ্মত কাণে কাণে মন্ত্ৰ দিয়া নিয়ম আছে। তেনে কৰাৰ উদ্দেশ্য আনক ভাবপৰা বহিৰ্ভূত কৰা বুলি মেধিয়ে ভাবে , এই বিষয়ে অৱশ্যে আলোচনাৰ থল আছে।

শঙ্কৰদেৱ শিশুকালৰপৰা দেৱ-দেৱীৰ পূজাৰ বিৰোধী আছিল আৰু শিশু কালতে "হৰিশ্চন্দ্ৰ উপাখ্যান" লিখি বিষ্ণু-বৈষ্ণৱৰ প্ৰশংসা আৰু দেৱ-দেৱীৰ পূজা নিষেধৰ আভাস দিয়ে। পাছত ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমি নানা পণ্ডিত আৰু সাধুৰ লগত আলাপ-আলোচনা কৰি 'বেদান্ত-গীতা' আৰু ভাগৱত পুৰাণৰ সাঁৰ কাঢ়ি তেওঁ পবিত্ৰ এক শৰণ ধৰ্ম প্ৰৱৰ্তন আৰু প্ৰচাৰ কৰে।

মেধিয়ে কম কথাতে গীতাৰ ১৮শ শাৰী, ৬৫ আৰু ৬৬নং শ্লোক আৰু তাৰ অনুবাদ, মাধৱদেৱৰ নামঘোষাৰ ৬০১ নং পদ আৰু শঙ্কৰদেৱৰ ১১ শ স্কন্ধৰ ১৯০ নং পদ আৰু দ্বিতীয় স্কন্ধৰ ৫ম-৬ষ্ঠ পদ উদ্ধৃত কৰি সুন্দৰ ভাৱে এক শৰণ নাম-ধৰ্মৰ অৰ্থ বুজাই দিছে। একেশ্বৰবাদ, অদ্বৈত জ্ঞান, শৰণ, ভজন, কৰ্মযোগ আদিৰ বিষয়ে যথোপযুক্ত উদ্ধৃতি দি প্ৰতিটো বিষয় সাধাৰণ পাঠকৰ কাৰণেও বোধগম্য কৰি তুলিছিল। ভক্তি সম্পৰ্কে শাণ্ডিল্য সূক্তৰ উদ্ধৃতি দি কৈছে— "ঈশ্বৰৰ প্ৰতি একান্ত অনুৰক্তিয়ে ভক্তি," নাস্তিকৰ জ্ঞান থাকিলেও শ্ৰদ্ধা ভক্তি নাই। শঙ্কৰদেৱ প্ৰৱৰ্তিত ধৰ্মৰ বৈশিষ্ট্য হ'ল—একেশ্বৰবাদ। "একদেৱ এক সেৱ এক বিনে নাই কেৱ"—এই ধৰ্মত যে ৰাধাৰ স্থান নাই এই কথা মেধিয়ে স্পষ্টভাৱে কৈছে। সেই দৰে এই ধৰ্মত "ৰাম আছে, কিন্তু সীতা নাই"। সেয়েহে এই ধৰ্মত উপাস্য ৰামহে, সীতা-ৰাম নহয় বা নাৰায়ণহে, লক্ষ্মী-নাৰায়ণ নহয়। অদ্বৈতবাদ সম্পৰ্কে শঙ্কৰাচাৰ্যৰ যি মত অৰ্থাৎ "একমাত্ৰ সচ্চিদানন্দ ব্ৰহ্মহে সত্য, তাত বাদে আন সকলো মিছা—মায়া" এই মত শঙ্কৰদেৱে মানি লৈছিল। মেধিয়ে কীৰ্তন ঘোষাৰ ( ১৬৭০-১, ১৮১৫, ১৮২০, ১৯২৪, ২১৭৮, ২১৭৯ ) যথোপযুক্ত পদৰ উদ্ধৃতি দি এই কথা প্ৰতিপন্ন কৰিছে।

শৰণ সম্পৰ্কে তেখেতে কৈছে যে মহাপুৰুষৰ একশৰণ ধৰ্মত ৰাধাও নাই, মধুৰ ভাবো নাই। এই ধৰ্মত দীক্ষা নাই, যোল নামৰ মন্ত্ৰও নাই। ইয়াত আছে শৰণ। শৰণত আছে চাৰি বস্তু—নাম, দেৱ, গুৰু আৰু ভকত। শৰণৰ প্ৰচলন যে উপনিষদ কালৰপৰাই আছে তাকো তেখেতে যথোপযুক্ত উদ্ধৃতি দি দেখুৱাইছে আৰু শঙ্কৰদেৱৰ ভক্তি ৰত্নাকৰ (২৩-২৪, ১৪৯-৫, ৭২৩), একাদশ স্কন্ধ (১৩২, ১৪৬, ১৭৫৬), কীৰ্তন (১২৮২) আদিৰ পৰাও ভালেমান পদ তুলি দি যুক্তিৰে প্ৰতিপন্ন কৰিছে। একজন দেৱতা অৰ্থাৎ বিষ্ণুকে যে ভজিব লাগে এই কথা কীৰ্তনৰ (১৬৫৭, ১৬৫৩, ১৬৫৬, ১৬৭৩) পদৰ উদ্ধৃতি দি প্ৰমাণ কৰিছে।

কৰ্মযোগৰ কথা উল্লেখ কৰি মেধি ডাঙৰীয়াই কৈছে যে নিত্য নৈমিত্তিক আৰু কাম্য-কৰ্ম অৰ্থাৎ বেদবিহিত যাগ-যজ্ঞ আদি মহাপুৰুষে পৰিত্যাগ কৰিছিল। তেখেতৰ মতে কৰ্মই মুক্তি দিব নোৱাৰে, কৰ্ম কৰোঁতে কৰোঁতে ভগৱানৰ প্ৰতি শ্ৰদ্ধা জন্মিলেহে মানুহে মুক্তিৰ পথত অগ্ৰসৰ হ'ব পাৰে, কিন্তু ভগৱন্তৰ প্ৰতি নিষ্কাম ভক্তি হলেহে সহজে মুক্তি লাভ হয়।

জাতকৰ্ম-শ্ৰাদ্ধ আদি নৈমিত্তিক কৰ্ম দূজনা গুৰুৱে ৰাখি যোৱাৰ কাৰণ সম্পৰ্কে মেধি ডাঙৰীয়াই এইদৰে অভিমত দিছে—"একান্ত ভকতৰ পক্ষে ক্ৰিয়াৰ কোনো আৱশ্যক নাই ; কিন্তু সৰ্বসাধাৰণৰ পক্ষে সেই নিয়ম নাখাটে। ইফালে হিন্দু সমাজত শ্ৰাদ্ধাদি ক্ৰিয়াৰ সংস্কাৰ ইমান বদ্ধমূল হৈছিল যে সেই কালত তাক উপেক্ষা কৰি নতুন একশৰণ ধৰ্মৰ প্ৰৱৰ্তন আৰু প্ৰচলন কৰা একৰকম অসম্ভৱ আছিল। সেই দেখি হিন্দু সমাজৰ ভিতৰতে থাকি ভক্তিৰ কিছু বিৰোধী হলেও এই নৈমিত্তিক ক্ৰিয়াৰ অনুষ্ঠান ধৰ্মগুৰুসকলে নিষেধ নকৰিলে। তেনে কৰিলে একশৰণ ধৰ্মাৱলম্বী লোকসকলে বৃহৎ হিন্দু সমাজৰপৰা বাহিৰ হ'ব লাগিলহেঁতেন—যেনে দয়ানন্দ স্বামীৰ আৰ্যসমাজ আৰু ব্ৰাহ্ম সম্প্ৰদায়ৰ হৈছিল।"

এই ভাষণখনিত বৈষ্ণৱ ধৰ্মৰ মূলতত্ত্বটি অলপ কথাতে অতি সুন্দৰ আৰু স্পষ্টভাৱে প্ৰাঞ্জল ভাষাত প্ৰকাশ কৰিছে। ইয়াতে মেধিৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়।

# ভাষাতত্ত্বৰ গৱেষক কালিৰাম মেধি

**শ্ৰীভগবান মৰল**

বৈদিক মন্ত্ৰৰ ধ্বনি-বিন্যাস, পদ-বিন্যাস আৰু অৰ্থ-বিশ্লেষণ নিতান্ত আৱশ্যক হোৱাৰ ফলতেই সংহিতাৰ 'পদ'ৰ যোগেদি বেদ-মন্ত্ৰৰ তত্ত্ব উদ্‌ঘাটন হ'বলৈ ধৰে। সেইবাবে প্ৰাচীন কালত ধৰ্মীয় প্ৰেৰণাই সাহিত্য আৰু ভাষাতত্ত্বৰ জন্ম দিয়ে বুলি অনুমান কৰা হয়। প্ৰাতিশাখ্যই বৰ্ণ আৰু গণ নিৰ্ণয়ৰ যোগেদি ধ্বনি-বিজ্ঞানৰ ফেহুজালিৰ আভাস দান কৰে। পণ্ডিত প্ৰবৰ ঋষি যাস্কে সকলো শব্দৰ মূল ধাতু (root) বুলি নিৰ্ণয় কৰি শব্দাৰ্থতত্ত্বৰ পাতনি মেলে। পাণিনি, কাত্যায়ন, পতঞ্জলি আদি ব্যাকৰণবিদৰ আগৰ ভাষাবিষয়ক গৱেষক ঋষি আপিসলি, কাশ-কৃৎস্ন আদিৰ নাম কিছুমান ব্যাকৰণ সূত্ৰৰ ৰচক হিচাপে পালেও পৃথিবীৰ প্ৰাচীনতম শ্ৰেষ্ঠ ভাষাবিদ্ পাণিনিৰ অষ্টাধ্যায়ীয়েহে পৃথিবীৰ অন্যতম প্ৰাচীন উচ্চ সাহিত্য সমৃদ্ধ ভাষা 'সংস্কৃত ভাষা'ৰ স্বৰূপ নিৰ্ণয় কৰি দিয়ে। প্ৰাচীনতম প্ৰাকৃত ব্যাকৰণবিদ্ খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাৰ বৰৰুচিয়ে 'প্ৰাকৃত প্ৰকাশ'ৰ যোগেদি প্ৰাকৃত ভাষাৰ আলোচনা কৰে। মধ্যযুগত হেমচন্দ্ৰই প্ৰাকৃত ভাষাৰ স্বৰূপ নিৰ্ণয় কৰি দেশী শব্দমালাৰ যোগেদি আৰ্য-অনাৰ্য ভাষাৰ পাৰস্পৰিক প্ৰভাৱ উদঙাই দিয়ে। এই সকলো ভাষাৰ গৱেষক নমস্য ঋষি-ব্যক্তিয়ে ভাৰতৰ গৌৰৱ বৃদ্ধি কৰাৰ দৰে ইউৰোপৰ গ্ৰীক দেশতো অতি প্ৰাচীন কালতেই প্লেটো, এৰিষ্ট'টল আদিয়ে ভাষাবিষয়ক গৱেষণা কৰে। কিন্তু আধুনিক বিজ্ঞানসম্মত তুলনাত্মক ভাষাতত্ত্বৰ বিস্তৃতি ঘটে অষ্টাদশ শতিকাৰ পৰাহে। ভাৰতীয় ভাষাৰ গৱেষণাই বিশেষকৈ, বহ্মভাণ্ডাৰ স্বৰূপ সংস্কৃত ভাষাৰ গৱেষণাই ইউৰোপত নতুন প্ৰেৰণা যোগোৱাৰ ফলত ভাৰতীয় সংস্কৃত ভাষাৰ লগত ইউৰোপীয় গ্ৰীক, লেটিন, জাৰ্মান আদি ভাষাৰ সাদৃশ্য বিশ্লেষণ কৰা হয়। চাৰ্ উইলিয়াম্ জ'নছ্এ (Sir William Jones) ইউৰোপত এই সাদৃশ্যৰ কথা দৃঢ়ভাৱে প্ৰচাৰ কৰাৰ ফলতেই তুলনাত্মক ভাষাতত্ত্ব (Comparative Philology) নামৰ এটি নতুন শাখা সৃষ্টি হয়। তুলনাত্মক ভাষাতত্ত্বৰ আবিৰ্ভাব হোৱাৰ লগে লগে ভাৰততো কিছুমান দেশী-বিদেশী ভাষাতাত্ত্বিক পণ্ডিতে ভাৰতীয় ভাষাবোৰৰ স্বৰূপ নিৰ্ণয়ত আত্মনিয়োগ কৰে। সেই সকল ভাষাতত্ত্বৰ গৱেষকৰ মাজত স্বৰ্গীয় কালিৰাম মেধি ডাঙৰীয়াও এজন ভাষাতাত্ত্বিক গৱেষক।

ইউৰোপীয় পণ্ডিত John Beames, Dr. Hoernle বিশেষকৈ, Prof. Jules Bloch—অৰ মাৰাঠী ভাষাৰ ওপৰত লিখা ভাষাতত্ত্বৰ গৱেষণামূলক গ্ৰন্থ খনিয়ে পৰৱৰ্তী ভাষাতাত্ত্বিক পণ্ডিত ড° সুনীতিকুমাৰ চেটাৰ্জী, ড. বাণীকান্ত কাকতি আদিৰ ভাষা গৱেষণাৰ মডেল বা আদৰ্শ আছিল আৰু প্ৰায়বোৰ পণ্ডিতে প্ৰায় একেটা ঠাঁচত ভাৰতীয় আধুনিক ভাষাৰ আলচ কৰিছিল। কিন্তু ৺কালিৰাম মেধি ডাঙৰীয়াই ইউৰোপীয় ভাষাতাত্ত্বিক পণ্ডিত বিশেষকৈ John Beames, Dr. Hoernle, Dr. Caldwell, Macdonell আদিৰ পৰা অনুপ্ৰেৰণা লৈ নিজস্ব ঠাচঁত অসমীয়া ভাষাতত্ত্বৰ বিশ্লেষণ কৰিছিল। ৺মেধি ডাঙৰীয়াই অসমীয়া ভাষাৰ ব্যাকৰণ লিখিবলৈ গৈ পাতনি হিচাপে অসমীয়া সাহিত্যৰ ঐতিহ্য, অসমীয়া ভাষাৰ জন্মকথা, অসমীয়া বৰ্ণলিপিৰ ইতিবৃত্ত থুলমূলকৈ দাঙি ধৰিহে ব্যাকৰণৰ বিষয়সমূহ বিশদভাৱে মূলসহ আলোচনা কৰিছে। সেই বাবেহে তেখেতৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ আৰু ভাষাতত্ত্ব' (Assamese Grammar and Origin of the Assamese Language. ) জীৱনৰ কীৰ্তিস্তম্ভৰূপে পৰিগণিত হৈছে। এই গ্ৰন্থখনিৰ বিষয়-বস্তুৰ গভীৰ আলোচনা, তত্ত্ব-বিশ্লেষণলৈ লক্ষ্য কৰিলে তেখেতৰ জীৱনজোৰা সাধনাৰ ফল বুলি উপলব্ধি কৰিব পাৰি। এই গ্ৰন্থত উৎস সন্ধান কৰোঁতে যিবোৰ যুক্তি দাঙি ধৰিছে সেইবোৰে তেখেতৰ বিশাল অধ্যয়নৰ কথাকেই সূচনা কৰে। ড° কাকতি আৰু ৺মেধি ডাঙৰীয়া সমসাময়িক ভাষাতত্ত্বৰ গৱেষক। ড° কাকতিৰ 'Mother Goddess Kamakhya' গ্ৰন্থৰ সমালোচনাত প্ৰকৃত অগ্ৰজৰ দৰেই ৺মেধি ডাঙৰীয়াই ভাষাতাত্ত্বিক নিজস্ব যুক্তি সমূহ দাঙি ধৰিছে ( মহাপুৰুষ—সম্পাদক শ্ৰীহৰমোহন কাকতি, গুৱালকুচি )।

ড° কাকতিয়ে অসমীয়া ভাষাৰ ওপৰত বড়ো শাখাৰ প্ৰভাৱৰ উপৰিও অষ্ট্ৰিক ভাষাৰ বিশেষ প্ৰভাৱৰ কথা আলোচনা কৰিছে। কিন্তু ৺মেধি ডাঙৰীয়াই অষ্ট্ৰিক প্ৰভাৱৰ সলনি বড়ো ভাষাৰ লগতে দ্ৰাবিড়ী ভাষাৰহে প্ৰভাৱৰ কথা যুক্তিসহ দাঙি ধৰিছে। এই বিষয়ে বিশদ আলোচনাৰ থল আছে। তেখেতৰ ভাষাতত্ত্বৰ গৱেষণাৰ ফল স্বৰূপে প্ৰকাশ পোৱা নতুন তত্ত্ব বা সন্দেহবোৰ দাঙি ধৰা হ'ল। সেইবোৰৰ যুক্তিযুক্ততা, সত্যাসত্য বিচাৰ কৰাৰ দায়িত্ব ৰাইজৰ বাবে এৰি থৈ কেৱল পাণ্ডিত্যৰ পৰিচায়ক কথাবোৰহে উল্লেখ কৰিলোঁ।

বৰৰুচি, হেমচন্দ্ৰ আদিয়ে উল্লেখ কৰা 'প্ৰকৃতি সংস্কৃতম্ তদাগতং তদ্ভবস্থা প্ৰাকৃতম্' উক্তিটিৰ বিৰোধিতা কৰি 'প্ৰাকৃত জনানাং ভাষা প্ৰাকৃতম্' ( কিয়নো কালিদাসৰ "ৰাজা প্ৰকৃতিৰঞ্জনাৎ" কথাষাৰিত 'প্ৰকৃতি' শব্দই প্ৰজা সাধাৰণকহে বুজাইছে )

মতটোহে মানি লৈছে। তেখেতে যথার্থভাৱে প্রাকৃত ভাষা প্রাক্-বৈদিক বা বৈদিক কথ্য ভাষাৰ পৰা উদ্ভৱ হোৱা সিদ্ধান্ত দাঙি ধৰিছে। তেখেতৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ আৰু ভাষাতত্ত্ব' গ্রন্থৰ ৮ম পৃষ্ঠাত স্পষ্টকৈ লিখিছে—"অসমীয়া বর্ণমালা বৈদিক সংস্কৃতৰ পৰা প্রাকৃতৰ মাজেদি আহিছে বুলি বোধ হয়। অসমীয়া লিখিত ভাষাত সংস্কৃত বর্ণমালা প্রচলিত থাকিলেও উচ্চাৰণত সম্পূর্ণ নাই। **প্রাকৃত ভাষা সংস্কৃতৰ পৰা নহয় বৈদিক বা প্রাক্-বৈদিক যুগৰ ভাষাৰ পৰাহে ওলাইছে। ই কথ্য ভাষাৰপৰা কথ্য ভাষাৰূপে নামিছে।"**

পৃথিবীৰ বর্ণ-লিপিৰ উদ্ভৱ আৰু ভাৰতীয় লিপিৰ ক্রমবিকাশত অসমীয়া বর্ণ-লিপিৰ সৃষ্টিৰ সম্বন্ধে আলচ কৰোঁতে Dr. Beames এ দাঙি ধৰা মতকেই মানি লৈছে। খ্রীষ্টপূর্ব প্রায় তিনিশ বছৰ আগতে বিশেষকৈ অশোকৰ লিপিসমূহত দেখা পাসি আখৰ ( ব্রাহ্মী লিপি ) সময়ৰ সোঁতত পৰিবর্তন হৈ গুপ্তযুগত গুপ্ত আখৰ ( গুপ্ত লিপি ) ৰূপে দেখা দিয়ে আৰু তাৰ পাছত প্রায় দশম শতিকামানৰ পৰা কুটিল আখৰ ( কুটিল লিপি ) ৰূপে পৰিগণিত হয়। এই কুটিল লিপিয়ে প্রাচীন কামৰূপী লিপি হিচাপে প্রকাশ পায়। ইয়াত ৺মেধি ডাঙৰীয়াৰ অধ্যয়নপুষ্ট মনৰ পৰিচয় পোঁৱা যায়।

অসমীয়া বর্ণ-পৰিচয়ৰ আলোচনাত তেখেতৰ গভীৰ অধ্যয়ন পৰিচয়ৰ স্বাক্ষৰ আছে। "অসমীয়া বর্ণমালাৰ মূল সংস্কৃত বা **আচলতে বৈদিক সংস্কৃত।** সংস্কৃত বর্ণমালাৰ নিচিনা পৃথিবীৰ ভিতৰত সম্পূর্ণ আৰু সর্বাঙ্গসুন্দৰ বৈজ্ঞানিক বর্ণমালা কতু নাই। এই বর্ণমালা লিখা ভাষাত চলাৰ আগেয়ে গঠিত হৈছিল বুলি বহুতে স্বীকাৰ কৰে। ভাৰতৰ বর্ণ-বিভাগ অতি পুৰণি কালৰ পৰা মুখে মুখে চলি অহা কথা প্রাতিশাখ্যৰ পৰা জনা যায়। প্রাতিশাখ্য হিন্দুৰ এবিধ স্বৰ বিজ্ঞানশাস্ত্র।" ( অ. ভা. ব্যা. ভা. পৃষ্ঠা ৬ )

বর্ণ (Phoneme) আৰু বর্ণৰ উচ্চাৰণ-স্থান সম্বন্ধে অসমীয়া ভাষাত পোন প্রথমে এই গ্রন্থতেই মানব-বাগ্‌যন্ত্র (Human organ of speech)-অৰ পৰিচয় দানেৰে ধ্বনিগুণ আলোচনা কৰে। ধ্বনি-বিজ্ঞানৰ (Phonetics) প্রাথমিক আলোচনাত তেখেতৰ গভীৰ চিন্তাৰ পৰিচয় পোৱা যায়।

বৈদিক সংস্কৃতক ৺মেধি ডাঙৰীয়াই আদি প্রাকৃত বুলি উল্লেখ কৰিছে ( পৃঃ ৪৯ )। আদি প্রাকৃত অর্থাৎ বৈদিক ভাষা সময়ৰ সোঁতত পৰিবর্তিত হোৱাত পাণিনিৰ হাতত সংস্কাৰ লাভ কৰি সংস্কৃত ভাষাত পৰিণত হয়। কিন্তু কথ্যৰূপে থকা আদি প্রাকৃতেই বিভিন্ন যুগত বিভিন্ন স্থানত বিভিন্ন প্রাকৃত আৰু অপভ্রংশ ৰূপে পৰিগণিত

হয়। আৰু ইয়াৰ পৰাই আধুনিক ভাৰতীয় আৰ্যভাষা সমূহ উদ্ভৱ হৈছে। গতিকে বৈদিক ভাষা বা আদি প্ৰাকৃতৰ লগতহে অসমীয়া ভাষাৰ মিল বেছি।

অসমীয়াৰ বাহিৰে ভাৰতীয় আৰ্যভাষা-ভাষীয়ে নাইবা দ্ৰাবিড়ী ভাষীয়ে ইংৰাজী T. D. N. S ধ্বনিৰ প্ৰকৃত দন্তমূলীয় ধ্বনি উচ্চাৰণ কৰিব নোৱাৰে। কেৱল অসমীয়া ভাষীহে ( বড়ো ভাষাতো আছে ) দন্তমূলীয় (Alveolar) ধ্বনি উচ্চাৰণ কৰিব পাৰে। ৺মেধি ডাঙৰীয়াই অতি প্ৰাচীন্ বৈদিক ভাষাৰ পৰাই পৰম্পৰাৰূপে অসমীয়া ভাষাত দন্তমূলীয় উচ্চাৰণ সোমাই পৰিছে বুলি যুক্তিসহ উল্লেখ কৰিছে। হিন্দি, মাৰাঠী আদি ভাৰতীয় ভাষাত এনেকি সংস্কৃত ভাষাতো মূৰ্ধণ্য উচ্চাৰণ দ্ৰাবিড়ী সকলৰ প্ৰভাৱত সোমাই পৰিছে।

বৰ্ণ-পৰিচয়ত তেখেতে স্বকীয়া মত দাঙি ধৰিছে। তেখেতৰ মতে "এ, ও এই দুই বৰ্ণ আৰু ঐ, ঔ বাস্তৱিকতে যুক্ত স্বৰ (Dipthongs)।··· এই দুই আখৰ ( এ, ও ), অ ( বা আ )-ৰ লগত ই ( বা ঈ ) সংযোগত উৎপন্ন হয়।··· 'এ' আৰু 'ও' ক গুণ স্বৰ বোলে। গুণ বুলিলে স্বৰৰ ( বিশেষকৈ ই' আৰু 'উ'ৰ ) আগত এটা 'অ' যোগ কৰা বুজায় আৰু এই সংযোগৰ ফলত 'ই'ৰ ঠাইত 'এ' আৰু 'উ'ৰ ঠাইত 'ও' হয়। বঙ্গেশ্বৰ ( বঙ্গ+ঈশ্বৰ ), মঘোন ( মঘ+উন )।" ( পৃঃ ৯ )

আমি পোনতে ঐ আৰু ঔ-ক অ+ই আৰু অ+উ বুলি ভাবোঁ, কিয়নো স্বৰ বিকৃতিৰ নিয়মে 'নদী'ৰ পৰা নঈ আৰু 'মধু'ৰ পৰা মউ হয় দেখি এই দুই শব্দক নৈ বা নই আৰু মউ বা মৌ-কৈ লিখোঁ। কিন্তু বাস্তৱিকে এই দুই আখৰ যথাক্ৰমে আ+ই আৰু আ+উ। সন্ধিৰ 'ঐ'ৰ ঠাইত আয়্ আৰু ঔ-ৰ ঠাইত আৱ্ হোৱা নিয়মৰপৰাই ইয়াৰ সত্যতা উপলব্ধি কৰিব পাৰি। ( যেনে, নৈ+অক=নায়ক, পৌ+অক=পাৱক )। সন্ধিৰ আৰু এটি নিয়মে 'অ'ৰ পাছত 'এ' ( অৰ্থাৎ অ+ই) আৰু 'ও' ( অৰ্থাৎ অ+উ ) থাকিলে উভয় মিলি ঐ আৰু ঔ হয়। যেনে, জন+এক=জনৈক { জন্-অ+( অ+ই )+ক }, মহা+ঔষধি=মহৌষধি { মহ-আ+( অ+উ+যধি }।·· বৃদ্ধিস্বৰ বুলিলে স্বৰৰ ( বিশেষকৈ ই আৰু উৰ ) আগত এটা আ যোগ কৰা বুজায়—যেনে, আ+ই ( বা ঈ )=ঐ আৰু আ+উ ( বা ঊ )=ঔ। ( অ. ভা. ব্যা. ভা. পৃঃ ১০ )

উচ্চাৰণক্ষম ধ্বনিৰ সংক্ৰমণেই (Transition) সন্ধি বাবে ৺মেধি ডাঙৰীয়াই দাঙি ধৰা যুক্তিটোৰ সাৰ্থকতা নিহিত থকাৰ অৱকাশ আছে।

বেভাৰেণ্ড ব্ৰাউনে অসমীয়া 'স'ৰ উচ্চাৰণ ( অৰ্থাৎ শ, ষ, স-ৰ উচ্চাৰণ ) ষ(x) গ্ৰীক ভাষাতো আছে বুলি উল্লেখ কৰিছে। বৈশিষ্ট্যপূৰ্ণ এই অসমীয়া উচ্চাৰণ

আদি প্ৰাকৃত বা প্ৰাক্-বৈদিক ভাষাৰ পৰাই পৰম্পৰাৰূপে আহিছে বুলি অনুমান কৰা হয়।

(ক) সংস্কৃতৰ 'ষ'ৰ ঠাইত প্ৰাকৃতত ( বিশেষকৈ শৌৰসেনীত ) সাধাৰণতে 'খ'ৰ ব্যৱহাৰ পৰিলক্ষিত হয়। এই 'খ' উচ্চাৰণ কোমল হলে অসমীয়া ষ (x) উষ্ম ধ্বনিৰ উচ্চাৰণ হয়। যেনে,

সং বৰ্ষণং ( বৈ. বৰ্ষ ) > প্ৰা. বৰ্খণ > অস. বৰষুণ (xu)

সং ভূষণং > প্ৰা. ভূখণ > অস. ভূষণ (x)

সং বিষং > প্ৰা. বিখ > অস. বিষ (x)

(খ) কেতিয়াবা 'শ'ৰ উচ্চাৰণো 'খ'ৰ উচ্চাৰণৰ দৰে হোৱাও দেখা যায়। যেনে, সংস্কৃত দৰ্শয়তি > প্ৰা. দিখায়ই > অস. দেখায় দেখুৱায়।

সং দৃশ্যতে ( to be seen ) > প্ৰা. দিখায়ই > অস. দেখি ( যেনে, ফুলটো বগা দেখি। )

(গ) বৈদিক বা সংস্কৃত ভাষাৰ শব্দৰ 'শ' 'ষ' আৰু 'স' এই তিনি বৰ্ণৰ উচ্চাৰণ বহু ঠাইত 'হ'ৰ নিচিনা হয়। প্ৰাচীন ইৰাণী ভাষাতো এনে দেখা যায়। প্ৰাচীম ইৰাণী আৰু বৈদিক ভাষা আদিতে একে আছিল।

বৈদিক সপ্ত—ইৰাণী হপ্ত

বৈদিক অসুৰ—ইৰাণী অহুৰ

বৈদিক অস্মি—ইৰাণী অহ্মি

বৈদিক সিন্ধু (river, sea)—ইৰাণী হিন্দু

বৈদিক সোম—ইৰাণী হওম ইত্যাদি

(ঘ) পালি ভাষাত শ, ষ-ৰ ঠাইত 'স' হয় আৰু যুক্তাক্ষৰ হলে 'হ' হয়। যেনে কেশ > পা. কেস, শিৰস্ (head) > সিৰ , ষোড়শ : (sixteen) > সোলহ > অস. ষোল্ল ; কৃষ্ণ > কহ্ন (Krishna) তৃষ্ণা > তহনা (Thirst) ইত্যাদি। ( পৃঃ ৩৩ )

গ্ৰীক আদি ইন্দো-ইউৰোপীয় ভাষাত ষ(x) উচ্চাৰণ থকাৰপৰা সহজে অনুমান কৰিব পাৰি অসমীয়া বৈশিষ্টপূৰ্ণ ষ (x) উচ্চাৰণ প্ৰাক্-বৈদিক ভাষাৰ পৰাই পৰম্পৰা-ৰূপে লাভ কৰা হৈছে। শ্ৰদ্ধেয় মেধি ডাঙৰীয়াই অসমৰ ভাষাৰ প্ৰাচীনত্ব বিচাৰ কৰি যথাৰ্থভাৱে মন্তব্য কৰে—"The Aryan civilisation spread into Assam (Old Kamarupa) probably before the composition of the Rig-Veda." ( Page V)

অন্তস্থ য় (y) প্ৰাচীন ইৰাণী ভাষাৰ দৰেঁ আদি অৱস্থাত থাকিলে অসমীয়াত জ হয়। এই 'জ' ধ্বনি তালব্য স্পৰ্শ ঘোষ বৰ্ণ নহৈ অসমীয়াত উষ্ম ধ্বনিৰূপেহে উচ্চাৰিত হয়।

ইৰাণী জি (zi), সংস্কৃত যঃ, অসমীয়া যি (জি)। অসমীয়া ভাষাৰ ৰূপতত্ত্ব বিচাৰ কৰিবলৈ কেইটিমান নতুন মত দাঙি ধৰিছে।

অধিকৰণ কাৰক বা স্থানৰ ভাবত আদি বৈদিক কালত সকলো কাৰকৰ কাম চলাইছিল বুলি কৰা মেক্সমুলাৰৰ উক্তি (যেনে—ভাৰতৰ ৰজা' ভাবটো 'ভাৰতত ৰজা') উল্লেখ কৰি ৺মেধি ডাঙৰীয়াই কাৰকৰ পৰম্পৰা বিশ্লেষণ কৰিছে। এটা কাৰকৰ পৰা সংস্কৃতত সাতোটা কাৰকৰ সৃষ্টি হলেও প্ৰাকৃতত সাতোটা কাৰকৰ পৰা একেটা কাৰকৰ সৃষ্টি হৈছিল—সেইটো ৬ষ্ঠী সম্বন্ধ পদ। সেই সম্বন্ধ পদেই সামান্যৰূপ হিচাপে ব্যৱহাৰ হয়। ইয়াৰ পাছত ভিন্ন কাৰকৰ অৰ্থত কিছুমান অনুসৰ্গ (Post positions) ব্যৱহাৰ হয়।

অপাদান কাৰকত ব্যৱহাৰ হোৱা অনুসৰ্গ (Post position) 'পৰা' ইৰাণী একে অৰ্থৰ 'পৰা' শব্দৰ পৰা আহিছে বুলি ৺মেধিয়ে উল্লেখ কৰিছে।

প্ৰাতিপদিকৰ পাছত বহুত্ব বুজোৱা অনুসৰ্গ ব্যৱহাৰ কৰি বহুবচন কৰা হয় আৰু তাৰ পিছতহে বিভিন্ন কাৰকত ৰূপ কৰা হয়। এই নিয়ম দ্ৰাবিড়ী বা বড়ো ভাষাৰ প্ৰভাৱত গঢ়ি উঠিছে বুলি ৺মেধিয়ে উল্লেখ কৰিছে।

দ্ৰাবিড়ী নাইবা তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱত অসমীয়া ভাষাত বিশেষ্য শব্দৰ লিঙ্গানুযায়ী সংস্কৃতত হোৱাৰ দৰে বিশেষণৰ ৰূপ নহয়।

ঠাইৰ নাম, নদীৰ নাম আদিত আৰ্য ভিন্ন ভাষাৰ প্ৰভাৱ সম্বন্ধে আলোচনা দাঙি ধৰিছে। এনে আলোচনাত ভাষাবোৰৰ শব্দৰ সাদৃশ্যই মূল ভেটি বুলি তেখেতে উল্লেখ কৰিছে।

সামৰণিত আমি ইয়াকে কব পাৰোঁ যে Jules Bloch, Dr. Turner, John Beames, Dr. Hoernle আদিয়ে ভাৰতীয় প্ৰাদেশিক ভাষাসমূহৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ গৈ বহুক্ষেত্ৰত প্ৰাদেশিক সাংস্কৃতিক বৈশিষ্ট্য আৰোপ কৰি আৰ্য-কন্যাক সজাই উলিয়াই আনে। ডক্টৰ কাকতিয়ে সুবিধা বুজি খাটীয়া গাভৰুক অসমীয়া ৰিহা মেখেলা পিন্ধাই উলিয়াই আনিলেও বহুক্ষেত্ৰত বড়ো গাভৰুৰ বাহ্যিক আৱৰণৰ চমক দেখে। কিন্তু শ্ৰদ্ধেয় মেধি ডাঙৰীয়াই প্ৰাক্-বৈদিক আৰ্য ঋষি-কন্যাক অসমীয়া সাজত লক্ষ্য কৰি আৰ্য ভিন্ন সাজ-পাৰবোৰ উদঙাই দেখুৱায়।

# অসমীয়া পাঠ-সমীক্ষাৰ পথ-প্ৰদৰ্শক কালিৰাম মেধি

শ্ৰীমতী অৰুণিমা ভঁৰালী

পুৰনি অসমীয়া সাহিত্যৰ ধাৰাবাহিক চৰ্চা আৰু আলোচনাৰ লগতে আধুনিক গৱেষণাৰ এক আকৰ্ষণীয় বিষয় আমাৰ পুৰণি পুথিৰ বিজ্ঞানসম্মত পাঠ-নিৰ্ধাৰণৰ ক্ষেত্ৰত কালিৰাম মেধি ডাঙৰীয়াকেই পথ-প্ৰদৰ্শক বুলি ক'ব পাৰি। প্ৰাচীন অনু-শাসন, তাম্ৰলিপি, শিলালিপি আৰু পুৰণি লেখকৰ ৰচিত গ্ৰন্থাদিৰ যথা সম্ভৱ শুদ্ধ পাঠ নিৰ্ণয়ৰ বাবে পাশ্চাত্যদেশত বিশেষভাৱে সমাদ্ৰিত পাঠ-সমীক্ষামূলক এই গৱেষণা-পদ্ধতিয়ে বৰ্তমান আমাৰ দেশৰ পণ্ডিত সকলৰো সমাদৰ লাভ কৰিছে যদিও প্ৰথম অৱস্থাত ইয়াক সংস্কৃত, পালি, প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাত ৰচিত প্ৰাচীন পুথিৰ পাঠ-নিৰ্ধাৰণততে প্ৰধানভাৱে প্ৰয়োগ কৰা হৈছিল। কালিৰাম মেধি ডাঙৰীয়াৰ পূৰ্বে অকল অসমীয়া ভাষাতেই নহয়, আধুনিক ভাৰতীয় ভাষাত ৰচিত অন্যান্য পুৰণি লেখকৰ গ্ৰন্থাদিৰ পাঠ নিৰ্ণয়ৰ ক্ষেত্ৰতো কোনোবাই এই পদ্ধতি অৱলম্বন কৰিছিল বুলি আজিও থাটাংকৈ জনা নাযায়। সেয়ে অকল অসমীয়া পাঠ-সমীক্ষাৰ ক্ষেত্ৰতে নহয় নব্য ভাৰতীয় ভাষা-সাহিত্যৰ ইতিহাসতো এই বিষয়ত কালিৰাম মেধিৰ এখনি বিশিষ্ট আসন আছে।

পাঠ-সমীক্ষা পদ্ধতি মূলতঃ পাশ্চাত্য গৱেষণাৰ ফল, ইয়াৰ মূল উদ্দেশ্যই হৈছে লিখকে যিভাৱে লিখিছিল, ঠিক তেনেভাৱেই পাঠ-উদ্ধাৰ কৰা—মূল পাঠোদ্ধাৰৰ লগে লগে বহুখিনি হেৰাই যাব খোজা সম্পদৰ পুনৰুদ্ধাৰ আৰু পূৰ্বপুৰুষসকলে যি ভাৱে চিন্তা কৰিছিল তাৰ আভাস আৰু প্ৰাচীন সকলৰ চিন্তা-বৈচিত্ৰ্য প্ৰকাশৰ গম লোৱা। পোনতে গ্ৰীক আৰু লেটিন সাহিত্যৰ প্ৰাচীন গ্ৰন্থসমূহৰ শুদ্ধপাঠ নিৰ্ণয় কৰিবলৈকেই এই বিজ্ঞানসম্মত পদ্ধতিটোৰ প্ৰয়োগ কৰা হৈছিল। আমাৰ দেশলৈ এই পদ্ধতিৰ আমদানি ঘটে যোৱা শতিকাৰ শেষাৰ্ধৰপৰাহে। ১৮৭৬ চনত ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে সম্পাদনা কৰি প্ৰকাশ কৰা ভৱভূতিৰ "মালতী-মাধৱ" আৰু আনন্দৰাম বৰুৱাই প্ৰকাশ কৰা 'মহাবীৰ চৰিত" ভাৰতীয় পাঠ-সমীক্ষাৰ প্ৰথম নিদৰ্শন। এওঁলোকৰ পাছত অৱশ্যে পিশ্বেল, ষ্টেন কনৌ, টোডৰমল, সুখ্ থঙ্কৰ, লুডবিগ্ আলছ্ডৰ্ফে, এ. এন. উপাধ্যায়, পি. এল. বৈদ্য আদি ভালেকেইজন

পণ্ডিতে এই গৱেষণাত মনোনিবেশ কৰে আৰু কালিদাসৰ শকুন্তলা ( ১৮৭৭ ), ৰাজশেখৰৰ কৰ্পূৰ-মঞ্জৰী ( ১৯০১ ), পুষ্পদন্তৰ হৰিবংশ-পুৰাণ ( ১৯৩৬ ), ব্যাসৰ মহাভাৰত ( ১৯৪৩ ) আদি ভালেখিনি প্ৰাচীন গ্ৰন্থৰ সমীক্ষিত পাঠ নিৰূপণে ভাৰতত এই বিষয়ৰ গৱেষণাৰ পথ পৰিষ্কাৰ কৰি তোলে।

ভাৰতীয় পাঠ-সমীক্ষাৰ অন্যতম পথ-প্ৰদৰ্শক হিচাপে অসমৰ আনন্দৰাম বৰুৱাই যোৱা শতিকাৰ অষ্টম দশকতেই আমাৰ সমাজত এনে বিজ্ঞানমূলক চৰ্চা আৰু গৱেষণাৰ আদৰ্শ দাঙি ধৰে যদিও বৰ্তমান শতিকাৰ দ্বিতীয় দশকলৈকে অসমৰ কোনো পণ্ডিত-গৱেষকেই এই পৰ্যায়ৰ চৰ্চাত বিশেষভাৱে মনোনিবেশ কৰাৰ প্ৰমাণ পোৱা নাযায়। ফলত মাধৱ কন্দলিৰেই হওক অথবা শঙ্কৰদেৱৰেই হওক আজিও আমি তেওঁলোকৰ ৰচনাসমূহ হেমচন্দ্ৰ বৰুৱাৰ বৰ্ণবিন্যাস পদ্ধতিৰেই পঢ়ি আছোঁ আৰু লিখি আছোঁ। আজি হেম সৰস্বতী, মাধৱ কন্দলি, শঙ্কৰদেৱ, মাধৱদেৱ আদি প্ৰাচীন কবিসকলৰ ৰচনাসমূহ পঢ়িলে আমাৰ এনেহে লাগে যেন কন্দলি বা গুৰুতুজনাই হেমচন্দ্ৰৰ ব্যাকৰণ বা অভিধান পঢ়িহে ৰচনাৰ কাপ-কাঠি ধৰিছিল। পুৰণি সাঁচিপতীয়া বা তুলাপতীয়া পুথিৰ ওপৰত চকু ফুৰালে আমি আজি অনেক সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। বেছিভাগ ক্ষেত্ৰতেই মূল লেখকজনৰ হাতে-লিখা মূল পুথি আমি বিচাৰি নাপাওঁ। সময়ৰ কোবাল সোঁতত সি কেলি গ'ল তাৰ ভূও কোনেও নাৰাখে। এই মূল্যৱান হাতেলিখা পুথিবিলাক অসমৰ সেমেকা জলবায়ু, সঘনে হোৱা বানপানী, ঘৰৰ ঘৰত ঘটি থকা অগ্নিকাণ্ডই বহুত ধ্বংস কৰিলে—যাৰ পৰা তামৰ ফলিবিলাকেও হাত সাৰিব পৰা নাই। মূৰ্খ উত্তৰাধিকাৰীয়ে উৰুথা চালত সাঁচিপাত বা তালপাতৰ পুথিৰে সোপা দিয়াৰ উদাহৰণো দেখা যায়। কিন্তু দুই এজন পুথিপ্ৰেমীলোকৰ অনুগ্ৰহত যি কেইখন পুথিৰ দুই চাৰিটা নকলৰ সংৰক্ষণ ঘটিছে সিও মূল কবিজনৰ মূল পাঠৰ পৰা বহুখিনি আঁতৰি আহিছে। লিপিকাৰ বা নকলকাৰৰ অজ্ঞতাৰ ফলতো মূল পুথিৰ পাঠ পৰিৱৰ্তন হোৱা দেখা যায়। লিপিকাৰৰ নিজস্ব মনোভাৱেও কেতিয়াবা পুথিৰ পাতত ঠাই লয়। কেতিয়াবা আকৌ লিপিকাৰৰ অজানিতেও শব্দ বিকৃতি ঘটিব পাৰে। দুই এজন লিপিকাৰে মূল পাঠ ভুল বিবেচনা কৰি নিজৰ পাণ্ডিত্য খটুৱাই নতুন শব্দ-সংযোগ ঘটোৱাৰ উদাহৰণো বিৰল নহয়। গতিকে এনেস্থলত আধুনিক গৱেষণাৰ এই আকৰ্ষণীয় বিষয় পাঠ-সমীক্ষাৰ অতীব প্ৰয়োজনৰ কথা স্বাভাৱিকতে আমাৰ মনলৈ আহে আৰু এনে প্ৰয়োজনলৈ লক্ষ্য কৰিয়েই হয়তো মেধি ডাঙৰীয়াই এনে বিষয়ৰ চৰ্চা আৰু অধ্যয়নত বিশেষভাৱে মনোনিবেশ কৰিছিল। তেখেতে

১৯১৩ চনত সম্পাদনা কৰি প্ৰকাশ কৰা "প্ৰহ্লাদ-চৰিত্ৰ" আৰু ১৯৫০ চনত ছপাই উলিওৱা "অঙ্কাৱলী" এই বিষয়ৰ চৰ্চা আৰু গৱেষণাৰে প্ৰত্যক্ষ ফল। মেধিদেৱৰ পাছত অৱশ্যে অসমীয়া সাহিত্যৰ আন আন ভালে কেইজনো পণ্ডিতে পাঠ-সমীক্ষা-মূলক পদ্ধতিৰে পুৰণি অসমীয়া পুথি সম্পাদনা কৰি উলিওৱা দেখিবলৈ পোৱা গৈছে। সেই সকলৰ ভিতৰত ড° বাণীকান্ত কাকতি, ড° সূৰ্য্যকুমাৰ ভূঞা, শৰৎচন্দ্ৰ গোস্বামী ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° মহেশ্বৰ নেওগ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

মেধি ডাঙৰীয়াই সম্পাদনা কৰি প্ৰকাশ কৰা "প্ৰহ্লাদ-চৰিত্ৰ" অসমীয়া সাহিত্যৰ প্ৰাক্-শঙ্কৰী যুগৰ কবি হেম সৰস্বতীৰ ৰচনা আৰু 'অঙ্কাৱলী' শঙ্কৰদেৱ, মাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰ-বিৰচিত মধ্যযুগীয়া অসমীয়া সাহিত্যৰ অপূৰ্ব সম্পদ একৈছখন অঙ্কীয়া নাটৰ সঙ্কলন। 'প্ৰহ্লাদ-চৰিত্ৰ' সম্পাদনা কৰোঁতে তেখেতে সৰহ পুৰণি পুথিৰ সহায় লব পৰা নাছিল, মাত্ৰ দুখন সাঁচিপতীয়া পুথিহে পাইছিল। পাতনিত তেখেতে লিখিছে—"প্ৰহ্লাদ-চৰিত্ৰ পুথি আমি কেৱল দুখান দেখিছো—এখান বৰপেটাৰ মাননীয় শ্ৰীশ্ৰীনাৰায়ণচন্দ্ৰ দেৱমিশ্ৰ গোস্বামীৰ পৰা পোৱা আৰু আনখান ৰামদিয়াৰ পৰা পোৱা। বৰপেটাৰ খানত বহুত্‌ ভুল আছে; ইমান কি অনেক ঠাইত অৰ্থকে বুজিব নৰি। সেই দেখি ৰামদিয়াৰ পৰা পোৱা খানকে নকল কৰি ছাপাৰ নিমিত্তে পঠালো।" 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ তুলনাত 'অঙ্কাৱলী' সম্পাদন কৰোঁতে অৱশ্যে তেখেতে বেছি পুথিৰ সহায় লৈছে। ইয়াৰ একৈছখন নাটৰ বাবে আঠচল্লিছখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিৰ উপৰিও চাৰিখন ছপা পুথি আৰু বৰপেটা আৰু নগাঁওৰ উলুবাৰী সত্ৰৰ ডেকা অধিকাৰৰপৰা পোৱা ছখন নকল বহীৰো সহায় লৈছে। তথাপিও আজিৰ বিজ্ঞান-সম্মত বিচাৰ পদ্ধতিত মেধিৰ অঙ্কাৱলীৰ সম্পাদনাও যে সম্পূৰ্ণ নিৰ্ভুল নহ'ব সেইটো ধ্ৰুৱ। এই বিষয়ে আলোচনা কৰিবলৈ লোৱাৰ লোৱাৰ পূৰ্বে আধুনিক পাঠ-সমীক্ষাৰ বিভিন্ন প্ৰক্ৰিয়াসমূহৰ বিষয়েও কিছু আলোচনা কৰাৰ নিশ্চয় প্ৰয়োজন হ'ব।

আগতেই উল্লেখ কৰা হৈছে যে পাঠ-সমীক্ষা মূলতঃ পাশ্চাত্য পদ্ধতি। গ্ৰীক আৰু লেটিন সাহিত্যৰ প্ৰাচীন গ্ৰন্থৰাজিৰ পাঠ-নিৰ্ধাৰণ কৰোঁতে প্ৰথমে "Recentio"অৰ্থাৎ পাঠৰ পুনৰ্মূল্যায়ন আৰু Emendatio' অৰ্থাৎ পাঠ-সংশোধন এই ধ্ৰুপদী পদ্ধতিকেই প্ৰধানভাৱে সহায় হিচাপে লোৱা হৈছিল। থুলমূল ভাবে এই দুটা ভাগেৰেই text-critical study সম্পূৰ্ণ হয় যদিও ইয়াৰ আৰু দুটা বৰ্দ্ধিত ভাগ আছে; সেয়ে হৈছে—Heuristics বা পাঠ-আৱিষ্কাৰ আৰু

(ঘ) **Higher criticism** বা অধি-সমীক্ষা। এই চাৰিটা ভাগক এটা এটা **unit** বুলি কোৱা হয়।

পাঠ-সমীক্ষাৰ প্ৰথম প্ৰক্ৰিয়াটোৰ কাম হৈছে—সম্পাদকে **manuscripts** বা পুথিসমূহৰ পৰম্পৰাগত নিৰ্দিষ্ট ধাৰাত শ্ৰেণী-বিভাগ কৰা বা অন্তৰংগ মিলসমূহ উলিওৱা ; আৰু পাঠ-পুনমূ'ল্যায়ণ বা পাঠ-পুনৰনিৰ্মাণ প্ৰক্ৰিয়াটোৰ কাম হৈছে তাৰ ব্যাখ্যাদান। ইয়াৰ দ্বাৰা পুথিৰ লিখিত প্ৰমাণসমূহৰ ব্যাখ্যা কৰা হয় আৰু বিশেষ ৰীতি বা নিয়মৰ দ্বাৰা সম্ভাব্য প্ৰাচীন পুথিৰ আদিৰূপ নিৰূপিত কৰা হয়। প্ৰত্নতত্ত্বৰ ধাৰাৰ পৰা সাধাৰণতে এই ৰূপ নিৰ্ণয় কৰা হয়। পাঠ-সংশোধনৰ দ্বাৰা মূল লেখকজনে কি লেখিছিল তাক আৱিষ্কাৰ কৰা হয়। ইয়াৰ দ্বাৰা পুথিবোৰত ঠায়ে ঠায়ে আৱশ্যক অনুসৰি পদ বা শব্দ নাকচ কৰি—ব্যাকৰণ, ছন্দ, বাক্যৰীতি আদি ৰচনাৰ আদৰ্শৰ লগত কোনো ঠাইত অমিল হলে মূলত নাই বুলি ধৰিব পাৰি। গ্ৰন্থৰ আদি ৰূপ-নিৰ্ণয়ত সাক্ষ্যৰ উপৰিও কিছুমান **Testimonia** বা উপসাক্ষ্যয়ো পৰোক্ষভাৱে সহায় কৰে। এই উপসাক্ষ্যসমূহ হৈছে—উদ্ধৃতি, অনুবাদ, সাৰাংশ, পুৰণি টীকা-ভাষ্য আদি। এইবিলাক পাঠ সংশোধনৰ সহায়ক।

প্ৰাচীন গ্ৰন্থৰাজিত প্ৰায়েই প্ৰক্ষিপ্তপদ, শব্দাদি পোৱা যায়। সেইবোৰ ক'ৰ-পৰা আহিল, কেনেকৈ আহিল তাক নিৰ্ণয় কৰাই হৈছে **Higher criticism** বা অধি-সমীক্ষাৰ লক্ষ্য। মূল গ্ৰন্থকাৰে ব্যৱহাৰ কৰা আধাৰ-গ্ৰন্থ আদিৰ বিচাৰ-বিশ্লেষণ আৰু তাৰ লগতে সমীক্ষকৰ নিজা সিদ্ধান্ত-প্ৰকাশ—ইয়াৰ মূখ্য উদ্দেশ্য। এইখিনিতে অৱশ্যে উল্লেখ কৰিবলগীয়া যে পাঠ সমীক্ষাৰ ক্ষেত্ৰত ওপৰত উল্লেখ কৰা প্ৰক্ৰিয়াসমূহৰ প্ৰয়োগৰ উপৰিও বুৰঞ্জীৰ সম্যক জ্ঞানৰ বিশেষ প্ৰয়োজন। কালিৰাম মেধিদেৱে প্ৰহ্লাদ-চৰিত্ৰ সম্পাদনাৰ কামত গ্ৰেজিয়ৰ আৰু বাকাননৰ ৰিপোৰ্ট, গেইট চাহাবৰ "**History of Assam**", গুণাভিৰাম বৰুৱাৰ "আসাম বুৰঞ্জী", এম, এম, ঘোষৰ **A Brief Sketch of the Religious Beliefs of Assamese People**" আদি গ্ৰন্থৰ পাত ঘাটি কৰি হেম সৰস্বতীৰ সময় নিৰূপণৰ চেষ্টা কৰিছে : "এতিয়াক লাগি যি জনা গৈছে তাৰ ভিতৰত ডাক অসমৰ প্ৰথম আৰু হেম সৰস্বতী দ্বিতীয় কবি।"

'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিত মেধিদেৱে লেখিছে : "এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিস্তাও নাই, সাহো নাই। অৱশ্যে নকল কাৰকেযে মাজে ২ অশুদ্ধ বৰ্ণ-বিন্যাস দিছে এনে অনুমান কৰিবৰ বহুত কাৰণ আছে। তথাপি—দেৱতাই য'ত পাৱ দিব

সঙ্কুচিত হয়—তাত নৃশংসসবে বেগে প্ৰৱেশ কৰে (Fool rush in where angels fear to tread) কথা মই প্ৰমাণিত কৰিব খুখুজো।" তেখেতৰ এনে স্বীকাৰোক্তিৰ পৰাই এইটো স্পষ্ট হৈ পৰে যে 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ সম্পাদনাত পাঠ-সমীক্ষাৰ জটিল প্ৰক্ৰিয়াৰ ওচৰলৈকে তেখেতে যাবলৈকেই বিচৰা নাই। এইখনিৰ তুলনাত 'অঙ্কাৱলী'ত অৱশ্যে তেখেতৰ এই পদ্ধতিটোৰ ভালেখিনি পৰিৱৰ্তন ঘটিছে। ইয়াত সন্নিবিষ্ট সৰহখিনি নাটৰ বাবেই তেখেতে একাধিক পুথি সংগ্ৰহ কৰিছে। উদাহৰণস্বৰূপে, শঙ্কৰদেৱৰ "কালিদমন নাট"ৰ বাবে মেধিদেৱে সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিৰ তিনিটা পাঠ সংগ্ৰহ কৰি পুনৰ্নিৰ্মিত পাঠ আগবঢ়াইছে। অৱশ্যে বৰ্ণবিন্যাস তুলাপতীয়া পুথিখনিৰ মতেই ৰাখিছে; বাকী দুখনৰ পাঠান্তৰহে দিছে। সেইদৰে শঙ্কৰদেৱৰ "পত্নীপ্ৰসাদ নাট"ৰ তিনিখন নকল পুথি আৰু এখন সাঁচিপতীয়া পুথি, "কেলিগোপাল নাটক"ত চাৰিখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি ব্যৱহাৰ কৰিছে। "ৰুক্মিণীহৰণ নাট"ত তিনিখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি আৰু এখন নকল পুথি সংগ্ৰহ কৰি পাঠ-পুনৰ্নিৰ্মাণ কৰিছে। "পাৰিজাত হৰণ নাট"ত পাঁচখন সাঁচিপতীয়া পুথিৰ সহায় লৈছে।

সেইদৰে শ্ৰীশ্ৰীমাধৱদেৱৰ "অৰ্জ্জুনভঞ্জন যাত্ৰা"ত এখন সাঁচিপতীয়া, এখন তুলাপতীয়া পুথি আৰু দুখন নকল বহীৰ সহায় লৈছে। "চোৰধৰা", "ভূমিলুটিয়া", "পিম্পৰা গুচুৱা", "ভোজনবিহাৰ", "ব্ৰহ্মামোহন", "ৰাসঝুমুৰা", "ভূষণহৰণ", আৰু "কোটোৰা খেলোৱা" ঝুমুৰা কেইখনত মুঠ দহখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি, চাৰিখন নকল বহী আৰু তিনিখন ছপা পুথিৰ লগতে গীতসমূহৰ ক্ষেত্ৰত বৰগীতৰ সাঁচিপতীয়া পুথিৰ সহায় লৈছে।

গোপাল আতাৰ "জন্ম যাত্ৰা"ত চাৰিখন আৰু "বোকাযাত্ৰা"ৰ-পাঠ-সমীক্ষাত এখন নকল পুথি আৰু এখন ছপা পুথি ব্যৱহাৰ কৰিছে। "উদ্ধৱ-সংবাদ নাট"ত এখন পুথিৰ পৰাই পাঠ-পুনৰ্গঠনৰ কাম কৰিছে আৰু গীতসমূহ বৰগীতৰ সাঁচিপতীয়া পুথিৰ মতে ৰাখিছে।

ৰামচৰণ ঠাকুৰৰ "কংসবধ নাট"ত তিনিখন সাঁচিপতীয়া পুথি ব্যৱহাৰ কৰিছে। দ্বিজভূষণৰ "অজামিল উপাখ্যান নাট" এখন পুথিৰেই সম্পাদনা কৰিব লগীয়া হৈছে। দৈত্যাৰি ঠাকুৰৰ "নৃসিংহ যাত্ৰা"ত দুখন আৰু "স্যমন্ত হৰণ যাত্ৰা"ৰ কামত দুখন নকল পুথি সংগ্ৰহ কৰি সম্পাদনাৰ কাম কৰি উলিয়াইছে।

"অঙ্কাৱলী"ৰ আটাইখিনি নাট সম্পাদনাৰ ক্ষেত্ৰতে মেধিদেৱে নিৰ্ভৰযোগ্য যেন লগা পুথিখনিৰ পৰাই পাঠ আৰু বৰ্ণ-বিন্যাস গ্ৰহণ কৰিছে ; বাকীকেইখনৰ পাঠান্তৰ

হৈ দিছে। এই কথা তেখেতে পাদটীকাতো উল্লেখ কৰিছে। উদাহৰণ স্বৰূপে, পাৰিজাত হৰণ নাটৰ পাদটীকাত তেখেতে লেখিছে—"বৰ্ণ বিন্যাস আৰু সমুদায় পাঠ অলপো লৰচৰ নকৰাকৈ সাঁচিপতীয়া (ৰামদিয়াত প্ৰাপ্ত) পুথিৰ মতে দিয়া হৈছে।" বাকী নাটসমূহৰ ক্ষেত্ৰতো মেধি ডাঙৰীয়াই একে নীতিকেই গ্ৰহণ কৰিছে। অৱশ্যে এই ক্ষেত্ৰত তেখেতে বৰ্ণ বিন্যাস বা পাঠ-গ্ৰহণ কৰা পুথিখন যে বহু পৰিমাণে authentic বা বিশ্বাসযোগ্য সেই কথা যুক্তিৰে দাঙি ধৰিব লাগিছিল। কিন্তু মেধিদেৱে সেইখিনি কৰা নাই। কোনো এখন নকল পুথিক standard বা 'মান্য' বুলি ধৰি লৈ পাঠ গ্ৰহণ কৰিলেও সি collationৰ ভিতৰুৱা কামহে। মেধি ডাঙৰীয়াৰ অঙ্কাৱলীৰ কামযে এই পৰ্যায়তে থাকিগ'ল—তাক অস্বীকাৰ কৰিবৰ উপায় নাই। তদুপৰি পাঠ-সমীক্ষাৰ বাবে প্ৰয়োজনীয় বুলি বিবেচিত সংগৃহীত বিভিন্ন পুথিসমূহৰ পৰিচয়, পুথিসমূহৰ আকৃতি, পুথিৰ পাতৰ জোখ, পুথিৰ পাতত থকা শাৰী, শব্দৰ হিচাপ, আখৰৰ গঢ় আদিৰ বিৱৰণো মেধি ডাঙৰীয়াই দিয়া নাই, অথবা পুথিসমূহৰ শ্ৰেণী বিভাগৰো যত্ন কৰা নাই।

পাঠ-সমীক্ষাৰ আৰু কিছুমান প্ৰয়োজনীয় কাম আছে। প্ৰত্যেক পুথিৰে পৰিচয়ৰ উপৰিও লিখিকাৰ বা নকলকাৰৰ জ্ঞান, লিপিকাৰৰ সময়, তেওঁৰ দোষ-ত্ৰুটী, বানান, উফৰি যোৱা শব্দ, প্ৰক্ষিপ্ত শব্দ আদিৰ ব্যৱহাৰ আৰু বিশেষকৈ মূল কবিজনাৰ লেখাৰ ষ্টাইল বা ব্যাকৰণ, ছন্দ, কাব্য-ৰীতিৰ ক্ষেত্ৰত মানি লোৱা আদৰ্শৰ প্ৰকাশ—এনেবোৰ কথাৰ আলোচনা বিশেষ প্ৰয়োজনীয়। কিন্তু মেধি ডাঙৰীয়াৰ সম্পাদিত গ্ৰন্থ দুখনত এইবোৰৰ আলোচনা দূৰৰ কথা, সেইবোৰ প্ৰয়োজনীয় বুলি চিন্তা কৰাৰেই প্ৰমাণ পোৱা নাযায়।

গ্ৰন্থকাৰে প্ৰতিপাদ্য গ্ৰন্থৰ পাঠ-নিৰ্ণয় কৰোঁতে সাধাৰণতে দুটা সম্ভাৱনাৰ সহায় লব লাগে: অন্তৰংগ সম্ভাৱনা আৰু বহিৰংগ সম্ভাৱনা। মূল পুথিৰ পাঠ হুবহু-ভাৱে গ্ৰহণ, সন্দেহযুক্ত ভাৱে গ্ৰহণ আৰু সন্দেহযুক্তভাৱে বৰ্জন এইবোৰ উল্লেখিত সম্ভাৱনাৰ বিচাৰেৰে নিৰ্ণয় কৰিব নোৱাৰিলে বিচাৰ সাপেক্ষিক যুক্তিৰে পাঠ-নিৰ্ণয় কৰিবলগীয়া হয়। ইয়াৰ উপৰিও মূল কবিৰ ৰচনাৰ মূলভাৱ, ছন্দ, বাক্যৰীতি, ব্যাকৰণ আদিয়ে পাঠ-নিৰ্ণয়ত যথেষ্ট সহায় কৰে। পাঠ-সমীক্ষাৰ ক্ষেত্ৰত সাধাৰণতে সংশোধনী আৰু সংৰক্ষণী এই দুটা শ্ৰেণী লক্ষ্য কৰা যায়। কালিৰাম মেধিদেৱক কিন্তু এই দুটা শ্ৰেণীৰ কোনোটো শ্ৰেণীতেই ধৰিব নোৱাৰি।

এইদৰে আলোচনা কৰি দেখা যায় যে পাঠ-সমীক্ষাৰ বিভিন্ন প্ৰক্ৰিয়া আৰু নীতি-নিয়মৰ বিচাৰেৰে মেধিদেৱৰ 'প্ৰহ্লাদ-চৰিত্ৰ' আনকি 'অঙ্কাৱলী'ৰ সম্পাদনাতো

ভাগেখিনি ক্ৰটী বৈ গৈছে ; আৰু সমীক্ষিত কোনোখনি গ্ৰন্থই মূল লেখক সকলৰ লিখনিৰ ওচৰ চাপিছে বুলি আমি ক'ব নোৱাৰো। মেধি ডাঙৰীয়াৰ এই বিজ্ঞানসম্মত বিষয়টোৰ বিষয়ে নিজৰ ধাৰণা কিমান স্পষ্ট আছিল সেইটোও সন্দেহৰ বিষয়। তথাপিও আমাৰ পুৰণি অমূল্য সাহিত্যৰাজিৰ প্ৰতি নতুন ৰেখাপাত আৰু আধুনিক গৱেষণাৰ এই আকৰ্ষণীয় বিষয়টোৰ প্ৰতি আমাৰ এটা সমীক্ষাশীল দৃষ্টি আকৰ্ষণ কৰাৰ ক্ষেত্ৰত তেখেতৰ বৰঙণি যে যথেষ্ট তাত কোনো সন্দেহ নাই।

# মেধিৰ ৰচনাৰ জিলিঙনি

## শ্ৰীনবেন্দ্ৰনাথ শৰ্মা

কবি নাট্যকাৰ অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজাৰিকাদেৱে মেধি ডাঙৰীয়াৰ মৃত্যুত লিখিছিল : "কালিৰাম মেধি ডাঙৰীয়াৰ পৰলোকত অসমীয়া সাহিত্যৰ বৰ্তমান যুগৰ দুৰ্গৰথীয়া প্ৰাচীন পুৰুষসকলৰ সংখ্যা আৰু এজন কমিল।"

এই প্ৰাচীন পুৰুষসকল আছিল জোনাকী যুগৰ আৰু তাৰো আগৰ ৰথী-মহাৰথীসকল—গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা প্ৰভৃতি। সেইসকলৰ শাৰীৰে আছিল কালিৰাম মেধি ডাঙৰীয়া। অৱশ্যে জোনাকী যুগৰ সাহিত্যিক সকলৰ লগত মেধি ডাঙৰীয়াৰ নাম লোৱা সাধাৰণতে দেখা নাযায়। তাৰ কাৰণ বোধ হয় 'জোনাকী' 'বাঁহী' আৰু উষা'ত তেখেতৰ প্ৰবন্ধাদি বৰকৈ প্ৰকাশ নোহোৱাটো। তেখেতৰ সৰহভাগ প্ৰবন্ধ প্ৰকাশ হৈছিল 'আসাম বান্ধৱ'ত আৰু কিছু সংখ্যক হৈছিল 'আলোচনী', 'আৱাহন', 'জয়ন্তী' আদিত।

কিন্তু গুণাভিৰাম হেমচন্দ্ৰ বৰুৱা, বেজবৰুৱা, গোহাঞিবৰুৱা, আগৰৱালা, হেম গোস্বামী আদিয়ে যি চিন্তাধাৰা আৰু অনুপ্ৰেৰণাৰে তেখেতসকলৰ সাহিত্য সৃষ্টি কৰিছিল মেধি ডাঙৰীয়াকো সেই একে চিন্তাধাৰা আৰু অনুপ্ৰেৰণাই উদ্বুদ্ধ কৰিছিল। তেখেতসকলৰ আদৰ্শ আছিল অসমীয়া জাতিৰ পুনৰ্গঠন। সেই যুগটো আছিল বেপাৰ্শ্যাৰ যুগ, প্ৰসাৰৰ যুগ। সেই সময়ৰ লেখকসকলে অসমীয়া জাতিটোক সকলো পিনে সুসমৃদ্ধ কৰি তোলাৰ সংকল্প লৈ হাতত কাপ লৈছিল। বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাই ১৮৫৮ চনতে অৰুণোদই'ত লিখিছিল :

> "লোকসকলৰ মাজত সাধাৰণ জ্ঞান প্ৰচাৰ কৰিবৰ দুৱাৰ বিদ্যাই।...... অসমীয়া ভাষাৰ এতিয়া যেনে অৱস্থা তাক চাব লাগিলে আৰু ওপৰৰ নিয়মৰ প্ৰতি দৃষ্টি কৰিলে আমাৰ দেশ বৰ ভাল হবলৈ কিমান পলম আছে তাক জানিব পাৰিলে মনত বৰ বেয়া লাগে। এতেকে এই দেশৰ যি লোকসকলে দেশৰ উপকাৰ কৰোঁ বুলি কয়, সেইসকলে প্ৰথমে স্বদেশৰ ভাষাৰ প্ৰতি মনযোগ কৰোক। তাক নকৰি আন উপায়ৰ দ্বাৰাই উপকাৰ কৰোঁ বুলিলে তাৰ ফল সাধাৰণে আৰু সুফল নাপাব।"

এই ভাৱধাৰাৰ দ্বাৰা অনুপ্ৰাণিত হৈয়েই তেখেতসকলে অসমীয়া মানুহৰ মাজত জ্ঞান বিস্তাৰ কৰিবৰ কাৰণে সকলো ধৰণৰ কিতাপ, প্ৰবন্ধ আদি ৰচনা কৰি অসমীয়া ভাষাৰ ভঁৰাল চহকী কৰাৰ লগতে জাতিটোক টনকিয়াল কৰিবলৈকো অহোপুৰুষাৰ্থ কৰিছিল। গুণাভিৰাম বৰুৱাই 'আসাম বুৰঞ্জী' লিখি, হেম বৰুৱাই অভিধান, ব্যাকৰণ লিখি, বেজবৰুৱাই খুহটীয়া কথাৰপৰা আৰম্ভ কৰি গভীৰ তত্ত্বকথালৈকে সাহিত্যৰ সকলো দিশ সামৰি, গোহাঞি-বৰুৱাই বুৰঞ্জী, কাব্য, নাটক, উপন্যাস আদি ৰচনা কৰি, হেম গোসাঁয়ে অতীতৰ বুকুৰ মুকুতা বুটলি নানা ৰকমে জাতি গঠনৰ প্ৰতি বৰঙণি আগবঢ়াইছিল।

মেধি ডাঙৰীয়ায়ো সেই একেটা মহৎ উদ্দেশ্য আগত ৰাখিয়েই আজীৱন সাহিত্য সাধনাত ব্ৰতী হৈছিল। মেধি নিজে আছিল এজন বিজ্ঞানৰ ছাত্ৰ। কিন্তু অকল স্কুল-কলেজত বিজ্ঞান অধ্যয়ন কৰি বিশ্ববিদ্যালয়ৰ পৰীক্ষা শেষ হোৱাৰ লগে লগেই তেখেতে বিজ্ঞানৰ লগত সম্পৰ্ক ছিঙি দিয়া নাছিল। তেখেতৰ সকলো লেখা-পঢ়াৰ মাজতে স্পষ্টভাৱে ওলাই পৰিছিল এটা বৈজ্ঞানিক দৃষ্টিভংগী। বৈজ্ঞানিক বিশ্লেষণ-পদ্ধতিৰে তেখেতে সকলো কথা চালি-জাৰি চাইছিল। 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' তেখেতৰ এই বৈজ্ঞানিক বিশ্লেষণৰ উৎকৃষ্ট দৃষ্টান্ত। অকল সেইখন গ্ৰন্থতে নহয়, তেখেতে সম্পাদনা কৰা 'অঙ্কাৱলী', 'প্ৰহ্লাদ-চৰিত্ৰ' আদি গ্ৰন্থতো তেখেতে পাঠ-সমীক্ষা (text-critical study)ৰ বিজ্ঞানসম্মত পদ্ধতি অৱলম্বন কৰিবলৈ যত্ন কৰিছিল। তাৰ উপৰি বৈজ্ঞানিক দৃষ্টিভংগীৰ লগত খাপ-খোৱাকৈ ভাষা, সাহিত্য আৰু সমাজৰ সমস্যাৱলীৰ প্ৰতি তেখেতৰ দৃষ্টিভংগী আছিল বাস্তৱবাদী। ১৯১৯ চনত বৰপেটাত বহা অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ সভাপতিস্বৰূপে দিয়া তেখেতৰ ভাষণত তেখেতে কৈছিল :

> "যাৰ খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ নাই, তাৰ পক্ষে প্লেট'ৰ ইউটো-পিয়াৰদৰে আৰু কাল্পনিক ৰাজ্য আৰু কাল্পনিক আদৰ্শ কিয়? কিন্তু আমি সেইটো ভবা নাই। আমি অন্ধ হৈ কাল্পনিক আদৰ্শ আগত লৈ, পাশ্চাত্য শিক্ষাৰ অনুকৰণত নতুন জগত গঢ়িবলৈ বাঞ্ছা কৰিছোঁ।·
>
> হৰিশ্চন্দ্ৰ, পাৰ্থপৰাজয়, মেঘনাদ বধ আদি নাট লৈ আৰু কিমান দিন থাকিম? হৰিশ্চন্দ্ৰ এজন চক্ৰবৰ্ত্তী ৰজা আছিল আৰু তেওঁ পৃথিৱী দান কৰিছিল। আমি খাবলৈ ভাত নাপাওঁ। আমাক এনে দানৰ আদৰ্শ কিয়? আমি বাহিৰত সত্যৰ আদৰ কৰোঁ আৰু ভিতৰত মিছাত প্ৰবৰ্ত্তো।

আমাক বৃহৎ আদৰ্শ নেলাগে। আমি বংশ-পৰিয়ালক বিপদৰ কালতো ফিৰি নাচাওঁ। স্বজাতিক হিংসা কৰোঁ। আমাক ইমান উচ্চ আদৰ্শ কিয় ? সেইদৰে আমি জাহাজৰ খালাচীৰ দাবিত কোঁচ খাওঁ। ৰেলৰ গাৰ্ডৰ গালি নীৰৱে সহ্য কৰোঁ। আমাক মেঘনাদৰ বীৰত্বৰ আদৰ্শ কেলৈ ?"

অসমীয়া সাহিত্যৰ চিন্তাগধুৰ প্ৰবন্ধলৈ মেধি ডাঙৰীয়াৰ বৰঙণি লেখত লবলগীয়া। ইংৰাজী সাহিত্যৰ Self help, Character, Thrift আদিৰ লেখক ছেমুৱেল স্মাইলছৰ দৰে তেখেতৰ 'পৰিশ্ৰমৰ সন্মান', 'তপ', 'গৌৰৱ' 'কুসংস্কাৰ' আদি বহুমূলীয়া প্ৰবন্ধ। তেখেতৰ গোটেইবোৰ ৰচনাৰ চিনাকি এই ক্ষুদ্ৰ প্ৰবন্ধত দিয়াটো সম্ভৱ নহয়। তাৰ উপৰি সকলোখিনি প্ৰবন্ধ পাবলৈও নাই। শতবাৰ্ষিকী হৈ যোৱাৰ পাছত হয়তো পোৱা যাব। গতিকে হাতে ঢুকি পোৱা দুই এটি প্ৰবন্ধৰ বিষয়ে মাত্ৰ ইয়াত উনুকিয়াব খুজিছোঁ। সৰল ভাষা আৰু প্ৰবল যুক্তি এই প্ৰবন্ধসমূহৰ বৈশিষ্ট্য। প্ৰবচন ( apporism ) ধৰ্মী চুটি চুটি বাক্যই পঢ়ুৱৈৰ মস্তিষ্কত চিন্তাৰ ঢৌ তুলি যায়।

"সংসাৰ এখন কৰ্মক্ষেত্ৰ আৰু জীৱন কৰ্মময়।··· অলসৰ ধন আৰু ক্ষমতা পানী হয় আৰু পৰিশ্ৰমীৰ ঘামৰপৰা ক্ষমতা আৰু গৌৰৱ উপজে। ৰোমৰাজ্য আৰু মোগল পৰাক্ৰম আলস্যৰপৰা ছাৰখাৰ হ'ল, ভাৰতৰ অধোগতিও আলস্যৰপৰা হ'ল।" ( প. স. )

মেধি ডাঙৰীয়াৰ বক্তব্য উপস্থাপনৰ ৰীতি আছিল সদায় সৰল আৰু পোনপটীয়া :

"আমি শ্ৰমজীৱিত কৰি ভিক্ষাজীৱীক বেচি মৰম কৰোঁ। ভিক্ষাজীৱী কৰ্মক্ষম হওক বা নহওক তাৰ ফালে চকু নিদিও ; তাক ভিক্ষা দিব পাৰিলেই কৃতাৰ্থ মানো··· কিন্তু সি যে মোৰ দৰে কৰ্মক্ষম বা মোৰ পৰা পইচা নিয়েই শৌণ্ডিজ্ঞালয়ত থই আহিব পাৰে, তাক নাভাবো। বিশেষ কৰি সিহঁতক যে অলস হবলৈ শিথাও তাক ভাবিবৰ আমাৰ সময় নহয়।" ( প. স. )

প্ৰবন্ধসমূহত যুক্তিৰ অৱতাৰণা কৰিবৰ কাৰণে তেখেতে নানা গ্ৰন্থাদিৰপৰা মত আৰু দৃষ্টান্ত আনি দাঙি ধৰিছিল। ইয়াৰ বাবে তেখেতে পৰ্যাপ্ত পৰিমাণে গীতা, বেদ আদি প্ৰামাণ্য গ্ৰন্থৰ আশ্ৰয় লৈছিল :

"গীতাত ভগৱন্তে কইছে 'গুণ কৰ্মবিভাগে চাৰিও জাতিক মই স্ৰজিছোঁ।' এতিয়া গুণ কৰ্মবিভাগ নাই, আছে অস্বাভাৱিক জাতিভেদ। এই

জাতিভেদৰ ইমান দুৰ্গতি ঘটিছে যে সমাজৰ অতি উপকাৰী জাতিসৰক আৰু তেওঁলোকৰ কামক আমি ঘৃণা কৰিব শিখিছো।"

আকৌ :

"এই ঘৃণা আগে আছিল নে? অথৰ্ববেদত কৃষিৰ প্ৰশংসা এইদৰে আছে : 'নানা বীৰ্যা ওষধীৰ্যা বিভৰ্তি পৃথিবী নঃ প্ৰথতাং ৰাধ্যতাং নঃ" ইত্যাদি।

বুৰঞ্জীৰ পৰাও তেখেতে সমল আহৰণ কৰি যুক্তিৰ বল বঢ়াইছে :

"মধ্যযুগ বা বৌদ্ধযুগতো পোৱা যায় যে সকলো বলেই আদৰ সন্মান পাইছিল। জাতিৰ সালসলনি ঘটিলেও ব্যৱসায়ৰ পৰা তেতিয়াও তেনে পৰিবৰ্ত্তন নহইছিল। নকলো জাতৰ মানুহে যেই সেই কাম কৰিব পাৰিছিল।" (প. স.)

জাতকসমূহৰপৰা উদাহৰণ দি তেখেতে এই যুক্তি প্ৰতিপন্ন কৰিছে। তাৰ উপৰি, ৰোমৰ ডিক্টেটৰ চিন্ চিনাটী যে কেৱল এজন খেতিয়কহে আছিল আৰু যুদ্ধজয়ৰ পিছত তেওঁ নিজৰ পুৰণি খেতিৰ মাটিডৰালৈ উভতি গৈছিল—এই উদাহৰণেৰে পুৰণি ৰোমত পৰিশ্ৰমৰ সন্মান কেনেকুৱা আছিল তালৈ আঙুলিয়াই দিছে। আমেৰিকা, ইংলণ্ড, জাপান আদিৰ উদাহৰণ দি তেখেতে লিখিছে :

"বেঞ্জামিন ফ্ৰেঙ্কলিনে ডাঙৰ মানুহ হইও ছাপাখানাত সামান্য কাম কৰিব ঘৃণা নকৰিছিল। বিলাতত লৰ্ডৰ লৰাইও সামান্য চিপাহীৰ লগত কাম শিক্ষা কৰিব লাগে। এজন জাপানী প্ৰবাসী বন্ধুৰ মুখত শুনিছিলো— জাপানৰ গাওঁত ৰোলে নিজ নিজ ঘৰৰ মল্লা কাকো পেলাব দিয়া নহয়। ৰাতিপুৱাতে ঘৰৰ একজনে মল্লাৰ বাল্টি মূৰত কৰি নি ভুঁইৰ সাৰ ৰূপে দেই। এই কামত কোনেও লাজ নকৰে। আমাৰ দেশত ই সম্ভৱনে?" (প. স,)

পৰিশ্ৰমৰ প্ৰতি আমাৰ তাচ্ছিল্যপূৰ্ণ মনোভাবৰ কটু সমালোচনা কৰি তেখেতে লিখিছিল :

"আমাৰ মান আলাহত, আমাৰ গৌৰৱ বংশত আৰু আমাৰ মৰ্য্যাদা জাতিত। আমি পৰিশ্ৰমীক ঘিণাও; ক্ষুদ্ৰ বংশক তাচ্ছিল্য কৰো আৰু নীচজাতক দূৰ্ দূৰ্ কৰো। কিন্তু সভ্য দেশত কামৰহে মান, বংশ বা

জাতৰ নহয়। বাষ্পীয় কল আবিষ্কৰ্ত্তা ওৱাট্ কয়লাৰ খনিত কাম কৰা কুলী বুলি কোনোবাই ঘৃণা কৰেনে?"

ওপৰৰ আলোচনা প্ৰধানকৈ 'পৰিশ্ৰমৰ সন্মান' প্ৰবন্ধৰ সম্পৰ্কে। ইয়াৰ বাহিৰেও 'ভেম' 'গৌৰৱ' 'তপ' আদি ৰচনাসমূহত মেধি ডাঙৰীয়াৰ মনস্তাত্বিক বিশ্লেষণ মন কৰিব লগীয়া। ভেমৰ বিশ্লেষণ কৰি তেখেতে লিখিছে :

"ভেমত ফুটানি নাই। ফুটানিৰ বৰ কথা ভেমত নাই আৰু গপৰ কামো ভেমত নাই। গপৰ কাম মোটা, ভেমৰ মিহি। গপত ভাগৰ আছে, ভেমত বিশ্ৰাম আছে। তুলনাত গপ কৰ্ম্মী; ভেম বিলাসী। গপত ধুন পেচ নাই, ভেমত বেশ বিন্যাস আৰু লাহ আছে।"

'তপ' আৰু আন আন প্ৰবন্ধও সেইদৰে গভীৰ মনস্তাত্বিক বিশ্লেষণেৰে সমৃদ্ধ।

ওপৰৰ আলোচনা আৰু সেই সন্দৰ্ভত দিয়া সামান্য উদ্ধৃতিৰ পৰা মেধি ডাঙৰীয়াৰ নানা শাস্ত্ৰ, বুৰঞ্জী আদি বিবিধ গ্ৰন্থৰ বহল অধ্যয়নৰ চিনাকি পোৱা যায়। মেধি, সত্যনাথ বৰা আদি সেই সময়ৰ লেখকসকলে মানসিক উৎকৰ্ষ সাধনৰ বাবে লিখা ৰচনা আজি হয়তো অচল। আজিকালি চিন্তা গধুৰ প্ৰবন্ধ বুলিলে আমি ৰাজনৈতিক বা সাহিত্য সমালোচনামূলক প্ৰবন্ধহে বুজো; জাতীয় বা ব্যক্তিগত চাৰিত্ৰিক উন্নতিৰ বিষয়ে লিখা প্ৰবন্ধৰ সংখ্যা কম। যিয়েই নহওক লাগিলে, গধুৰ প্ৰবন্ধ লিখিবৰ হলে মেধি ডাঙৰীয়াৰ দৰে তত্ত্বসন্ধানী চিন্তা আৰু বহল অধ্যয়নৰ আৱশ্যক সদায়েই হ'ব।

# মেধিৰ ৰচনা-ৰীতি

## শ্ৰীযোগেশ দাস

কালিৰাম মেধি বিজ্ঞানৰ ছাত্ৰ আছিল; 'আসাম বান্ধব' আলোচনীত হেলীৰ ধূমকেতু সম্বন্ধে লিখা দীঘলীয়া প্ৰবন্ধত তেওঁৰ বিজ্ঞান-বিষয়ক জ্ঞানৰ সম্যক পৰিচয় আছে। কিন্তু আনহাতে পিছলৈ পুৰণি অসমীয়া সাহিত্য, ব্যাকৰণ-ভাষাতত্ত্ব, প্ৰত্নতত্ত্ব আদি বিষয়ৰ চৰ্চাতেই বেছিকৈ মনোনিবেশ কৰে; এই প্ৰসঙ্গত তেওঁ একপ্ৰকাৰে বাটকটীয়া হৈ হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত্ৰ' কাব্যখন সম্পাদন কৰাৰ কথা প্ৰথমেই উল্লেখ কৰিব লাগিব; পৰৱৰ্তী স্তৰত তেওঁ অশেষ কষ্ট স্বীকাৰ কৰি সুবৃহৎ 'অঙ্কাৱলী' সুসম্পাদন কৰি উলিয়ায় আৰু আনখন সুবৃহৎ গ্ৰন্থ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' ৰচনা কৰে। এই বিলাক ৰচনাৰ মাজত যে কালিৰাম মেধিৰ যুক্তিনিষ্ঠ, বিজ্ঞান চৰ্চাসুলভ দৃষ্টিভংগী প্ৰকটিত হ'ব সেইটো বোধ হয় স্বাভাৱিক কথা। দৰাচলতে তেওঁ বিনা যুক্তিৰে কোনো কথাকে লিখিবলৈ লোৱা নাছিল। ১৯১৩ চনত সম্পাদন কৰা 'প্ৰহ্লাদ-চৰিত্ৰ'ত কমতামণ্ডলৰ স্থান আৰু কাল-নিৰ্ণয় কৰিবলৈ তেওঁ বিস্তৃত তথ্য-পাতি দাঙি ধৰালৈ চালেই সেই কথা ধৰিব পাৰি। তেওঁৰ অধ্যয়নো যে বিস্তাৰিত আছিল সেই কথা সকলোৱে জানে আৰু ৰচনাৱলীৰ মাজতো তাৰ ভুৰি ভুৰি প্ৰমাণ আছে। তেওঁৰ বহু পঠিত 'গৌৰৱ' ৰচনাখনত দেখা যায় যে তেওঁ কোনো সাধাৰণীকৃত বিবৃতি দিয়াৰ পিছতে তাৰ সমৰ্থনত অসংখ্য উদাহৰণ দেশ-বিদেশৰ সাহিত্যৰপৰা দাঙি ধৰিছে। উদাহৰণেৰে যুক্তি সবল কৰাৰ পদ্ধতি তেওঁ অৱলম্বন কৰিছিল, আৰু ইমানবিলাক উদাহৰণ একোটা বিষয়ৰ ওপৰতে দাঙি ধৰিছিল যে তেওঁৰ অধ্যয়ন বিস্তৃত হোৱাৰ উপৰি বিচিত্ৰও আছিল বুলি অনুমান কৰিব পাৰি। ড° বাণীকান্ত কাকতিৰ ৰচনাৰাজিতো এনে বিস্তৃত অধ্যয়নৰ পৰিচয় আছে।

কালিৰাম মেধিৰ গদ্য ৰচনাৰ ৰীতিটো কেনে আছিল সেই কথা আলোচনা কৰাৰ আগতে ৰীতি বা 'ষ্টাইল' সম্বন্ধেই স্পষ্ট হৈ লোৱা ভাল হ'ব। প্ৰাচীন লেটিন ভাষাত 'ষ্টাইলাছ' শব্দটোৱে লিখাৰ পদ্ধতিক বুজাইছিল। পিছলৈ সেয়ে গৈ কথা কোৱাৰ বা লিখি প্ৰকাশ কৰাৰ ভংগীক বুজোৱা হ'ল। এফ.এল.

লুকাছ-এ তেওঁৰ 'ষ্টাইল' গ্ৰন্থত লিখিছে যে হেমুৱেল বাটলাৰ, হেজলিট্, ছাথে আদি লিখকসকলে যদিও 'ষ্টাইল' কথাষাৰৰ ওপৰত কোনো গুৰুত্ব দিব নুখুজিছিল, বক্তব্য বিষয়কে তেওঁলোকে শেষ কথা বুলি ধৰিছিল, তথাপি আজিকালি 'ভালকৈ প্ৰকাশ কৰা' অৰ্থত এই শব্দটো ক্ৰমাৎ বেছিকৈ ব্যৱহৃত হ'ব ধৰিছে ; স্পষ্টতা, অনুভূতিপ্ৰৱণতা, পঢ়িলে আমোদ পোৱা আদিক আজিকালি ভাল 'ষ্টাইল' বুলি গণ্য কৰা হৈছে। ফ্ৰান্সিচ বেকনৰ ৰচনা-বিলাকক 'সাধাৰণ জীৱন-যাত্ৰাৰ দিক্‌নিৰ্ণয়ক আৰু উপদেশমূলক সাংসাৰিক জ্ঞানেৰে পৰিপূৰ্ণ' আখ্যা দিয়া হয় ; এই বিলাকৰ জ্ঞান গৰ্ভতাৰ কাৰণে প্ৰাচীন তিৰু কুৰল আৰু ডাকৰ বচনবিলাকৰ লগত তুলনা কৰিব পাৰি ; চুৰুক ৰূপত প্ৰকাশ কৰা কাৰণেই বেকনৰ ৰচনা সুখপাঠ্য হৈছে। কালিৰাম মেধিক অৱশ্যে বেকনৰ সৈতে তুলনা কৰিব নোৱাৰি, পাৰি সত্যনাথ বৰাকহে। তথাপি মেধিয়ে স্পষ্ট ভাষাৰে 'গৌৰৱ' ৰচনাখনিত চুটি চুটি বাক্য লগাই যিবোৰ উদাহৰণ দিছে সেইবোৰে তৎক্ষণাৎ পাঠকৰ মন আকৰ্ষণ কৰি পেলায় ঃ

"গৌৰৱ তিনি ঠাইৰ পৰা উৎপন্ন হয় ; সৌভাগ্য, শৰীৰ আৰু মন। সৌভাগ্যৰ পৰা জন্ম, ধন আৰু মান আহে। নিধিৰাম বৰুৱাৰ পুতেক গৰু-চোৰ হলেও ভূঞা-পোৱালি ; ক'লামণি দাস বিদ্যাভূষণ হলেও সামান্য মানুহ। বৰুৱাৰ লৰাই আগ-মালা আৰু আগ-ঠগি পোৱাৰ নিয়ম সামাজিক আইনত বন্ধা আছে। ক'লামণি হাজাৰ হওক সাধাৰণ মানুহৰ লৰা ; তেওঁ মালা আৰু ঠগি পাছে পাব। উপৰি পুৰুষসকলে এই নিয়ম কৰি থৈ গৈছে। ইয়াক উলঙ্ঘন কৰিব নোৱাৰি। উদাহৰণ লাগিলে মহাভাৰতৰ কৰ্ণক চোৱাঁ। কৰ্ণৰ জন্ম পাণ্ডৱৰ নিচিনা নাছিলনে ? তথাপি কৰ্ণক মানুহে ঠাট্টা কৰিছিল। কিয় ? ভাগ্য !" এনে সমাজ-ব্যৱস্থা আজি হয়তো মানি লব পৰা নহ'ব। কিন্তু লিখকে ইয়াত যুক্তিৰ বলহে বৃদ্ধি কৰিবলৈ গৈছে। তথাপি এটা শ্লেষৰ সুৰ উঠিছে যেন লাগে। প্ৰসঙ্গতঃ উল্লেখ কৰি যোৱা ভাল হ'ব যে মেধিয়ে যুক্তিৰ বল বঢ়াবলৈ এনেকৈ বহু উদাহৰণ দাঙি ধৰিছিল—ৰূপৰ গৰয়ে অথন্তৰ সৃষ্টি কৰাৰ কথা ক'বলৈ গৈ হৰমোহন, ৰাম-ৰাৱণ আৰু গ্ৰীক-ট্ৰ'জান যুদ্ধ, ডাণ্টেৰ ডিভাইন কমেডী, হিৰো-লিণ্ডোয়ৰ আদিৰ প্ৰসঙ্গ আনিছে ; মানসিক বৃত্তিৰ উৎকৰ্ষ সাধন-জনিত গৌৰৱৰ সম্পৰ্কত কুবেৰৰ ধনৰ বিপৰীতে মহাদেৱৰ ভিক্ষাৰ ভোলোঙা, দুৰ্যোধনৰ ঐশ্বৰ্যৰ বিপৰীতে বিদুৰৰ খুদ-চাউল, জন্মান্ত

নীচ বেদব্যাসৰ মানসিক বল, "কুশ্ৰী হক্ৰেটিছৰ জ্ঞান আৰু জল-ভৰত কালিদাসৰ কবিতাই তেওঁলোকক সংসাৰত সুন্দৰ" কৰাৰ কথা কৈছে।

ওপৰৰ গোটেইখিনি কথা কোৱাৰ মূৰত ক'ব লগা হয় যে কালিৰাম মেধিয়ে সাধাৰণতে বাটলাৰ, হেজলিট্ আদিৰ নিচিনাকৈয়ে এটা পৰিশুদ্ধ, উন্নত ৰীতি উদ্ভাৱনৰ পিনে বিশেষ মন দিয়া নাছিল। ওপৰত তুলি দিয়া উদ্ধৃতিটোৰ দৰেই তেওঁৰ প্ৰায় গদ্য ৰচনাতে আলোচ্য বিষয়ে আপোনা-আপুনি এটা যুক্তিসিদ্ধ স্পষ্ট ৰূপ পৰিগ্ৰহণ কৰিছিল। তেওঁৰ বিজ্ঞান-বিষয়ক প্ৰবন্ধপাতিতো একে পদ্ধতিকে অৱলম্বন কৰিছিল। ইয়াত কোনো অনুভূতি সৃষ্টিৰ চেষ্টা নাই। নেজাল তৰা সম্বন্ধে পূৰণি কথা আছে, কিন্তু তাৰ দ্বাৰা ৰস সঞ্চাৰ কৰা হোৱা নাই।

কালিৰাম মেধি কামৰূপ জিলাৰ বামদিয়া অঞ্চলৰ লোক। তেওঁৰ বাল্যকাল বামদিয়া গাওঁতেই অতিবাহিত হৈছিল, আৰু শেষ জীৱন গুৱাহাটী চহৰত ঘৰ-বাৰী কৰি কটাইছিল যদিও গাঁৱৰ সমাজখনৰ সৈতে নিৰৱচ্ছিন্ন যোগাযোগ ৰক্ষা কৰিছিল। কামৰূপী কথ্য-ভংগী প্ৰথমে তেওঁ আধুনিক অসমীয়া সাহিত্যত প্ৰয়োগ কৰিবলৈ লোৱা দেখা যায়। পিছলৈ অৱশ্যে এই ভংগীৰ প্ৰয়োগ তেওঁ এৰি পেলায় আৰু ক্ৰমাৎ সুস্থিৰ হৈ আহিব ধৰা আধুনিক অসমীয়া সাহিত্যৰ গদ্য-ভংগীত লিখিবলৈ ধৰে। 'মাহিলি আলোচনী', 'আসাম বান্ধৱ'তো তেওঁৰ কামৰূপী কথ্য-ভংগী ব্যৱহৃত হোৱা দেখা যায়। সম্ভৱতঃ সেই সময়ত বিভিন্ন ভংগীৰ পৰীক্ষা-নিৰীক্ষা হবলৈও দিয়া হৈছিল। কিয়নো সেই আলোচনী খনিত তেনে ধৰণৰ অন্যান্য প্ৰবন্ধ-পাতিও প্ৰকাশিত হৈছিল। মেধিৰ এই ভংগীৰ কিছুমান উদাহৰণ তুলি দিয়া হ'ল: (১) 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিৰ পৰা—"অতীত আন্ধাৰত আসাম আকাশত যিসকল তাৰা ফুটিছিল হেম সৰস্বতী সেই সকলৰ ভিতৰত পুৰণী তোটা। ...এওঁৰ পাছতে নাৰায়ণ দেৱ, দুৰ্গাবৰ, মাধৱ কন্দলি আদি গ্ৰহৰ উজ্জ্বল আলো পোৱা হইছিল। ...যোগিনী তন্ত্ৰত তাৰ পাছৰ কেইজনমান ৰজাৰো নাম পোৱা যায়। ...বাকাননে ব্ৰহ্মপুত্ৰৰ পাৰত আলিপুৰৰ পূবে ওৱাৰিত ধৰ্ম্মপালৰ পৰৱৰ্ত্তী গোপীচন্দ্ৰ ৰাজাৰ ৰাজধানীৰ ভগ্নাৱশেষ দেখিব পাইছিল।...এই পুৰাতন নগৰখিলাৰ লক্ষণ একে—গড়ৰ ভিতৰত গড়, প্ৰাচীৰৰ ভিতৰত প্ৰাচীৰ, সম মাজত ৰজাৰ হাউলি।...তেওঁ কমতাপুৰৰ পৰা ঘোড়াঘাটক লাগি এটা বৰ সুন্দৰ আলি কৰাইছিল। ...মন্ত্ৰী

প্ৰতিশোধ লবৰ মনে গৌড়-দেশক যাই মুছলমানৰ দ্বাৰা ৰংপুৰ আক্ৰমণ কৰালে। ...মুছলমান সেনাপতি আৰু এই দেশ লব নৰে বুলি জনাই সন্ধি স্থাপনৰ প্ৰস্তাব কৰিলে... ।...কিন্তু গৌড়ক লাগি নেওঁতে বাটৰ পৰা তেওঁ পলাই গ'ল ।...হীড়া এটা মেচৰ লগত বিয়া বহিছিল ; তেওঁৰ পুত্ৰ বিশু ।..." (২) 'ইন্দ্ৰপাল ৰজাৰ গোহাটী তামৰ ফলি' প্ৰবন্ধৰ পৰা ( 'আসাম বান্ধৱ' ১৩১৮)—"ফলিৰ বিন্ধাই দি এটা আঙঠি সুমাই তিনিও খানক একে লগে গাঠা আছিল আৰু তাৰ লগতে ৰজাৰ মোহৰ এটাও বান্ধা আছিল ।...পৰশুৰামৰ কুঠাৰ ধোওঁতে তেজেৰে ৰঙা পেঁক হই গইছিল।...তোমাৰো কলি পাপ ই মুচি ফেলাওক।...শৰৰ পাল নামে উচ্চাভিলাষ শূণ্য, দ্বিজন্মা আৰু মানসিৰয ভিতৰত শ্ৰেষ্ঠ এটি পুত্ৰক আছিল...উত্তৰ-পশ্চিম কোণাত স্বল্পদ্যতি কৈৱৰ্ত্তসবৰ দীঘল ডাগৰি আৰু উক্ত মাটিৰ সীমাৰ ভূঁইৰ আলি আৰু বাঁহ তিনি ছোপ।...কিন্তু তেওঁৰ যুক্তি আমি ভাল কৰি বুজিব পৰা নাই।" ( উদ্ধৃত কথাংশৰ সৰহভাগ উক্ত ফলিকেইখনৰ মেধিয়ে কৰা অসমীয়া ভাঙনি )।

এই দুটা উদ্ধৃতিৰ পৰা পাঠকে ধৰিব পাৰিব যে কালিৰাম মেধিয়ে সৰ্বজনগ্ৰাহ্য তেতিয়াৰ আধুনিক অসমীয়া গদ্যতে লিখিছিল, মাত্ৰ শব্দ, প্ৰকাশভংগী ভালে-খিনিতে কামৰূপৰ কথ্য-ভাষা প্ৰয়োগ কৰিছিল। কিন্তু পিছলৈ এনে প্ৰয়োগ ক্ৰমে নোহোৱা হৈ আহে। উক্ত 'গৌৰৱ' ৰচনাখনিৰ উপৰি ১৯১৯ চনত অসম সাহিত্য সভাৰ তৃতীয় বৰপেটা অধিবেশনৰ সভাপতি ৰূপে দিয়া অভিভাষণত এই পৰিবৰ্তন দেখিবলৈ পোৱা যায়। নাতিদীৰ্ঘ অভিভাষণখন প্ৰাঞ্জল, স্পষ্ট ভাষাৰ কাৰণে সমৃদ্ধ। তাত গ্ৰহণৰ অনুপযোগী বিবেচিত হ'ব পৰা মাত্ৰ দুটাহে শব্দ আমি পালে"।—পৌছিল আৰু ছুটিল। কিন্তু আজিৰ দিনতো যি পৰিমাণেহে বঙলুৱা শব্দ ব্যৱহৃত হৈ থকা দেখা যায় তালৈ চাই সেই দুটাও ধৰিব লগীয়া নহয়। মেধিৰ ভাষাৰ প্ৰাঞ্জলতা, অধ্যয়ন পুষ্টতা, ভাৰতীয় দাৰ্শনিক ভাৱধাৰাৰ সৈতে তেওঁৰ নিবিড় পৰিচয় ভাষণৰ বহু ঠাইতে ফুটি উঠিছে :

"প্ৰাঞ্জল আৰু সাৰ্ব্বজনীন পুৰণি অসমীয়া ভাষা জানিব খোজা, নামঘোষা পঢ়া। সেইদৰে ঈশ্বৰবাদ আৰু ষড়দৰ্শনৰ আস্বাদ লব খোজা, ভট্টদেৱৰ কথা গীতা পঢ়া। আৰু বৈষ্ণৱ ধৰ্মৰ সাৰ বিচাৰা, শঙ্কৰদেৱৰ কীৰ্ত্তন-দশম আৰু ভট্টদেৱৰ কথা-ভাগৱত পঢ়া। সংস্কৃত পঢ়িবৰ আৱশ্যক নাই, পণ্ডিত হ'ব নালাগে, দুৰলৈ যাবৰ সকাম নাই, কোনো আয়াসৰ কথা নাই, দুৱৈৰ গঙ্গা হাতভে পাবা, নিজৰ ভাষাৰে ধৰ্ম শিকিবা আৰু নিজ ভাষাৰ সাহিত্যৰ সোৱাদ বুজিবা।"

ভাষণখনত কালিৰাম মেধিৰ আধুনিক দৃষ্টিভংগী দেখিলে আজিও অবাক হ'ব লাগে। জাতীয় জীৱন আৰু জাতীয় সাহিত্যক গঢ় দি তুলিবলৈ তেওঁ বহু উপায় নির্দেশ কৰিছিল; নাটক আৰু উপন্যাসৰ বিশেষ উপযোগিতাত গুৰুত্ব আৰোপ কৰিছিল; পুৰণি সাহিত্য উদ্ধাৰ আৰু সংৰক্ষণ কৰিবলৈ উপদেশ দিলেও বর্তমানৰ পৰিপ্ৰেক্ষিতত সিবিলাকৰ পুনঃপ্ৰচলন সম্ভৱ নহয় বুলি মন্তব্য প্ৰকাশ কৰিছিল। শঙ্কৰদেৱৰ দৰে, পুষ্কিনৰ দৰে, ভল্টেয়াৰৰ দৰে সৰ্বসাধাৰণক স্পৰ্শ কৰি লোৱাকৈ, লিও টলষ্টয়ৰ দৰে জনগণক আলোড়িত কৰিব পৰা সাহিত্য সৃষ্টি কৰিবলৈ আহ্বান জনাইছিল। আধুনিক অসমীয়া ভাষা কেনে হোৱা উচিত সেই সম্বন্ধে তেওঁৰ উপলব্ধি তলৰ অভিমতখিনিয়ে প্ৰকাশ কৰিছে ঃ

"ভাষা গ্ৰহণৰ কথা কওঁতে যেন কোনেও চক নাখায়। য'তে ত'তে যেই সেই আকাৰে চলিত থকা কথাৰ আমদানিৰ কথা আমি কোৱা নাই। একোটা শব্দৰ তিনি চাৰি আকৃতি লোৱাৰ পক্ষপাতী আমি নহওঁ। যি শব্দ যি আকাৰে বেছি ভাগ মানুহে কথা কয় আৰু বুজিপায় তাক সেই আকাৰে ৰখাই বাঞ্ছনীয়।...একেটা শব্দই নানা ঠাইত ন'না গঢ় লয়। তেনে শব্দৰ পৰাপক্ষত একেটা আকৃতি সাহিত্যত ঠাই দিব লাগে। কেবাটাও আকৃতি হলে ভাষা লিখাত বেমেজালি হয়। কিন্তু সেই বুলি দুটা আকৃতি দিলে বা সাহিত্যত প্ৰচলিত আকৃতি এটা এৰি আন চলিত আকৃতি সুমুৱালে ভাষা অশুদ্ধ হ'ল এনে ভাবিব নালাগে। তেনে আকৃতি যদি সমাজক নালাগে তেন্তে সি লাহে লাগে এৰা পৰিব।...সমাজৰ উচ্চ অঙ্গই নীচ অঙ্গৰ আৰু নীচ অঙ্গই উচ্চ অঙ্গৰ কথা শিকিব লাগিব, তেহে ভাবৰ আদান-প্ৰদান সুগম হ'ব। কিন্তু প্ৰাদেশিক বিকৃতি আমাক নালাগে আৰু গ্ৰাম্যদোষ আমাক নালাগে। সাহিত্যৰ ভাষা মাৰ্জিত আৰু শোধিত নহলে নহয়; ব্যাকৰণৰ অধীন নহ'লে সাহিত্য নহয়।" ওপৰত জাতীয় জীৱন আৰু জাতীয় সাহিত্যৰ বিষয়ে যি উল্লেখ কৰা হৈছে সেই সম্বন্ধে কালিৰাম মেধিৰ অভিমত এই ঃ "ভাষা কেৱল সাহিত্যৰ সঁজুলি নহয়, ই জাতীয় জীৱন আৰু জাতীয় ইতিহাসৰ স্মৃতিচিহ্ন আৰু ই সমাজৰ উক্তিৰ সঙ্কেত। ই মেঘৰ গাজনিৰ দৰে আকাশতে ওলাই আকাশতে মাৰ নাযায় কিন্তু সাহিত্যৰ পাষাণময় গাত খোদিত হৈ থাকে। শব্দৰ আৰু ব্যাকৰণৰ বুৰঞ্জী আছে, তাত ধৰ্ম, ৰীতি, নীতি আৰু অতীত কাহিনী নিহিত আছে।" (দুয়োটা উদ্ধৃতি অভিভাষণৰ পৰা)।

## মেধি ডাঙৰীয়াৰ দুখন চিঠি

### শশীচন্দ্ৰ বৰবৰুৱালৈ লেখা চিঠি

নেথান ৰোড, গুৱাহাটী, ৪।৭।৫৩

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ ২৭।৫।৫৩ তাৰিখৰ চিঠি পাই আপোনাৰ শলাগ লৈছোঁ। আপোনাৰ খুকুৰিৰ বিষয়ে তলত লেখিলোঁ। মাধৱদেৱ পূৰুষ ৩১ বছৰ বয়সত বণ্ডুকালৈ যোৱা নাছিল। তেওঁ ধাধৰি মাজিৰ ঘৰত ১৮ বছৰ থকা নাছিল, ৮ বছৰহে আছিল। ১৮ বছৰটো ছপাৰ ভুল—শুদ্ধি পত্ৰ দেখক (/. পিঠি)। তিনি ঠাইত চাৰি চাৰি বছৰ (আনুমানিক) আৰু ভ্ৰমণত আনুমানিক এবছৰ গোট খাই মুঠ ২১ বছৰ হয়। কিন্তু আনুমানিক ২১ বছৰ হয় বছৰবোৰ পূৰাকৈ ধৰিলে। বিদ্যাৰম্ভ হয় প্ৰায় ১৮ বছৰত। এইবোৰ আনুমানিক সংখ্যা। মুঠতে ভুল হৈছে বুলি ধৰিব নোৱাৰি।

ভৰাবিড়ুৰি ধুৱাহাটাৰ ওচৰত। চৰিত্ৰৰ পৰা জনা যায়। বৰ্ত্তমানত তাৰ স্থান নিৰ্ণয় কৰা সহজ নহয়। মাধৱদেৱৰ জন্ম ধুৱাহাটাত নহয়।

আপোনাৰ কথামতে আৰু জনাও যে লেখাকৰে লেখামতে হৰশিং উজিৰ বৰাৰ টোল ভৰাবিড়ুৰিৰ পাৰতে আছিল। ই ঠিক হব পাৰে। ইতি—

বিনীত

শ্ৰীকালিৰাম মেধি

## ৰাধানাথ ফুকনলৈ লেখা চিঠি

নেথান ৰোড, গুৱাহাটী, ২৫।১।৫৩

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ চিঠি পাবৰ বহুত দিন হ'ল। নানা কাৰণে উত্তৰ দিয়াত পলম হ'ল। আশা কৰো বেয়া নাপাব। চৰিত পুথিৰ কথা আলোচনা কৰা বাবে আপোনাৰ শলাগ লৈছোঁ।

আপুনি কোৱা মতে "হৰশিং উজিৰ বৰাৰ টোল ভৰাৰিডুবিৰ পাৰত আছিল। ই ঠিক হব পাৰে।"—এই কথা মই ক'ত লেখিছো মনত নাই। ভৰাৰিডুবিৰ পাৰত হৰশিং বৰাৰ এটা ঘৰ থাকিলেও মাধৱদেৱ পুৰুষৰ তাত জন্ম হোৱা নাই। আপুনি লিখামতে—"ভৰাৰিডুবি ধুৱাঁহাটাৰ ওচৰত হয়। এই স্থান আছিল মাজুলীত। ই পৰিষ্কাৰ কথা। ভৰাৰিডুবিৰ পাৰত থকা হৰশিং উজিৰ বৰাৰ ঘৰত মাধৱদেৱৰ জন্ম হোৱা নাই অৰ্থাৎ মাজুলীত জন্ম হোৱা নাই।"—কথাই ঠিক।

"চৰিত পুথি মতে তেৰাই জন্ম গ্ৰহণ কৰিছিল উত্তৰ লক্ষীমপুৰৰ নাৰায়ণ-পুৰৰ ওচৰত ( পিছলাৰ পাৰত ) লেটেকু পুখুৰীৰ ওচৰত থকা হৰশিং বৰাৰ ঘৰৰ পুখুৰী পাৰত। মাজুলীৰ ধুৱাঁহাটাৰ ওচৰত থকা ভৰাৰিডুবিৰ পাৰত জন্মৰ কথা নুঠে"—এয়ে ঠিক।

মোৰ বিবৰণত দিয়া মতে ঘাঘৰি মাজিৰ ঘৰত মাধৱদেৱ পিতৃ-মাতৃৰ লগত ৮ ( আঠ ) বছৰ কাল থকা কথাই সত্য। তাৰ পিচত মাজিৰ বাৰীত গৃহকৈ তেওঁলোক ৬ ( ছয় ) বছৰ আছিল অৰ্থাৎ মাজিৰ ঠাইত মুঠ ১৪ বছৰ আছিল। ভুলত মাজিৰ বাৰীত ৬ বছৰ থাকি খেতি কৰাৰ কথা লিখিবলৈ

নহল। ভৱিষ্যতে ভুল সংশোধন কৰা হব। চৰিত পুথি মতে মাধৱদেৱৰ বয়স এই :—

| | বছৰ | মাহ | দিন |
|---|---|---|---|
| হৰশিং বৰাৰ ঘৰত ... | ৪ | ০ | ০ |
| হৰশিং বৰাৰ বাৰীত গৃহ কৈ ... | ৪ | ০ | ০ |
| লেটেকু পুখুৰীত ... | ৪ | ০ | ০ |
| ভাগি ফুৰাত ... | ০ | ৬ | ০ |
| ঘাঘৰি মাজিৰ ঘৰত ... | ৮ | ০ | ০ |
| ঘাঘৰি মাজিৰ বাৰীত গৃহ কৈ ... | ৬ | ০ | ০ |
| জাবেৰি কুছিত ... ... | ০ | ০ | ১৩ |
| পাচ বাৰ ... ... | ০ | ০ | ৫ |
| বণ্ডুকাত ... ... | ৫ | ০ | ০ |
| ভৰাৰিডুবিত ... ... | প্ৰায় ০ | ৫ | ০ |
| মুঠ— | ৩১ | ১১ | ১৮ |

প্ৰায় ৩২ বছৰ।

মাধৱদেৱৰ ৩২ বছৰ বয়সত মহাপুৰুষ শঙ্কৰদেৱৰ লগত মিলন হয়।

মোৰ বিবৰণ আকৌ এইদৰে পৰিবৰ্ত্তন কৰিম। ঘাঘৰি মাজিৰ তত্ত্বাবধানত মাধৱদেৱৰ বিদ্যাৰম্ভ হয়—এই কথাষাৰ কিমান বিশ্বাসযোগ্য কব নোৱাৰো।

শ্ৰীযুত বিৰিঞ্চি কুমাৰ বৰুৱাই মাধৱদেৱৰ জন্মস্থান ভৱিষ্যত তাঙৰণত শুধৰাব বুলি জানিছো। নগাঁওত জন্ম কথা ভুল।

আপোনাৰ তৃতীয় প্ৰশ্ন অৰ্থাৎ "ভৰাৰিডুবি ধুৰঁাহাটাৰ ওচৰত অৰ্থাৎ মাজুলীত। ......মাধৱদেৱৰ জন্ম নাৰায়ণপুৰত। নাৰায়ণপুৰ মাজুলীত নহয়।"—এয়ে ঠিক।

শিলডুবিৰ কথা কোনো চৰিত পুথিত পোৱা নাই। শ্ৰীযুত মহেশ্বৰ নেওগৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ কিছু বৈজ্ঞানিক প্ৰণালীত লিখা হৈছে।

আৰু কিবা আপত্তি থাকিলে অনুগ্ৰহকৈ লেখে যেন। ইতি—

বিনীত

শ্ৰীকালিৰাম মেধি